# দূষিত সুবাস

[ গল্প সঙ্কলন ]

গোবিন্দ প্ৰসাদ শৰ্ম্মা

: পৰিবেশক :

বৰুৱা এজেন্সি

গুৱাহাটী-১

Dushita Subas (*First Edition, 1971*)—a collection of ten short stories in Assamese by Gobinda Prasad Sarma, published by Deben Dutta, Dighali Pukhuri Par, Gauhati-1. Assam.

---

প্ৰথম সংস্কৰণ : ১৯৭১

প্ৰকাশক : দেবেন দত্ত,
দীঘলী পুখুৰী পাৰ
গুৱাহাটী-১, অসম।

প্ৰচ্ছদপটৰ শিল্পী :
ত্ৰৈলোক্য দত্ত

দাম : ৫৫০ পইচা

মুদ্ৰক :
শ্ৰীৰাধাৰমণ বসাক
শ্ৰীকান্ত প্ৰেছ
৭৫, বৈঠকখানা ৰোড,
কলিকতা-৯

নীলমণি ফুকন (দ্বিতীয় গৰাকী)ৰ নামত

# আগকথা

"দূষিত সুবাস" মোৰ স্বনিৰ্ব্বাচিত দহটা গল্পৰ সংকলন। প্ৰকাশ-কালৰ ক্ৰম অনুসৰি গল্প কেইটা ইয়াত সন্নিবিষ্ট কৰা হৈছে।

ইয়াত স্থান পোৱা "এগৰাকী নাৰীৰ কাৰণে" নামৰ গল্পটি ১৯৬২ খৃষ্টাব্দৰ পূজা সংখ্যা "আমাৰ প্ৰতিনিধি"ত প্ৰকাশ পাইছিল। অৱশ্যে ঠিক সেই ৰূপতেই গল্পটি ইয়াত প্ৰকাশ কৰা হোৱা নাই। ইয়াৰ কাহিনীৰ পৰিণতিটো আগতকৈ বেলেগ কৰা হৈছে। ইয়াৰ ফলত গল্পৰ প্লটটোৰো পৰিবৰ্ত্তন ঘটাবলগীয়া হৈছে। এনে কৰাত গল্পটো আগতকৈ চুটি হৈছে যদিও আগতকৈ বহুখিনি উন্নত হৈছে বুলি মোৰ ধাৰণা। আগতকৈ উন্নত কৰাৰ আশাৰেই ১৯৬৫ চনৰ ১ চেপ্তেম্বৰৰ "নৱযুগ"ত প্ৰকাশিত "পৃথিৱী আৰু মানুহ" নামৰ গল্পটিৰো কাহিনীৰ পৰিণতি আৰু প্লটৰ পৰিবৰ্ত্তন ঘটোৱা হৈছে। ইয়াত বাহিৰে, ১৯৬৫ চনৰ ১৭ নবেম্বৰৰ "নৱযুগ"ত প্ৰকাশিত "ৰাতিৰ তাপসী", ১৯৬৬ চনৰ ২২ জুনৰ "নৱযুগ"ত প্ৰকাশিত "দূষিত সুবাস", ১৯৬৬ চনৰ অক্টোবৰত "অন্তৰঙ্গ"ত প্ৰকাশিত "তুলতুলৰ জন্মদিনত", ১৯৬৮ চনৰ জুলাই সংখ্যা "মণিদীপ"ত প্ৰকাশিত "এটি আধুনিক প্ৰেমৰ গল্প" শীৰ্ষক গল্প কেইটাত তেনে বিশেষ পৰিবৰ্ত্তন একো কৰা নাই। কিন্তু এই গল্প চাৰিটাৰো ভাষাত হাতফুৰাই দিয়া হৈছে। ১৯৬৯ খৃষ্টাব্দৰ চেপ্তেম্বৰ সংখ্যা আৰু ১৯৭০ খৃষ্টাব্দৰ এপ্ৰিল সংখ্যা "অসমীয়া" আলোচনীত প্ৰকাশিত ক্ৰমে "পুত্ৰ" আৰু "ইম্প্ৰেশ্যন" নামৰ গল্প দুটি অৱশ্যে একো সাল-সলনি নকৰাকৈয়েই ইয়াত প্ৰকাশ কৰা হৈছে। এই সংকলনত প্ৰকাশিত "এজন মানুহৰ কথা" শীৰ্ষক গল্পটি ১৯৬৯ চনৰ জুন মাহত ৰচনা কৰা হৈছিল; কিন্তু এই প্ৰকাশেই গল্পটিৰ প্ৰথম প্ৰকাশ। শেষৰ 'এখন গাৱঁৰ কাহিনী" গল্পটিও ১৯৬৯

চনতেই লিখা হৈছিল যদিও কিছু হাত ফুৰাই ইয়াক প্ৰকাশ কৰা হৈছিল ১৯৭১ চনৰ এপ্ৰিলত প্ৰকাশিত সাহিত্য সভা সংখ্যা "আৱাহন"তহে।

কিতাপৰ আকাৰত প্ৰকাশিত হোৱা মোৰ প্ৰথম সাহিত্য-সৃষ্টি "কাচৰ দৰে, হীৰাৰ দৰে" ( ১৯৬৮ ) একাধিক কাৰণত তাৰ আলোচক সকলৰ আপত্তিৰ বিষয় হৈছিল। এই সংকলনত প্ৰকাশিত গল্প কেইটা সিহঁতৰ পাঠক, সিহঁতৰ আলোচক আৰু সাহিত্যৰ সমালোচক সকলে কেনেভাবে গ্ৰহণ কৰে, সি লেখকৰ বাবে কৌতূহলৰ বিষয়।

কেইগৰাকীমান মোৰ বিশিষ্ট বন্ধুৱে মোৰ গল্পবোৰৰ এটি সঙ্কলন উলিয়াবলৈ মোক উদ্গনি দিছিল। সেইসকলৰ ভিতৰত দুজনৰ নাম বিশেষ ভাবে উল্লেখযোগ্য। তেখেত সকল হ'ল—ডঃ কামিনীমোহন ডেকা আৰু শ্ৰীমনোৰঞ্জন দাস। গল্প কেইটা প্ৰেচত দিবলৈ সেইবোৰৰ পাণ্ডুলিপি কৰাত সহায় কৰি দিছিল শ্ৰীপ্ৰফুল্ল চন্দ্ৰ শৰ্ম্মাই ( বিপুল )। তেওঁ মোৰ আন্তৰিক কৃতজ্ঞতাৰ পাত্ৰ।

গোবিন্দ প্ৰসাদ শৰ্ম্মা
১৫ চেপ্তেম্বৰ, ১৯৭১

# সুচীপত্ৰ

# এগৰাকী নাৰীৰ কাৰণে

বাৰিষা সেইবেলি খুব সোনকালেই আঁতৰি গৈছিল। কলা মেঘে আৱৰি থোৱা আকাশখনি নিৰ্ম্মল হৈ উঠিছিল। মাজে মাজে মাথোন দুই এচপৰা বগা ডাৱৰ তুলাৰ দৰে ওপঙি ফুৰিছিল নীল আকাশৰ তলে তলে। শস্য নোহোৱা, পানী শুকাই যোৱা পথাৰবোৰত ধুপুনী চৰাইবোৰে ডেও দি দি ফুৰিছিল। এইবোৰ কথা মোৰ আজিও স্পষ্ট মনত আছে। পথাৰৰ কাম নাইকিয়া হোৱাত ঘৰৰ সমুখৰ উদং ঠাইডোখৰকে দাদাই চহাবলৈ লৈছিল কুঁহশহৰ খেতিৰ বাবে। সৰু সৰু কচুগছেৰে ঠাইডোখৰ ঢাক খাবৰ উপক্ৰম হৈছিল। আগৰ বছৰ ৰুই দিয়া জলকীয়া, বেঙেনা আদি গছবোৰ প্ৰায় মৰিছিলেই। সেই আটাইবোৰ চাফা কৰি এইবেলি নতুনকৈ আকৌ মাটি চহাব লাগিব। নতুন শাক-পাচলি ৰুব লাগিব বিধে বিধে। বোকা-পানী নোহোৱা বাবে আমি ঘৰৰ আটাইবোৰ ল'ৰা-তিৰোতাই সেইখিনিতেই জুম বান্ধিছিলোঁ। দাদাৰ লাঙলৰ ফালে যেতিয়া ডাঙৰ ডাঙৰ এৰা গছবোৰ, জলকীয়া গছবোৰ বগৰাই দি যায়, আমি ল'ৰা-ছোৱালী-বোৰে আনন্দত কিৰিলি পাৰি সেইবোৰ আঁতৰাই লৈ আহোঁ আৰু ওচৰৰ পুখুৰীটোত পেলাই দিওঁ। হালৰ সিৰলুত যেতিয়া কচুৰ পেটা ওলায়, লগে লগে সেইবোৰ পাচীত ভৰায় আই-আবুহঁতে আঞ্জাৰ বাবে।

অযোধ্যাও আছিল সেইদিনা সেই হালতলীতে। সেইবেলি শালিখেতিৰ হাল উঠাৰ পিছতেই দাদাই গৈ অযোধ্যাক লৈ আহিছিল। অযোধ্যা দাদাৰ খুলশালীয়েক। তেতিয়া কিজানি পোন্ধৰ যোল বছৰীয়া তেওঁ। মই তেতিয়া তেনেই অকণমান ল'ৰাটো। সাত

বছৰতকৈ বেছি তেতিয়া মোৰ নহ'ব লাগে। এবাৰ কচুৰ পেটা হালৰ সিৰলুত বৰ বেছিকৈ ওলাইছিল। আই-আবুহঁতৰ আটাই-কেইজনীয়েই সেইবোৰ বোটলাত লাগিছিল। মই কচুৰ পেটাৰ আঞ্জা ইমান বেয়া পাওঁ! অথচ সেই সোপাকে বুটলি বুটলি নি ৰান্ধি দিব ভাত খাবৰ সময়ত! মোৰ অসহ্য হ'ল। মই দৌৰ মাৰি গৈ পেটা বুটলি থকা অযোধ্যাৰ গাতে জঁপিয়াই পৰিলোঁ।

অযোধ্যা ধেপেচকৈ হালবাই দিয়া আধা তিতা মাটিবোৰতে বাগৰি পৰিল। আটাইবিলাক তিৰোতাই লগে লগে মোক ভৰ্ৎসনা কৰাত লাগি গ'ল। কোনে কি কৈছিল মোৰ মনত নাই। কিন্তু আয়ে তেতিয়া কোৱা কথাখিনি হ'লে মোৰ স্পষ্ট মনত আছেঃ "অযোধ্যা অহাৰে পৰা ইয়াৰ যে কি হৈছে। দিনে ৰাতিয়ে তাৰ গাত তত নাই। তাইৰ গাতে জঁপিয়াই লঁফিয়াই তাইক যেন গিলিহে থব।"

সৰু ল'ৰা আছিলোঁ বুলিও আইৰ তেনেকুৱা তীক্ষ্ণ সমালোচনাত আৰু বৌ আৰু বুঢ়ীআইৰ তদনুৰূপ অসন্তুষ্টিত মই সেইদিনা বৰ লাজ আৰু দুখ পাইছিলোঁ। আচলতে অযোধ্যাক মই তেনেদৰে বগৰাই দিব খোজা নাছিলোঁ। মই দৌৰ মাৰি গৈ অযোধ্যাৰ বুকুৰ মাজত সোমাই তেওঁক মাথোন বুজাব খুজিছিলোঁ, আটাইবোৰে লগ লাগি গোটাব ধৰা সেই কচুৰ পেটাবোৰৰ আঞ্জা মই অকণো ভাল নাপাওঁ। তেওঁ আই-বৌহঁতক বুজাব লাগে, যাতে সেইবোৰ আৰু নুবুটলে।

গোলমাল অলপ ডাঙৰেই হৈ পৰিছিল। মই উচুপি আছিলোঁ। অযোধ্যাই ইতিমধ্যে উঠি লাজত ৰঙা চিঙা পৰি গাটো জোকাৰি পেলোৱাত লাগিছিল। হাঁহি নাছিল তেতিয়া কাৰো মুখতেই। আমাৰ ঘৰৰ ওচৰৰে নিকুঞ্জ খুড়ী মাথোন লৰি আহিছিল তেতিয়া মোৰ ওচৰলৈ হাঁহি হাঁহি। নিকুঞ্জ খুড়ীৰ মোৰ প্ৰতি মৰমৰ সীমা নাই। সেইদিনাও মোক আহি তেওঁ সাৱটি ধৰিলে। মই মুখখন



নিকুঞ্জ খুড়ীৰ বুকুৰ মাজত সুমুৱাই দিবলৈ পালোঁহে, মোৰ অতি জোৰেৰে কান্দোন ওলাই আহিল। তেওঁ মোৰ চকুপানীবোৰ মচি দি আই আৰু বৌক ওলোটাই গালি পাৰিছিল। (নিকুঞ্জ খুড়ীয়ে হাঁহি হাঁহি গালি পাৰিছিল বাবে, এতিয়াহে বুজিছোঁ, মোক ভোল খেদাবলৈ নিকুঞ্জ খুড়ীয়ে সেয়া মিছাতে কৰিছিল।) মোৰ কান্দোন কমিলত নিকুঞ্জ খুড়ীয়ে মোক তেওঁলোকৰ ঘৰলৈ লৈ গৈছিল। ঘৰ পায়েই তেওঁ চাহ কৰাত লাগিলে। লগে লগে মোৰ কান্দোন নাইকিয়া হ'ল। চাহ হ'বৰ হ'লত নিকুঞ্জ খুড়ীয়ে অযোধ্যাকো মাতি পঠিয়ালে। লগে লগে মোৰ মন পুনৰ উৎফুল্ল হৈ উঠিল। অযোধ্যা আহি পায় মানে মোৰ চাহ খোৱা হৈছিলেই। তেওঁক দেখাৰ লগে লগে মোৰ পুনৰ ঠেহ পাতিবলৈ মন গ'ল। তেওঁক নামাতি তেওঁৰ কাষেৰে সাউৎকৰে নিকুঞ্জ খুড়ীহঁতৰ ঘৰৰ পৰা ওলাই যাব খুজিছিলোঁ। অযোধ্যাই কিন্তু মোক থাপমাৰি ধৰিলে আৰু কলে, "ইহ, বোঁহটো চোৱা।"

মই যেন যি বিচাৰিছিলোঁ তাকেই পালোঁ। কিন্তু মোৰ ভাব লুকুৱাই ৰাখিবলৈ মই খংকৈ কলোঁ, "মোক নামাতিবা কোনেও। কৈ দিছোঁ।"

অযোধ্যাই কিন্তু খিলখিলকৈ হাঁহি দিছিল মোৰ উত্তৰত আৰু মোক তেওঁৰ গাৰ তেনেই ওচৰলৈ টানি লৈ গৈছিল। অযোধ্যাই মোক এনেকৈ তেওঁৰ গালৈ যেতিয়াই টানি লৈ যায় আৰু তেওঁৰ গাত মোৰ গা লাগে গৈ, তেতিয়াই, মোৰ কেনে যে লাগে! আয়ে বা নিকুঞ্জ খুড়ীয়েওতো মোক তেওঁলোকৰ বুকুৰ মাজলৈ প্ৰায়েই টানি নিয়ে; কিন্তু অযোধ্যাই যেতিয়া মোক তেওঁৰ গালৈ টানি নিয়ে, তেতিয়াৰ অভিজ্ঞতা মোৰ সম্পূৰ্ণ বেলেগ হয়। মোৰ তেজবোৰ যেন গৰম হৈ উঠে, মানুহটো অস্থিৰ হৈ উঠোঁ, আৰু মোৰ কি যে কৰিবৰ মন যায় নিজেও কব নোৱাৰোঁ। সেই অভিজ্ঞতা বৰ মিঠা অভিজ্ঞতা নহ'লেও তেনে অভিজ্ঞতা যেন মোৰ বাৰে বাৰে হয়, তাকে কামনা

কৰোঁ। অযোধ্যাই মোক তেওঁৰ গালৈ টানি নিয়ক, তেওঁৰ বুকুৰ মাজত সুমুৱাই লৈ মোক হেঁচা মাৰি ধৰক, আৰু হেঁচা মাৰি ধৰি থাকি মোৰ উশাহ বন্ধ কৰি দিয়ক—মোৰ তেনে ইচ্ছা হয়।

কিন্তু অযোধ্যাই মোক তেওঁৰ গালৈ টানি নিলেও মোক তেনেদৰে কোনো দিন তেওঁৰ বুকুত হেঁচা মাৰি ধৰা নাই। সেইদিনাও নধৰিলে। মই নিজেই জোৰেৰে মোৰ মুখখন তেওঁৰ বুকুৰ মাজত গুজি ধৰিম বুলি ভাবিছিলোঁ। কিন্তু তেনে কৰিবলৈ ধৰোঁতেই অযোধ্যাই কুঁজা পৰি পিছুৱাই গ'ল। নিকুঞ্জ খুড়ী ইতিমধ্যে ঢেঁকীশাললৈ গৈ চাউল চৰাত লাগিছিল। গতিকে অযোধ্যাই মোক আমাৰ ঘৰলৈ লৈ গ'ল। বুঢ়ী আই তেতিয়াও পেটা বোটলাতেই লাগি আছে। বৌ বাৰীলৈ সৰা তামোল বুটলিবলৈ গৈছে। আৰু আয়ে তেতিয়া গৈছে বাৰীৰ খালটোলৈ গা ধুবলৈ—ইতিমধ্যে ভাত ৰান্ধিবলৈ যাবৰ হোৱা বাবে।

ডাঙৰ ঘৰ সোমাই ভিতৰ-কোঠাৰ আইৰ বিচনাত অযোধ্যা বহিল গৈ। আহিনৰ শেষৰ বেলি বুলিও ৰ'দ তেতিয়া প্ৰখৰ হৈছে। কাম নোহোৱা মানুহৰ টোপনি টোপনি ভাব হোৱা এটা পৰিবেশ। অযোধ্যা লাহে লাহে শুই পৰিল। মই তেওঁৰ ওচৰতে বিছনাত এনেয়ে বহি ললোঁ। কিছু সময় শুই থকাৰ পিছত এটি বাগৰ সলাই অযোধ্যাই যেতিয়া মোক একে ধৰণেই বহি থকা দেখিলে, আদেশৰ সুৰত তেতিয়া তেওঁ মোক মূৰ নোতোলাকৈ শুই শুয়েই কলে, "চাওঁ, এনেয়ে বহি থাকিব নালাগে। ফলি-কিতাপ লৈ আহা। মোৰ ওচৰতে পঢ়ি থাকা।" অযোধ্যাৰ ওচৰতে বহি থকাৰ সুযোগ পাই মোৰ ভালেই লাগিছিল। মই ভাল ল'ৰাটোৰ দৰে তৎক্ষণাৎ ফলি-কিতাপ আনি বিছনাত খুলি ললোঁ আৰু মনে মনে পঢ়াত লাগি গ'লোঁ। অযোধ্যাই বিছনাত মূৰ পেল্যাই পেলায়েই কলে, "ডাঙৰকৈ পঢ়া। নহ'লে পঢ়োঁতে পঢ়োঁতে টোপনিতহে পৰিবা।" মই ডাঙৰকৈ পঢ়াত লাগি গ'লোঁ। অযোধ্যাই শুনি গ'ল। কিছু সময়ৰ পিছত অযোধ্যাৰ পিনে মূৰ তুলি চাই দেখোঁ, অযোধ্যা টোপনিত লালকাল। গাল



এখন গাৰুটোত গুজি কুচি মুচি, বেকাঁ হৈ জোনটোৰ দৰে পৰি আছে। অযোধ্যাৰ বগা ধুনীয়া মুখখনিৰ পিনে ৰ লাগি মই চাই থাকিলোঁ।

অযোধ্যাৰ বগা ৰংচুৱা মুখখনিৰ পিনে চাই তেতিয়া মই কি ভাৱিছিলোঁ মনত নাই। কিন্তু তেতিয়া মোৰ কেনে লাগিছিল, সেই কথা মোৰ আজিও স্পষ্ট মনত আছে। অযোধ্যাৰ মুখখনিৰ পিনে, ডিঙিটোৰ পিনে, বাহু দুটিৰ পিনে, বুকুখনিৰ পিনে চাই চাই মই উত্তেজিত হৈ উঠিছিলোঁ, ঠিক যিদৰে মই উত্তেজিত হৈ উঠোঁ অযোধ্যাই যেতিয়া মৰমতে মোক তেওঁৰ গালৈ টানি নিয়ে তেতিয়া। কেই-ডালিমান শুকান চুলি তেওঁৰ বাওঁ চকুটোৰ কাষেদি নামি আহি তেওঁৰ গালত পৰি আছিল। গোলাপ ফুলৰ পাহিৰ দৰে ৰঙৰ তেওঁৰ গাল-খনিৰ পৰা সেই কলা চুলি কেইডালি মই গুচাই দিম নেকি ভাবিছিলোঁ। মোৰ চকু পৰিছিল তেওঁৰ ডিঙিটিতো। টগৰফুলৰ দৰে বগা কেনে যে অযোধ্যাৰ গলটি। মোৰ দৃষ্টি ক্ৰমে ক্ৰমে তললৈ নামি আহিছিল আৰু মই দেখিছিলোঁ, তেওঁৰ ডিঙিৰ বগা ছালখনৰ তলৰ কলপতীয়া সিৰ এডালি অকাই পকাই ক্ৰমে নামি গৈছিল তেওঁৰ বুকুলৈ। অযোধ্যাৰ ব্লাউজটোৰ ওপৰৰ বুটমটো মৰাই নাছিল নে খোল খাই গৈছিল জানো। মোৰ দৃষ্টি নামি গৈছিল, তেওঁৰ ব্লাউজটোৰ মেল খোৱাখিনিৰে তেওঁৰ বুকুৰ বহুতো তললৈ। সোঁমাজৰ পৰা বুকুখন দুয়োপিনে ক্ৰমে ওখ হৈ গৈছে। তাকে দেখি কেনেকৈ যে মই অস্থিৰ হৈ উঠিছিলোঁ। মোৰ যেন গৰম ধৰিছিল। মই উচপিচাই-ছিলোঁ।

তেনেতে আই গা ধুই আহি কোঠাটোলৈ সোমাই আহিল। লগে লগে মই যেন অন্য এখন জগতলৈ উভতি আহিলোঁ। উতলি উঠা গাখীৰত কোনোবাই যেন চেঁচা পানী ঢালি দিলে। মই কোঠাটোৰ পৰা ওলাই আহিলোঁ লাহেকৈ।

তাৰ পিছতো অযোধ্যা আৰু আমাৰ ঘৰত বহু দিন আছিল। লাহে লাহে মোৰ সদায়ে অযোধ্যাৰ ওচৰতেই থাকিবৰ ইচ্ছা হৈছিল। কিন্তু

ঠিক সেই সময়তেই মই গম পাইছিলোঁ, অযোধ্যা সেই বেলি আমাৰ ঘৰলৈ আহি ইমান দিন থকাৰ কাৰণ কি আছিল। অযোধ্যাৰ হেনো বিয়া ঠিক হৈছে। তেওঁৰ বিয়া হ'ব কেই মাহমানৰ ভিতৰতে। বিয়া হৈ গ'লে তেওঁতো তেওঁৰ বায়েকৰ ঘৰলৈ, অৰ্থাৎ আমাৰ ঘৰলৈ আহোঁ বুলিলেই আৰু আহিব নোৱাৰিব। গতিকে বিয়াৰ আগে আগে কিছু দিন বেছিকৈ থাকিবলৈ আহিছে বায়েকৰ লগত, মানে আমাৰ বৌৰ লগত। কথাটো শুনি মোৰ কিয় জানো ইমান বেয়া লাগিছিল।

অযোধ্যাৰ তেন্তে বিয়া হব! মানে, তেওঁ আৰু আমাৰ ইয়ালৈ আহিব নোৱাৰিব। মানে অযোধ্যাক আৰু আমি লগ নাপাম। মানে অযোধ্যাই আমাক পাহৰি যাব। মানে আমি তেওঁৰ অচিনাকি হৈ যাম। কিয় জানো এনে ভাববোৰে মোৰ মনত অহৰহ খেলি থাকি মোৰ মনটো গধুৰ কৰি তুলিছিল। কিবা এক বুজি নোপোৱা বিষাদ ভাবে মোৰ সেই চুটি জীৱনটো, মোৰ শিশু মনটো, মোৰ কণমানি সংসাৰখন আচ্ছন্ন কৰি ৰাখিছিল। মই লাহে লাহে অযোধ্যাৰ পিনে আৰু চাব নোৱাৰা হৈ পৰিছিলোঁ। কেই দিনমান আগৰ মাথোন সেই অযোধ্যাজনীৰ যেন এতিয়া মৃত্যু ঘটিল। মই আৰু তেওঁক কোনো দিন লগ পাব নোৱাৰোঁ। এতিয়াৰ এই অযোধ্যা যেন মোৰ অচিনাকি।

এনে ভাব হোৱাৰ সময়ছোৱাত অযোধ্যা আমাৰ ঘৰতে আছিল বুলিও, অযোধ্যাক মই সঁচাকৈয়ে লগ নধৰাকৈ আছিলোঁ। কিন্তু এদিন ৰাতিপুৱা ঘৰৰ পিছফালৰ মধুৰী আমডালৰ তলত মই কটাৰী এখনেৰে খুট খুটাই কিবা এটা কাটি আছিলোঁ; আৰু অযোধ্যা আহিছিল ঘৰৰ পিছপিনৰ বাৰীৰ খালত গা ধুই। গা ধুই উঠি অযোধ্যাই পিন্ধি আহিছিল ঢক ঢককৰে বগা এখন মেখেলা আৰু সেই অতি মৰমৰ তেওঁৰ কলা ব্লাউজটি। মই যেন অযোধ্যাৰ তেতিয়া সম্পূৰ্ণ এটি নতুন ৰূপ দেখিছিলোঁ। কাপোৰ যোৰ লৰা ঢপৰাকৈ পিন্ধি আহিছিল কাৰণেই হবলা, তেওঁৰ ব্লাউজটোৰ তলখিনি যেনিবা তেতিয়া



এনেয়েহে ওলমি আছিল; মেখেলাৰ তলত তাক সুমুৱাই লোৱা হোৱা নাছিল। ব্লাউজৰ ওপৰত অযোধ্যায়ো গাৰঁৰ অন্য ছোৱালীৰ দৰে এখন চাদৰ মেৰাই লয়। তেতিয়া তেওঁৰ গাত সেই চাদৰখনো নাই। অযোধ্যাৰ সেই ৰূপে, সেই বেশে মোৰ কণমানি শৰীৰটোত কিহৰ যেন এটি শিহৰণ তুলিছিল। তথাপি অযোধ্যা মোৰ ওচৰ পোৱাৰ লগে লগে তেওঁৰ পিনে নাচাওঁ বুলি মই চকু মুদি তলমূৰ কৰিছিলোঁ। কিন্তু অযোধ্যাৰ খোজৰ শব্দ, কাপোৰৰ শব্দ মই মোৰ গাৰ কাষতেই শুনিবলৈ পালোঁ কেই মুহূৰ্ত্তমানৰ পিছতেই। মূৰ তুলি চাই দেখোঁ, মধুৰী আমজুপিৰ ফেৰেঙণিত তেওঁৰ তিওৱা মেখেলাখন থৈ অযোধ্যা মোৰ তেনেই ওচৰতে থিয় হৈছেহি। মই তেওঁৰ পিনে চোৱাৰ লগে লগে চকুৱে চকুৱে পৰিল আৰু অযোধ্যাই হাঁহি মাৰি মোৰ থুঁতৰিটোত ধৰি কৈ উঠিল, "এই অকণমানিটোৰ যে কি হ'ল। মোক একেবাৰে মাতিবলৈকেই এৰি দিলে, ওচৰলৈতো নাহেই।" কথাখিনি কৈ উঠি অযোধ্যাই মোৰ গালে-মুখে হাত বুলাই দিলে।

মই মুখ ওফোন্দাই কৈ উঠিলোঁ, "যোৱা, তোমাৰ বিয়া হ'ব গৈ। তেতিয়াতো আৰু তুমি আমাৰ ঘৰলৈ নাহা।" কৈয়েই মই তেওঁৰ পিনে পিঠি দিলোঁ। "ধেৎ" বুলি কৈ অযোধ্যাই এইবাৰ মোক দাঙি লব খুজিলে। মই আবেগত এইবাৰ কান্দি পেলালোঁ আৰু অযোধ্যাৰ বুকুত মূৰটো গুজি ধৰিলোঁ। অযোধ্যাৰো যে লগে লগে কি হ'ল। হঠাৎ তেওঁ আগতে কোনো দিন নকৰা কামটোকে কৰি পেলালে। মোৰ মুখখন তেওঁৰ বুকুত অতি জোৰেৰে হেঁচা মাৰি ধৰিলে। মোৰ যেন উশাহ বন্ধ হৈ যাব ধৰিছিল। মই উচপিচাই উঠিছিলোঁ। কিন্তু অযোধ্যাই মোৰ মুখখন তেওঁৰ বুকুত আৰু বেছি জোৰে হেঁচা মাৰি ধৰি ইপিনৰ পৰা সিপিনলৈ ঠেলি দিছিল। মোৰ কান্দোন আপোনা আপুনিয়েই কেতিয়াবা বন্ধ হৈ গৈছিল। এক অপূৰ্ব্ব উন্মাদনাত মই দুই চকু মুদি নিজকে এৰি দিছিলোঁ।

লাহে লাহে অযোধ্যাই মোক তেওঁৰ বুকুৰ মাজৰ পৰা আঁতৰাই দিলে। তেওঁৰ চকু ছুটিও তেতিয়া মোৰ চকু ছুটিৰ দৰে সজল হৈ উঠিছিল। মধুৰী আম গছডালিৰ পৰা মেখেলাখন আনি লৈ খোকাথুকি মাতেৰে তেওঁ মোক কৈছিল, "মই পৰহিলৈ যাম গৈ, বুজিছা।"

সময়ত অযোধ্যা সঁচা সঁচিকৈয়েই আমাৰ ঘৰৰ পৰা গুচি গৈছিল। আহিনমহীয়া নিৰ্ম্মল আকাশখন সেইদিনা ডাঠ কলা মেঘেৰে ঢাক খাই আছিল। মেঘৰ ছাঁৰে গোটেই পৃথিৱীখন মোলান পৰি গৈছিল। আকাশৰ পৰা টিপ টিপকৈ সৰি পৰি আছিল বৰষুণৰ টোপালবোৰ লানি নিছিগাকৈ গোটেই দিনটো।

তাৰ পিছত আৰু বহুতো বছৰ পাৰ হৈ গৈছে। এই কেই বছৰৰ ভিতৰত মই আৰু কোনো দিন অযোধ্যাক দেখা পোৱা নাছিলোঁ। তেওঁৰ সৈতে মোৰ সকলো সম্পৰ্ক ছিন্ন হৈ গৈছিল। সেই বুলি অযোধ্যাৰ খবৰ যে মই এই কেই বছৰৰ ভিতৰত একেবাৰে একোকেই পোৱা নাছিলোঁ, তেনে নহয়। তেওঁৰ বিয়াৰ খবৰো মই পাইছিলোঁ। কিন্তু আটাইবোৰ খবৰেই পাই আছিলোঁ দূৰে দূৰে। তেনেই নিৰ্লিপ্তভাবে, তেনেই উদাসীন ভাবে শুনি গৈছিলোঁ মই সেই খবৰবোৰ। কিয় জানো অযোধ্যাৰ খবৰ কাৰোবাৰ পৰা ভালকৈ জানি লবলৈ, নাইবা যিখিনি জানিছোঁ তাৰ পৰা অযোধ্যাৰ অৱস্থা আচলতে এতিয়া কেনে হৈছে তাক এবাৰ সুস্থিৰভাবে ভাবি চাবলৈ মোৰ সংকোচ হৈছিল। আনকি কোনোবাই উপযাচি আহি অযোধ্যাৰ কথা মোৰ আগত উলিয়ালেও, মই মোৰ অনিচ্ছাস্বত্বেও সেইপিনে অমনোযোগী হৈ পৰিছিলোঁ, আৰু সেইবোৰ কথা শুনি যেন মই অস্বস্তিহে পাইছোঁ—মোৰ তেনে ভাব প্ৰকাশ পাইছিল। কিয় তেনে হয় মোৰ জানিবলৈ ইচ্ছা হৈছিল; কিন্তু কেতিয়াবা আজৰি পৰত তাক ভাবি উলিয়াম বুলি ভাবি থাকোঁতেই



গ'ল। আজিলৈকে মই তাৰ কোনো উত্তৰ নাপালোঁ বা তাৰ উত্তৰ মোৰ উলিয়াই লোৱা নহ'ল। আচলতে অযোধ্যাৰ কথা ভাবিবলৈকে মোৰ যেন এতিয়া লাজ লাগে, সংকোচ হয়। অযোধ্যাৰ মুখৰ ছবিটো মোৰ মনত কেতিয়াবা ভাঁহি উঠিব খুজিলেও মই যেন সংকুচিত হৈ পৰোঁ আৰু জোৰকৈয়ে অযোধ্যাৰ স্মৃতি মনৰ পৰা আঁতৰাই পেলাওঁ। কিন্তু অযোধ্যাক জানো মই সঁচাকৈয়েই পাহৰি যাব পাৰিলোঁ? আজিলৈকে চোন অযোধ্যাৰ স্মৃতি মোৰ মনত তেনেই সজীৱ, তেনেই স্পষ্ট হৈ আছে!

আৰু সেই কাৰণেই হয়তো আজি অ'ত বছৰে মই ঘৰলৈ নগৈ এই চহৰতে থকাৰ, ঘৰলৈ যাবলৈ কোনো দিন ইচ্ছা নোহোৱাৰ পিছতো আজি ঘৰলৈ যাবলৈ ওলালোঁ। পূজাৰ বন্ধ হৈছে। বৌৱে, আয়ে ঘৰলৈ মাতি পঠিয়াইছে। কিন্তু সেই কাৰণেই জানো মই ঘৰলৈ ওলালোঁ? যোৱা প্ৰায় দহ বছৰে ঘৰলৈ যোৱা নাই। ইয়াৰ ভিতৰত কতবাৰ আয়ে মাতি পঠিয়ালে, বৌৱে মাতি পঠিয়ালে, কতবাৰ পূজা আহিল আৰু গ'ল। কিন্তু মইতো ঘৰলৈ যোৱা নাছিলোঁ। আজি তেন্তে, এই বেলি পূজাৰ বন্ধত ঘৰলৈ ওলালোঁ কিয়?

ঘৰ পালোঁ গৈ আবেলি। মই ঘৰলৈ যোৱা উপলক্ষে চুবুৰীটোত দেখিলোঁ এখন সৰু সুৱা সবাহৰেই সৃষ্টি হ'ল। চুবুৰীটোৰ আটাইবোৰ ল'ৰা-ছোৱালীয়ে মোক জুম বান্ধি আবৰি ধৰিছে। দহ বছৰ আগতেই গাওঁ এৰি, ঘৰ এৰি চহৰলৈ পঢ়িবলৈ অহা দিনৰে পৰা চহৰৰ ডঙুৱা মেচত থাকি থাকি পৰিয়ালৰ কথা, ল'ৰা-ছোৱালীৰ কথা, তিৰোতাৰ কথা মনলৈ আনিব নোৱাৰাতেই পৰিছিলোঁ। গতিকে মোক আগুৰি ইমানবোৰ ল'ৰা-ছোৱালীয়ে জুম বন্ধা আৰু কৌতূহলী দৃষ্টিৰে মোৰ পিনে চাই থকা দেখি মই যেনেকৈ আচৰিত হলোঁ তেনেকৈ সিহঁতৰ প্ৰতি মোৰ মৰমো উপজিল। মই দৌৰাদৌৰিকৈ গাঁৱৰে দোকানখনৰ পৰা টফী কিনাই

নিয়াইলোঁ আৰু সিহঁতক বিলাই দিলোঁ। গধূলিলৈ গাঁৱৰ বয়সস্থ আৰু বুঢ়া লোকসকলো আহিছিল। তেখেতসকলৰ প্ৰায়বোৰেই গাঁৱৰ ল'ৰাই গাওঁ এৰি গুচি যোৱা কাৰণে দুখ কৰিলে। গাওঁখন হেনো তললৈ গ'ল; আগৰ গাওঁ আৰু নাই। গাৱঁৰ মানুহৰ দুখে কুলাই-পাচিয়ে নধৰা হৈছে। দুখীয়া, নিৰক্ষৰ মানুহবোৰ এই যুগত দেশত আৰু তিষ্ঠাই টান হৈছে। এনেস্থলত, গাঁৱৰ পৰা ওলোৱা যি দুই এটা শিক্ষিত ল'ৰা থাকে, গাঁৱৰ মানুহে সিহঁতৰ মুখলৈকেই চাব খোজে। সিহঁতেই গাঁৱৰ মানুহৰ মুখলৈ হাঁহি আনিব লাগিব; আগৰ সুদিন গাৱঁলৈ ঘূৰাই আনিব লাগিব। কিন্তু মই কৰিলোঁ কি? গাৱঁৰ বয়োবৃদ্ধসকলৰ মোৰ ওচৰত আপত্তিৰ সীমা নাই। মৰমসনা আপত্তি। তেওঁলোকৰ কথাবোৰ শুনি দুখ লাগে। আজিৰ শিক্ষা-বিস্তাৰত ব্ৰতী, গণতান্ত্ৰিক ভাৰতবৰ্ষত এই দৰিদ্ৰ, নিৰক্ষৰ লোকসকলৰ দুখৰ কাহিনী শুনি মই অকলে কিয়েই বা কৰিব পাৰোঁ?

গাৱঁৰ মানুহবিলাক উঠি যোৱাৰ পিছতেই ৰাতি ভাত খাবলৈ হৈছিল। ভাত খাই উঠি শুবলৈ গলোঁ। ভাত খাই উঠিয়েই চহৰৰ মেচত শুই পৰা অভ্যাস নাই। কিন্তু আজি ইয়াত এতিয়া কথা পাতিবলৈকো কোনো নাই। দাদাই খাই উঠিয়েই শুলে গৈ। গতিকে মই মোৰ বিছনাতে কিছু সময়লৈ এনেয়ে বহি থাকিলোঁ। আই বৌহঁত তেতিয়া পাক-ঘৰত ভাত খাবলৈ বহিছিল। ভাত খোৱা হোৱাৰ পিছত বৌ আহি মোৰ কোঠাত সোমাল। বিছনাৰ পৰা অলপ আঁতৰত থিয় হৈ হাঁহি এটা মাৰি কলে, "পলৰীয়া, অঘৰী ল'ৰা ঘৰ পাইছাহি, এইবাৰ সাৰি যাব নোৱাৰা। তুমি কোৱামতে দশমীৰ দিনাতো যাব নোৱাৰাই, তাৰ পিছতো আৰু কেই মাহ থাকিব লাগিব এতিয়া তাকেহে আলোচনা কৰিবলৈ আহিছোঁ। আজি অত বছৰে কিমান ঠাইৰ পৰা যে কত ছোৱালীৰ খবৰ আহিছে। এতিয়া আয়ে মোক তোমাক কবলৈ পঠিয়াইছে, আমাৰ বৰ্ত্তমান হাতত থকা



ছোৱালী কেইজনীক তুমি চাই আহা গৈ, আৰু কোনজনীৰ সৈতে বিয়া ঠিক কৰিব লাগে আমাক কোৱা। এই আহিনমহীয়াই বিয়া পাতিব লাগিব।"

বৌৰ কথা শুনি মোৰ হাঁহি উঠিছিল। তেওঁ কলে, "হাঁহিটো মাৰিয়ে কথাটো শেষ কৰিব নোৱাৰিবা। ই অকল মোৰ কথা নহয় — আইৰ, তোমাৰ দাদাৰাৰ — সকলোৰে কথা। এইবাৰ কিন্তু তোমাৰ সাৰণ নাই বুলি জানিবা।"

মই বৌৰ পিনে চাই আৰু বেছিকৈ হাহিলোঁ আৰু কলোঁ, "আইৰ, দাদাৰ কথা তুমি কেলৈ কবলৈ আহা? তুমি তোমাৰ কথা কোৱা। দাদা-আইৰ কথা দাদা-আয়ে কব।"

বৌৱেও মোৰ কথাত এইবাৰ হাঁহিলে। তেওঁ কলে, "সেইটো মোৰো কথা কাৰণে কৈছোঁ।"

"তাত বাহিৰে তোমাৰ জানো আৰু একো কথাই নাই? আজি কত বছৰৰ মূৰত আহিছোঁ!"

"বাৰু যদি মোৰ কথাহে লাগে, যোৱা মোৰ ভনীজনীৰ ঘৰৰ পৰাই আহা গৈ। অযোধ্যাৰ সৰু ল'ৰাটোৰ অসুখ বুলি খবৰ পাইছিলোঁ। কি হৈছে, কি নহৈছে খবৰটো লৈ আহা। তুমিতো তাইৰ শহুৰেকৰ ঘৰলৈ যোৱাই নাই নহয়। কালি পুৱাতে ওলাবা। মই তাইহঁতৰ গাৱঁলৈ কেনেকৈ যাব লাগে কৈ দিম যোৱাৰ আগে আগে। তুমি এনেয়েও যাব লাগে তাইৰ তালৈ। কিমান বছৰ যে তুমি তাইক দেখা নাই। তোমাৰ কথা তাই প্ৰায়েই কৈ থাকে।"

বৌৱে ইয়াৰ পিছত আৰু কি কৈছিল কব নোৱাৰোঁ। অযোধ্যাৰ নাম বৌৰ মুখৰ পৰা যি ওলাল, মই যেন তৎক্ষণাৎ সম্পূৰ্ণ এখন বেলেগ জগতত প্ৰবেশ কৰিলোঁ। নবৌৱে যেতিয়া কলে—'তোমাৰ কথা তাই প্ৰায়েই কৈ থাকে', তেতিয়া হঠাৎ আজি অত বছৰে মোৰ আৰু অযোধ্যাৰ মাজত থকা ডাঠ সুউচ্চ প্ৰাচীৰ এখন যেন আঁতৰি গ'ল। মই যেন সেই মুহূৰ্ত্ততে থিয় হ'লোঁ অযোধ্যাৰ সমুখত সোঁশৰীৰে।

অযোধ্যাৰ মুখ, অযোধ্যাৰ চকু, অযোধ্যাৰ চুলি, অযোধ্যাৰ মৰম— অযোধ্যাৰ সকলোবোৰেই যেন তেতিয়া মোৰ সমুখত স্পষ্ট হৈ উঠিল। গম্ভীৰ, নিস্তব্ধ হৈ মই যেন অযোধ্যাৰ সমুখত ৰৈ আছোঁ আৰু অযোধ্যাই হাঁহি এটি মাৰি দিছে মোৰ পিনে চাই। মই সৰু ল'ৰা হৈ থকা অৱস্থাৰ অযোধ্যাৰ সেই হাঁহি।

এৰা, কাইলৈ পুৱা মই অযোধ্যাৰ ঘৰলৈকেই যাম—অযোধ্যাৰ শহুৰেকৰ ঘৰলৈ। কথাষাৰ বোধ হয় মোৰ মুখৰ পৰা ডাঙৰকৈয়েই ওলাই গৈছিল। কাৰণ বৌৱে কৈ উঠিছিল, "বৰ ভাল কথা। কাইলৈ পুৱাতে জহা চাউলৰ ভাত দুটামান ৰান্ধি দিম। ওলাবা শালনীগাৱঁলৈ।"

বৌ সন্তুষ্ট হৈ মোৰ কোঠাৰ পৰা ওলাই গৈছিল। আৰু মই বিছনাত দীঘল দি গাৱঁৰ সেই নিৰ্জ্জনতাত ভাবি ৰৈছিলোঁ অযোধ্যাৰ কথা। কিমান ভুল কৰিছোঁ আজি ইমান বছৰে অযোধ্যাৰ পৰা এনেকৈ আঁতৰি থাকি। কিমান ভুল কৰিছোঁ অযোধ্যাক এনেকৈ পাহৰি যাবলৈ চেষ্টা কৰি। অযোধ্যাই চাগৈ কিমান দুখ পাইছে মোক এনেদৰে হেৰুৱাই, মোৰ পৰা এনেদৰে সম্পূৰ্ণৰূপে আঁতৰি থাকিবলগীয়া হৈ।

পিছদিনা পুৱাবেলা যিমানেই বৌৱে দিয়া নিৰ্দ্দেশমতে গৈ গৈ শালনীগাওঁৰ ওচৰ চাপিলোঁ সিমানেই বুকুখনে ঢিপ ঢিপাবলৈ ধৰিলে। অযোধ্যা এতিয়া দেখাত চাগৈ কেনে হৈছে। তেওঁৰ ল'ৰা-ছোৱালীয়েই হেনো ছটা নে সাতটা হ'ল গৈ। শুকাই খীণাই নিশ্চয় কিবাজনী হৈছে। আৰু তেওঁৰ বৈবাহিক জীৱন? সুখী হ'ল নে দুখী হ'ল অযোধ্যা তেওঁৰ বৈবাহিক জীৱনত? মোক সৰুতে ইমান বুজা, মোক সৰুতে ইমান মৰম কৰা, আৰু ডাঙৰ হৈয়ো, বিবাহিতা হৈয়ো, ছয়টা নে সাতটা ল'ৰা-ছোৱালীৰ মাক হৈয়ো মোক পাহৰি নোযোৱা অযোধ্যা সুখী হ'ল নে দুখী হ'ল তেওঁৰ বিবাহিত জীৱনত? এই ভাববোৰ অনাহূতভাবেই মোৰ মনলৈ অহাৰ লগে লগেই মোৰ আৰু মনলৈ আহিল এখনি মুখ—দুখ-যাতনাত শুকাই-ক্ষীণাই যোৱা, সাংসাৰিক



জীৱনত অসুখী হৈ নিৰাশ হোৱা এখনি মুখ। সেই মুখ জানো অযোধ্যাৰ? হঠাৎ নিজৰে প্ৰতি বৰ ঘৃণা উপজিল। নিজৰ নীচতাৰ বাবে যেন নিজে লাজ পালোঁ। অযোধ্যা অসুখী হৈছে বুলি ভাবিবলৈ পায় জানো? খুব জোৰকৈ অযোধ্যাৰ কথা আৰু একোকে নাভাবিবৰ চেষ্টা কৰি অযোধ্যাহঁতৰ গাৱঁৰ বাটেদি অযোধ্যাৰ ঘৰ বিচাৰি বিচাৰি আগুৱাই যাব ধৰিলোঁ।

লাহে লাহে মোৰ সংকোচ বাঢ়ি যাবলৈ ধৰিলে। মই বাৰু কিয় আহিলোঁ ইয়ালৈ? অযোধ্যা মোৰ কি হয়? অযোধ্যাৰ গিৰীয়েকে, অযোধ্যাৰ শাহুৱেকে মোক কি বুলি ভাবিব? ময়েই বা কি কম তেওঁলোকক? আৰু অযোধ্যা! তেওঁৰেই বা অৱস্থা কি হ'ব? তেওঁ যদি কান্দি পেলায় মোৰ সমুখত থিয় হৈ? নাইবা, অযোধ্যাই যদি মোক চিনিকে নাপায়? এইবাৰ সচাঁকৈয়েই ভয় লাগি গ'ল।

শালনীগাওঁখন কিন্তু সঁচাই ধুনীয়া। গাওঁ বুলিও কাঠ লগোৱা, চূণ দিয়া বেৰৰ, টিঙৰ চালৰ ঘৰ কেবাঘৰ মানুহৰো আছে। সেউজীয়া বকুলগছ, নাৰিকলগছ, তালগছ, তামোলগছৰ তলে তলে বগা বগা ঘৰবোৰ ধুনীয়া দেখি। টিঙৰ ঘৰেই হওঁক বা খেৰী ঘৰেই হওক, প্ৰতিঘৰ মানুহৰে ঘৰৰ সন্মুখত একো একোখন পৰিপাটি শাকনি, ফুলনি বা দুয়োবিধ। ৰাস্তাত খেলি থকা সৰু সৰু ল'ৰা-ছোৱালীবোৰক আৰু ৰাস্তাৰ কাষৰ দম-কললৈ পানী নিবলৈ অহা বোৱাৰী-জীয়ৰীবোৰক সুধি সুধি মই অৱশেষত অযোধ্যাহঁতৰ ঘৰটো উলিয়ালোঁ গৈ।

অযোধ্যাহঁতৰ ৰাস্তাৰ কাষৰ ঘৰটোও টিঙৰেই বগা ঘৰ। তেওঁলোকৰ পদূলিত মই থিয় হলোঁ আৰু লগে লগে এনে ভাব হ'ল যেন ভিতৰলৈ আৰু সোমাই নগৈ উভতিহে যাম। ভিতৰত ঢেঁকীশালত কোনোবাই ধান বানি আছে। আহিছোঁৱেই যেতিয়া ভিতৰলৈ যোৱাৰ কথাকে ভাবি নঙলাৰ জপনাখন ডেই চোতাল

পালোঁ গৈ। চোতালত কোনো নাই। চিঞৰিলেও ঢেঁকীৰ শব্দত কোনোবাই মোৰ মাত শুনিব বুলি আশা কৰিব নোৱাৰি। আৰু চিঞৰিমেই বা কাক? অৱশেষত প্ৰায় ছয় বছৰীয়া এজনী ছোৱালীয়ে 'মানুহ আহিছে, মানুহ আহিছে'কৈ চিঞৰি বৰ ঘৰৰ পৰা ওলাই আহি ঢেঁকীশাল পালে গৈ। লগে লগে তাৰ পৰা ওলাই আহিল—এৰা, সেয়া কোন? সেই তিৰোতাজনী? অযোধ্যাই নেকি? মই খুব সযত্নে চাই পঠিয়াই বুজিলোঁ, সেইজনী অযোধ্যাই হয়। নাই অযোধ্যা খীণোৱা নাই। গাভৰু অৱস্থাৰ সেই দেহৰ গঠন এতিয়া নাই যদিও তেওঁ খীণোৱাও নাই। আগৰ সেই ঢক ঢক কৰে বগা গাৰ ৰং এতিয়াও বগা হৈয়েই আছে; অৱশ্যে গালৰ সেই ৰংচুৱা আভাটো এতিয়া নাই। পিন্ধনত তেওঁৰ আগৰ কৰ্কালত পিন্ধা মেখেলাৰ ঠাইত এতিয়া বুকুত পিন্ধা মেখেলা। আগৰ বুকুত লোৱা চাদৰৰ সলনি এতিয়া মূৰত লোৱা ওৰণি এখন। অযোধ্যা মোৰ পিনে আগুৱাই আহিব ধৰিছে যদিও তেওঁ মোক চিনিব পৰা নাই। চকু থিয় কৰি তেওঁ মোৰ পিনে চাই চায়েই মোৰ পিনে ক্ৰমাৎ আগুৱাই আহিব ধৰিছে। অৱশেষত এটি নিৰ্দিষ্ট দূৰত্বত তেওঁ বৈ গ'ল আৰু সপ্ৰশ্ন দৃষ্টিৰে মোৰ পিনে চালে। মই বুজিলোঁ, অযোধ্যাই মোৰ পৰিচয় বিচাৰিছে। মই কলোঁ, "মই মাজবাট গাওঁৰ পৰা আহিছোঁ। কিষ্কিন্ধ্যা বৌৱে মোক ইয়ালৈ খবৰ লবলৈ পঠিয়াইছে।"

অযোধ্যা যেন লগে লগেই জঁপিয়াই উঠিল। তেওঁৰ চকুৱে মুখে এক বিপুল আনন্দৰ বেঙণি বিৰিঙি উঠিল। তেওঁ প্ৰায় চিঞৰি উঠিল, "অ', তুমি, মণি। ওস, ইমানটো হৈছা, চিনিম কেনেকৈ! উঃ ৰাম, আজি কেনেকৈ যে আহি পালা। মাজু, মা, সোনকালে গামোচা এখন লৈ আহা। এয়া তোমাৰ এজন খুড়া আহিছে। দৌৰা, দৌৰা।" এটুকুৰা চুম্বকে লো টানি নিয়া দি অযোধ্যাই মোক বাৰান্দালৈকে লৈ গ'ল আৰু ছোৱালীজনীয়ে অনা



গামচাখনিৰে তাত থকা চকীখন মচি দি মোক বহিবলৈ দিলে। মই বহি ললোঁ আৰু কলোঁ, "এতিয়া চিনিছা?"

তেওঁ আনন্দ আৰু উৎসাহতেই কলে, "প্ৰথমতে চিনা নাচিলোঁ সঁচাকৈয়ে। চিনিম কেনেকৈ। সেই অক'মানিতে যি তোমাক দেখিছিলোঁ, আৰুতো দেখা নাই। আজি প্ৰথম দেখিয়েই ভাবিলোঁ, বোলো কোন চহৰীয়া ভদ্ৰলোক এজন আহি ওলাল হি এনেদৰে। হোলপেন পিন্ধা, হাতত ঘড়ী, ভৰিত জোতা-মোজা পিন্ধা ভদ্ৰলোক মানুহ আমাৰ ঘৰলৈ হঠাৎ কিয় আহিল—তাকে ভাবি পোৱা নাছিলোঁ। কিন্তু যেই তুমি মাজবাটৰ পৰা আহিলা বুলি কলা আৰু কিষ্কিন্ধ্যা বাইৰ নাম কলা, মই ধৰি পেলালো। আজি পিছে কি ভাগ্য আমাৰ। তোমাক যে আৰু কোনোবা দিনা দেখা পাম, তেনে আশা এৰিছিলোঁৱেই। অ', পিছে তুমিতো আমাৰ ঘৰৰ কাকোৱেই দেখা নাই। ৰবা, মই শাহু আইক মাতি আনি চিনাকি কৰি দিওঁ। ল'ৰা-ছোৱালী কেইটাৰ পিছে সৰু তিনিটাহে এতিয়া ঘৰত। বাকী চাৰিটা দেউতাকৰ লগত আমাৰ আইহঁতৰ ঘৰলৈ গ'ল আজি পুৱাতে। গধূলিলৈ দেউতাকৰ লগত সিহঁতৰ দুটা অন্ততঃ আহিব। তেতিয়া দেখিবা। দেউতাককো তেতিয়াহে দেখিবা।"

অযোধ্যা ভিতৰ পালে গৈ। আগৰ গম্ভীৰ, অল্পভাষী অযোধ্যা দেখিছোঁ এতিয়া বাংচালী আৰু বহুখিনি চঞ্চল হৈ উঠিছে। অযোধ্যা তেন্তে সাংসাৰিক জীৱনত সুখীয়েই হৈছে?

অলপ পিছতে অযোধ্যাই টোকোণ ধৰি ধৰি খোজ কঢ়া বুঢ়ী এজনীৰ সৈতে ওলাই আহিল। সেইজনীয়েই অযোধ্যাৰ শাহুৱেক বুলি চিনাকি কৰি দিলে অযোধ্যাই। কথা-বতৰাই বৰ মৰমিয়াল যেন লাগিল বুঢ়ীজনীক। অযোধ্যাই চাগৈ শাহুৱেকৰ পৰা বৰ মৰম পাইছে। কাঁথিতে পাৰি থোৱা ঢাৰি এখনত বুঢ়ী বহি তামোল কটাত লাগিল। শাহুৱেকে মোৰ লগত কথা কৈ কৈয়েই তামোল কাটি থাকিলে।

অযোধ্যা ভিতৰলৈ গৈছিল। অলপ পিছত প্ৰায় ছবছৰীয়া সেই ছোৱালীজনীক উলিয়াই আনি মোৰ লগত চিনাকি কৰি দিলে। সেইজনী তেওঁৰ পঞ্চম সন্তান। তলৰ দুয়োটি ল'ৰা। কাৰোবাৰ ঘৰত গৈ খেলি আছে এতিয়া। অযোধ্যাৰ এইজনী ছোৱালীয়ে কিন্তু একেবাৰে মাকৰ গঢ় লৈছে। দেখিলেই মৰম লগা মুখখন। কথা-বতৰাতো বেছ মৰম লগা। অযোধ্যাই ছোৱালীজনীক কলে, "মাচোন, বাপা আৰু বাপধন কাৰ তাত আছে, বিচাৰি লৈ আহ গৈ।" ছোৱালীজনীয়ে পদূলিৰে ৰাস্তালৈ দৌৰ মাৰিলে। অযোধ্যা পুনৰ ভিতৰলৈ গৈ কেটলি আৰু চামুচৰ খুটখাট শব্দ তুলি দিলে। বুঢ়ীয়ে মোক ইটো সিটো কথা সুধি থাকিল। কিছু সময়ৰ পিছত অযোধ্যাৰ ছোৱালীজনীয়ে তেওঁতকৈ সৰু ল'ৰা দুটি লৈ মোৰ সন্মুখেৰে ভিতৰ পালে গৈ। লগে লগে অযোধ্যাই চাহ এগিলাচ আৰু আখৈ এবাটি লৈ ওলাই আহিছিল। মোৰ সন্মুখলৈ আৰু এখন চকী টানি আনি তাতে চাহৰ গিলাচ আৰু আখৈৰ বাটিটো থৈ মোক ল'ৰা দুটিৰ সৈতে পৰিচয় কৰি দিলে। প্ৰায় চাৰি বছৰীয়া আৰু দুই বছৰীয়া সৰু সৰু ল'ৰা দুটিও বেছ মৰম লগা হৈছে। সিহঁতৰ মুখৰ আকৃতি অৱশ্যে অযোধ্যাৰ মুখৰ আকৃতিৰ লগত নিমিলে। সিহঁতৰ দেউতাক, মানে অযোধ্যাৰ গিৰীয়েক তেন্তে সিহঁতৰ দৰেই নেকি? অযোধ্যাৰ গিৰীয়েক তেন্তে ধুনীয়া মানুহেই হ'ব।

মোৰ চাহ খোৱা হোৱাৰ লগে লগে বুঢ়ীয়ে তামোলৰ বটাটো মোলৈ আগবঢ়াই দিছিল। অযোধ্যাই মোক কৈছিল, "তুমি এতিয়া আইৰ লগতে বহা। মই ভাত বহাওঁ।" অযোধ্যা ভিতৰলৈ গৈছিল। মই বুঢ়ীৰ লগত কথা পাতি পাতি বহি আছিলোঁ। অযোধ্যাই ইতিমধ্যে তেওঁলোকৰ চাকৰৰ ল'ৰাটিক গাৱঁলৈ পঠিয়াই দি এযোৰ পাৰৰ পোৱালী বিচাৰি অনাইছিল আৰু মৰাই বচাই লৈছিল।





দুপৰীয়া বৰ আদৰ-সাদৰকৈ অযোধ্যাই তাক পাৰৰ আঞ্জাৰে ভাত খুৱালে। সি মজিয়াৰ পীৰাত বহি ভাত খাওঁতে অযোধ্যাই তাৰ ওচৰতে থিয় হৈ থাকি কি লাগিব, কি নালাগিব সুধি সুধি ইটো সিটো আনি দি আছিল। লগতে অযোধ্যাই কথাই কথাই দুখ কৰিছিল, "তুমিও আহিলা; তেখেতো নাই। তোমাক তেখেতৰ লগত চিনাকি কৰি দিব পাৰিলে আজি কিমান যে ভাল লাগিব। তেখেতেও যে কিমান ভাল পাব। মই তেখেতক তোমাৰ কথা প্ৰায়েই কৈ থাকোঁ নহয়—কেনেকৈ বাইদেউহঁতৰ গাওঁখনৰ সকলো ল'ৰাতকৈ তোমাৰ মতি-গতি ভাল আৰু সেই কাৰণে, কেনেকৈ তুমি ইমানখিনি উন্নতি কৰি চহৰ পাব পাৰিলা গৈ। তেখেতে তোমাক দেখা পালে সঁচাই ভাল পাব, জানা? তেখেতো বৰ ভাল মানুহ। তেনেই সহজ-সৰল। গপ-দৰপ একো নাই। যেন অজলা ল'ৰাটো।"

মোৰ ইতিমধ্যে খোৱা হৈছিল। অযোধ্যাৰ পৰা এইবোৰ কথা শুনাৰ পিছত মোৰ ভাব হৈছিল, অযোধ্যাৰ অনুৰোধক্ৰমে তাত ৰাতিটো থকাৰ মোৰ যেন আৰু কোনো প্ৰয়োজন নাই, মই যেন এতিয়া অযোধ্যাক এৰি আঁতৰি যাব পাৰোঁ গৈ।

অৱশেষত অযোধ্যা আৰু অযোধ্যাৰ শাহুৱেক—দুয়োৱে আপত্তি নামানি মই যাবলৈ ওলালোঁ আবেলিকৈ। মোক কোনোমতে ৰাখিব নোৱাৰি অযোধ্যাৰ চকু চলচলীয়া হ'ল। তেওঁ বাৰে বাৰে কলে, "তেখেতে বৰ দুখ পাব তুমি এনেকৈ গুচি গ'লে।"

তথাপি মই গুচিয়েই আহিলোঁ। অযোধ্যাই সংসাৰ পাতিছে। অযোধ্যা সুখী হৈছে। সহজ-সৰল, গপ-দৰপ নোহোৱা, অজলা ল'ৰা এটিৰ দৰে মানুহ এজনৰ লগত সংসাৰ কৰি অযোধ্যা সুখী হৈছে। সেই সুখ মেই দেখা পাইছোঁ। মই আৰু তাত থকাৰ প্ৰয়োজন কি?

মই আঁতৰি আহিলোঁ। বিয়লিৰ পোহৰ পৰি সোণালী হৈ পৰা

শৰতৰ পথাৰৰ মাজে মাজে যোৱা আলিবাটটিৰে মই উভতি খোজ পেলালোঁ। ওপৰৰ ডাঠ নীলা আকাশেদি তেতিয়া উৰি গৈছিল এটি বগলীৰ জাক। দিনটোৰ পৰিশ্ৰমৰ পিছত আপোন বাহলৈ উভতি যোৱা বিশ্ৰামকামী এজাক বগলী। ওপৰৰ পৰা দৃষ্টি নমাই মই চাই পঠিয়ালোঁ মোৰ চৌদিশে। দূৰৈৰ গাওঁবোৰ আবৰি থকা ডাঠ বাঁহনিবোৰতো দিনটোৰ পৰিশ্ৰমৰ পিছত বাহলৈ উভতি আহি চৰাই-বোৰে আৰাও কাঢ়িব ধৰিছে। চাৰিওপিনৰ পাতল আন্ধাৰবোৰ লাহে লাহে নামি আহিব ধৰিছে পৃথিৱীৰ বুকুলৈ। সেই আন্ধাৰত লাহে লাহে তাৰ চৌদিশৰ সকলোবোৰ ম্লান পৰি যাব ধৰিছিল। মোৰ মনটোও গধুৰ হৈ পৰিছিল। চৰাইবোৰে এতিয়া দিনটোৰ ব্যস্ততাৰ পিছত আপোন আপোন বাহলৈ গৈ বিশ্ৰাম লৈ সুখী হৈছে। মোবো এতিয়া বাহলৈ উভতি যোৱাৰ সময়। বাহলৈ গৈ দিনটোৰ অবসাদ আঁতৰাই অকণি শান্তি বিচৰাৰ সময়।

# পৃথিৱী আৰু মানুহ

চাহ বাগিচাৰ জীৱনৰ গতানুগতিকতাৰ মাজত আজি ইমান দিনে সোমাই থকাৰ পিছত যোৱা চাৰিটা দিন অবিনাশৰ অতি সুন্দৰকৈ কাটি যোৱা যেন লাগিল। কলেজত পঢ়োঁতে গুৱাহাটীত কটোৱা চাৰিটা বছৰৰ সেই কালছোৱা তাৰ জীৱনৰ কেনে যে এছোৱা দুৰ্লভ কাল আছিল সেই কথা সি উজনি অসমৰ তেনেই ভিতৰুৱা সেই ঠাইখনৰ চাহ বাগানৰ স্কুলটোত যেতিয়া শিক্ষক হৈ সোমাইছিল গৈ, তেতিয়াহে ভালকৈ উপলব্ধি কৰিব পাৰিছিল। কলেজৰ সেই মুখৰ দিনবোৰৰ স্বাদ সি পুনৰ পাব পাৰিব বুলি আশা কৰিয়েই গুৱাহাটীলৈ আহি ইয়াত কেইদিনমান কটাবলৈ পোৱাৰ এই সুযোগটো সি গ্ৰহণ কৰিছিল। আৰু সঁচাসঁচিকৈয়েই অতি ভালো লাগিছিল তাৰ গুৱাহাটীলৈ অহাৰে পৰা যোৱা চাৰিটা দিন। কিন্তু পুৰা চাৰি দিন আজলী আৰু অনুকূলৰ সঙ্গত অনুকূলহঁতৰ ঘৰৰ এই চহকী, বিলাসী পৰিবেশত থাকি এক অভাৱনীয় আনন্দ পোৱাৰ পিচত, কেনে যে হৈ গ'ল আজি হঠাৎ অবিনাশৰ মনটো! দুপৰীয়া সাৰ পাই উঠাৰ লগে লগে কিবা এটি বেদনাৰে তাৰ মনটো ভৰি উঠিল। কিহৰ এই বেদনা সি বুজিব নোৱাৰিলে। সি মাথোন অনুভৱ কৰিলে, সি যেন কেতিয়াবা ক'ৰবাত কিবা এটি হেৰুৱাইছে—যিটো সি ভাল পাইছিল, যিটো সি সদায় ওচৰত পাব বিচাৰিছিল, কিন্তু যিটো তাৰ পৰা আঁতৰি গৈছে কোনো দিন আৰু উভতি নাহিবলৈ। কিন্তু কি হেৰুৱালে সি এনেদৰে? এই দুপৰীয়াৰ নিৰ্জ্জনতাত কিহৰ এই বুজিব নোৱাৰা শূন্যতা?

বতৰটো ফৰকাল। বৰ্ষা লাহে লাহে শেষ হৈ আহিছে৷ শৰৎ যে আহিব তাৰ ইঙ্গিত গছে-বনে-আকাশে দেখা গৈছে। এনে এটি

সময়ত, তুপৰীয়া ঘৰখন যেতিয়া তেনেই নিজান, চহৰখন যেতিয়া নিস্তব্ধ, তেতিয়া হঠাৎ টোপনিৰ পৰা সাৰ পাই গ'ল কিয় অবিনাশ ? অশান্ত হৈ উঠিল কিয় অবিনাশৰ মনটো ? এই প্ৰশ্নৰ উত্তৰ বিচাৰিব খোজাৰ লগে লগে অবিনাশৰ মনৰ নিৰ্জ্জন সভা-থলীত বহুতো কথাই হঠাতে গুণগুণাই উঠিল। কিন্তু কোনো এটি বিশেষ কথাকেই সি মনত পেলাব নোৱাৰিলে। নিজৰ প্ৰতি এক গভীৰ সহানুভূতিত তাৰ মনটো মাথোন ভৰি উঠিল। কিমান বাধা-বিঘিনি, কিমান অনাদৰ অৱহেলাৰ মাজেৰে এইখিনিলৈ আহি পাইছে অবিনাশ ! অনুকূল আৰু আজলীৰ আজি সি ঘৰৰ অতিথি বুলিও, লগৰ লগৰী বুলিও, জীৱনত কোনো দিন কোনো প্ৰতিবন্ধক নোপোৱা অনুকূল আৰু আজলীহঁতৰ জীৱনৰ লগত তাৰ জীৱনৰ কিমান প্ৰভেদ।

আজলীজনীও ! কেনে পাহাৰী নিজৰাৰ দৰে এই ছোৱালজনী। জীৱনটো যেন তাই হাতৰ চলুতে লৈ কটাই যাব। ক'তো যেন কোনো বাধা নাই, কতো যেন কোনো জটিলতা নাই তেওঁৰ জীৱনত। ছোৱালীৰ সাধাৰণ সঙ্কোচখিনিও নাই তেওঁৰ। সোতৰ-ওঠৰ বছৰীয়া গাভৰু ছোৱালী ; তথাপি অবিনাশক হাতত ধৰি টানি লৈ যায় তেওঁ ফুলনিখনিৰ মাজলৈ। তেওঁ বোৱা শেৱালীজুপি আজি নিশা প্ৰথমবাৰৰ বাবে ফুলিলে। অবিনাশে চাব লাগে। ড্ৰয়িং ৰুমত সযতনে সজাই থোৱা উমা-মহেশ্বৰৰ ছবিখনৰ গ্লাচখনত ৰাতি মকৰাই জাল এখন কাটি থৈ গৈছে। আপত্তিৰ সুৰত অবিনাশক সেইখন দেখুৱাই অবিনাশৰ গাৰ ওপৰেদিয়েই জাপ এটি মাৰি দিলে ছবিখনিৰ গ্লাচখন চাদৰৰ আচলেৰে চাফা কৰিবলৈ। কেনে যে আচৰিত ছোৱালী। মাকে কেতিয়াবা গালিও পাৰে। 'নতুনকৈ আহিছে ল'ৰাজন। তেনেখন কৰি দেখুৱালে কি বুলিব !' পিছে আজলীৰ মাকে নাজানে, অবিনাশে একোকে নাভাবে। আজলীক সি বুজি পাইছে। পি. ডব্লিউ. ডি.ৰ একৃজি-কিউটিভ্ ইঞ্জিনিয়াৰৰ শেহতীয়া সন্তান আৰু একমাত্ৰ ছোৱালী আজলী। জীৱনত কোনো দিন কোনো অনাদৰ পোৱা নাই, আঘাত পোৱা নাই।



কোনো দিন বুজিব পৰা নাই অভাৱ কি বস্তু। প্ৰবীণ ইঞ্জিনিয়াৰ দেউতাকে আঁচনি কৰি থোৱা তেওঁৰ নিষ্কণ্টক জীৱন-পথ পোনপটীয়া হৈ পৰি আছে তেওঁৰ সমুখত। আজলীৰ সেইখিনি চঞ্চলতা নাথাকিব কেলৈ ? জীৱনক বুজাৰ, বয়সক বুজাৰ আৰু বুজি উঠি সাৱধানে খোজ কঢ়াৰ তেওঁৰ সুবিধাই বা হ'ল ক'ত ?

আজলীজনী এতিয়া নিশ্চয় স্কুলতেই ব্যস্ত। অবিনাশে হাতৰ ঘড়ীটোলৈ চালে। তুই বাজি পোন্ধৰ মিনিট। চাৰি বজাত আজলী, অনুকূল আৰু অবিনাশ উত্তৰ গুৱাহাটীৰ পিনে ফুৰিবলৈ যোৱাৰ কথা। গুৱাহাটীত পঢ়ি থাকোঁতে উত্তৰ গুৱাহাটীখনলৈ সময়ে সময়ে ফুৰিবলৈ গৈ অবিনাশৰ ভাল লাগিছিল। উত্তৰ গুৱাহাটীৰ বাটে-ঘাটে, ঘৰে-বাৰীয়ে পুৰণি দিনৰ চিন লাগি ৰৈছে। উত্তৰ গুৱাহাটীলৈ যোৱাৰ প্ৰস্তাৱটো অনুকূলে কৰাত সেয়েহে অবিনাশে তৎক্ষণাৎ সম্মতি দিছিল। আজলীয়ে কথাটো শুনি তেওঁকো লগত নিব লাগিব বুলি দাবী কৰিছিল। অবিনাশৰতো আপত্তি নাছিলেই। অৱশেষত অনুকূলৰ আপত্তিও নৰজিল। আজলীও তেওঁলোকৰ লগত যোৱাটো ঠিক হ'ল। এই আবেলি। চাৰি বজাত। তাৰ আগে আগে আজলী স্কুলৰ পৰা উভতি অহাৰ কথা।

সিহঁতৰ ইয়াত থকা কেইদিন অনুকূলৰ অবিনাশলৈ মৰমৰ সীমা নাই। অবিনাশৰ প্ৰতি মৰমৰ সীমা নাই অনুকূলৰ মাক আৰু দেউতাকৰো। অথচ অবিনাশৰ লগত ঘৰখনৰ সম্পৰ্কই বা কিটো ? তুটা বছৰ তুয়ো একে লগে পঢ়িছিল বুলিও অবিনাশ আৰু অনুকূলৰ মাজত বেছি ভাগ কথাৰেই মিল নাছিল। কেৱল জিৰণিৰ সময়ত কলেজৰ ৰিডিং ৰুমত বহি পঢ়াৰ অভ্যাসটো আছিল তুয়োৰে উমৈহতীয়া। ক্লাচ শেষ হোৱাৰ পিছতেই অবিনাশ উভতি গৈছিল তাৰ ত্ৰিছ টকীয়া জুপুৰী ভাড়া ঘৰলৈ আৰু অনুকূল উভতি গৈছিল দেউতাকৰ সুসজ্জিত তুমহলীয়া ঘৰলৈ। সেই বুলি নিজৰ নিঃকিন অৱস্থাটোৰ বাবে অনুকূলৰ কোনো দিন কোন

ক্ষোভ নাই। নিজৰ ভৰিৰ ওপৰত থিয় হৈয়েই সি যে তাৰ কলেজীয়া শিক্ষা শেষ কৰিছিল, সেই কথা যেতিয়াই তাৰ মনত পৰে তেতিয়াই সি গৌৰৱ বোধ কৰিব খোজে। সঁচা কথা, কলেজৰ সেই চাৰিটা বছৰৰ এটা মুহূৰ্ত্ততো অন্য কলেজীয়া ল'ৰা বোৰৰ দৰে কমোৱা তুলা হৈ উৰি ফুৰিবলৈ সি আহৰি পোৱা নাছিল। ভাত মুঠিৰ বাবে, ঘৰ ভাড়া থিনিৰ বাবে, কলেজৰ মাচুলৰ বাবে যিখিনি টকা তাক লাগিছিল, সেইখিনি আৰ্জ্জিবলৈ কষ্ট কৰোঁতে কৰোঁতেই তাৰ আনন্দ কৰাৰ সময়বোৰ কাটি গৈছিল। তাৰ সেই জীৱনটোৰ পৰা তাৰ বন্ধু অনুকূলৰ জীৱনটো কিমান বেলেগ আছিল! তথাপি অবিনাশ আছিল অনুকূলৰ কলেজৰ প্ৰথম দুটা বছৰত কলেজখনত একমাত্ৰ অন্তৰঙ্গ বন্ধু। সেয়েহে নিশ্চয় আজি ইমান বছৰে অবিনাশৰ পৰা আঁতৰি চৰকাৰী কামত অ'ত ত'ত ঘূৰি ফুৰাৰ পিছতো অবিনাশক মাতি আনিছে অনুকূলে তাৰ ঘৰলৈ, তাৰ ওচৰলৈ। খড়গপুৰৰ পৰা ইঞ্জিনিয়াৰিং পাচ কৰাৰ পিছত অনুকূলে কেন্দ্ৰীয় চৰকাৰৰ কিবা এটা চাকৰিত সোমাইছে। কেবা বছৰৰো মূৰত এইবাৰ এমাহৰ ছুটী লৈ সি ঘৰলৈ আহিছে।

আৰু অবিনাশ? অনুকূলে আই. এছ্. চি. পাচ কৰাৰ পিছত কলেজ এৰি খড়গপুৰ পালে। অবিনাশৰ তেনেবোৰ কথা ভাবিবৰেই উপায় নাছিল। গতিকে সি আই. এছ্. চি পাচ কৰাৰ পিছত বি. এছ্. চি. পঢ়িলে আৰু বি. এছ্. চি. পাচ কৰি তাৰ গাৱঁৰে নতুনকৈ স্থাপিত হোৱা হাইস্কুলটোত শিক্ষকতা কৰিলে গৈ। কিন্তু তাত ভাল নলগাত গাওঁ এৰি গুচি গ'ল উজনি অসমৰ সেই ভিতৰুৱা ঠাই-খনৰ চাহবাগানখনলৈ স্কুলৰ চাকৰিটো পাই। অবিনাশৰ লগত চিঠিৰ আদান প্ৰদান ৰাখিছিল অনুকূলে সততে। সেই কাৰণেই হয়তো অনুকূলৰ বাবে সম্ভৱ হ'ল, ছুটী লৈ আহিয়েই অবিনাশক উজনি অসমৰ চাহবাগিচাত গৈ লগ ধৰা আৰু লগ ধৰি তাৰ গুৱাহাটীৰ ঘৰলৈ কিছু দিনৰ বাবে লৈ অহা।



দুপৰীয়া টোপনিৰ পৰা উঠাৰ পিছত অনুকূলে অবিনাশক তাৰ কোঠাৰ পৰা আজলীৰ পঢ়া কোঠালৈ লৈ গ'ল আৰু তাইৰ টেবুলৰ ওপৰত দুয়ো দুখন চকীত বহি লৈ চাহলৈ অপেক্ষা কৰিলে। চাহ অহাৰ পিছত দুয়ো চাহ খাবলৈ ধৰিছেহে, এনেতে বুকুত বাওঁহাতেৰে কিতাপবোৰ হেঁচি ধৰি আৰু সোঁহাতেৰে জপোৱা অৱস্থাত ছাতিটো লৈ ধুমুহা এছাটিৰ দৰে সোমাই আহিল আজলী। তাইৰ পঢ়া কোঠাতে অনুকূল আৰু অবিনাশক চাহ খাই থকা দেখি আজলী চক খাই উঠিল আৰু লগে লগে তাৰ বাবে লাজ পাই জিভাখন উলিয়াই অলপ পিছুৱাই গ'ল।

"জলী যে! এই তিনি বজাতে কেনেকৈ আহি পালি?" তহঁতৰ স্কুল জানো চাৰে তিনিতহে ছুটী নহয়? অনুকূলে আচৰিত হৈ সুধিলে।

"হোঃ! একেবাৰে চাৰে তিনিলৈ থাকিলে মই চাৰি বজাতহে আহি পাম। আৰু ইপিনে তহঁতে যদি তিনি বা চাৰে তিনিতেই মোক এৰি থৈ উত্তৰ গুৱাহাটী উঠ গৈ? নামটো তহঁতে আজলী থলি বুলি মই হবলা কথা আৰু কামতো আজলী হ'ম? মই শেষৰ পিৰিয়ডটোৰ বাবে ছুটী লৈ গুচি আহিলোঁ।"

এইবাৰ ক্ষণ বুজি অবিনাশে সুধিলে, "কি কাৰণ দেখুৱাই তুমি ছুটী ললা বাৰু, আজলী?"

আজলীয়ে টপৰাই কৈ উঠিল হাঁহি এটি মাৰি, "আপুনি বোলে আকৌ মাষ্টৰ? ল'ৰা-ছোৱালীয়ে কেনেকৈ ছুটী লয় নেজানে নেকি? পেটৰ অসুখ বা মূৰৰ বিষ বুলি লিখি দিলে আপোনালোকে নহয় বুলি কব পাৰিব জানো?"

আজলীৰ কথাৰ সুৰত অবিনাশৰ হাঁহি উঠি যাব খুজিছিল। আজলীজনীৰ সকলো কথাই ভাল লাগি গৈছে অবিনাশৰ। পিছে আজলীক আটাইতকৈ ভাল লগা হয়, তাইৰ যেতিয়া খং উঠে তেতিয়াহে। কেনে ৰূপ যে লয় এই ছোৱালীজনীয়ে খং উঠিলে।

আজলী সেই ৰূপ মনলৈ অহাৰ লগে লগে অলপ জোকাই চাবৰ মন গ'ল অবিনাশৰ তেতিয়াও আজলীক। অবিনাশে সেয়েহে কৈ উঠিল, "এৰা, বিশেষকৈ ছোৱালী স্কুলত সেই ফাঁকিটো দিয়া সহজ। তাত শিক্ষকতো আৰু নাই; চব শিক্ষয়িত্ৰীহে। তিৰোতা এজনীৰ চকুত ধূলি দিয়াটো কিমান যে সহজ কাম।"

লগে লগে আজলীৰ মুখমণ্ডলত অবিনাশৰ আশা পূৰ্ণ হোৱাৰ লক্ষণ দেখা গ'ল। তাইৰ চকুযুৰি ৰাতিৰ পাহাৰত হঠাতে জুই জ্বলি উঠা দি জ্বলি উঠিল। "পুৰুষবোৰেই বৰ বুদ্ধিমান! যদিহে আমি এনে ফাঁকিকে দিওঁ, সাধ্য আছে নেকি বৰ বৰ পুৰুষবোৰৰ আমাক ধৰা পেলাবলৈ?" আজলীয়ে এনে এটি খঙাল দৃষ্টিৰে অবিনাশৰ পিনে চালে যেন তাইৰ চকুৰ জুইৰে অবিনাশক তেতিয়াই তাই পুৰি ছাই কৰি পেলাব। অবিনাশৰ পিনে চাই চায়েই তাই গৰ্জ্জি থাকিল, "কওক, কওক! এতিয়া নামাতে কেলৈ?" তাই ক্ৰমে ক্ৰমে অবিনাশৰ পিনে আগবাঢ়ি আহিবলৈ ধৰিলে আৰু মুখেৰে বলকিয়েই থাকিল, "বৰ চোকা পুৰুষবোৰ। ইস্কুলৰ পৰা পলাই, কলেজৰ ক্লাচ বাদ দি কত ল'ৰাই বজাৰত আড্ডা দিয়ে গৈ, ছোৱালীৰ স্কুলৰ সমুখত আড্ডা দিয়ে গৈ; কি কৰে সিহঁতক ল'ৰাৰ স্কুলৰ বৰ চতুৰ পুৰুষ শিক্ষকবোৰে? কি কৰে? নামাতে দোখান? মাতক, মাতক এতিয়া পাৰে যদি।" খণ্ডত একো নাই হৈ আজলীয়ে কোঠাটোত ঘূৰি ফুৰিছিল। অবিনাশে আমোদ পাইছিল। সি কৈছিল, "বহাগৰ বৰদৈচিলা দেখিছোঁ। এতিয়া এই ভাদতেই আহিলে। তহঁতৰ গুৱাহাটীত কি বিপৰীত কথা অ' অনুকূল।" অনুকূলে মুখ টিপি টিপি হাঁহিছিল।

আজলীয়ে পুনৰ গোৰগোৱাই উঠিল, "যাওক, যাওক, গুৱাহাটীৰ বদনাম গাবলৈ নাহিব। চাহ বাগানৰ কুলীমখাৰ মাজত থাকি থাকি কুলী হৈ গৈছে।"

কথাখিনি শেষ হোৱাৰ লগে লগে তাই তাইৰ বিছনাখনতে ঢপংকৈ ঢলি পৰিল আৰু মুখখন গাৰুত গুজি লৈ উচুপিবলৈ ধৰিলে। তাইৰ



উচুপনি ক্ৰমাৎ বাঢ়ি যাবলৈ ধৰা দেখি অবিনাশ বিপাণ্ডত পৰিল। এই আপদীয়া পৰিস্থিতিটোৰ বাবে সিয়েই যে দায়ী। বৰ অসহায়ভাবে সি এইবাৰ অনুকূললৈ চাই পঠিয়ালে। অনুকূলে তাৰ ভাব বুজিলে। সি আজলীক উদ্দেশ্য কৰি কলে, "এনেকৈ কান্দিবলৈ কিহে পালে তোক, জলী? ক্লাচ ইলেভেনত পঢ়। হায়াৰ চেকেণ্ডাৰীত নপঢ়ি হাইস্কুলত পঢ়াহেঁতেন স্কুল পাচ কৰি এতিয়া কলেজৰ ছাত্ৰী হলিহেঁতেন। এনে কাণ্ড কৰিবলৈ লাজ পোৱা নাই?" আজলীৰ কিন্তু কোনো পৰিৱৰ্ত্তন হোৱা দেখা নগ'ল। এনে অৱস্থাত ভনীয়েকক কি দৰৱেৰে ভাল কৰিব পৰা যাব, অনুকূলে সি মানুহৰ ডাক্তৰ নহৈ ইঞ্জিনৰ ডাক্তৰ হ'লেও জানে। সি কৈ উঠিল, "আমাৰতো চাহ খোৱা হ'লেই। আমি ওলাৱেঁই আৰু উত্তৰ গুৱাহাটীলৈ। যদি কোনোবা আমাৰ লগত যাব খোজে পটকৈ ওলাব গৈ। আৰু নহ'লে ইয়াতেই কান্দি থাকিব, আমি গুচি যাম গৈ।" কথাখিনি অনুকূলৰ মুখৰ পৰা ওলাবহে পালে আজলীৰ ততালিকে কান্দোন বন্ধ হ'ল। তাই সিহঁতৰ পিনে পিঠি দি উঠি বহিল আৰু সিহঁতৰ পিনে নোচোৱাকৈয়েই উঠি কোঠাটোৰ পৰা ওলাই দৌৰ মাৰিলে।

অনুকূল আৰু অবিনাশে পাৰে মানে হাঁহিলে। "মনটো একেবাৰে সৰু ছোৱালীৰ দৰেই হৈ আছে।" অবিনাশে কলে। অনুকূলে যোগ দিলে, "তাইৰ বয়সো বৰ কম, দেখাত যদিও মস্ত এজনী হৈ উঠিছে।"

তাৰ পিছত বহু সময়লৈ দুয়ো নিৰৱ হৈ আছিল। অবিনাশে সেই নিৰৱতা ভঙ্গ কৰি কলে, "মনৰ সৰলতাখিনিৰ বাবে তেওঁ বেছ মৰম লগা।"

লগে লগে অনুকূল যেন গম্ভীৰ হৈ পৰিল। গম্ভীৰ স্বৰেৰেই অনুকূলে কৈ উঠিল, "কিন্তু সেই সৰলতা ইতিমধ্যে তাইৰ আঁতৰি যোৱা নিতান্ত উচিত আছিল। ইমান অবুজ হৈ, ইমান ঠেহ্ পেঁচৰ মাজেৰে তাইতো গোটেই জীৱনটো কটাই দিব নোৱাৰে। আজিত বাদে কালিলৈ তাই এই ঘৰ এৰি যাব লাগিব। তেতিয়া জানো

ৰজিব তাইৰ এই খং-ৰোঁহ?" অনুকূলে অবিনাশৰ পিনে চাইছিল। অবিনাশে অনুকূলে ঠিক কি কব খুজিছে তাক বুজিব নোৱাৰি চাই আছিল অনুকূলৰ মুখৰ পিনে। অনুকূলে সেপ ঢুকি লৈ পুনৰ কৈছিল, "একমাত্র ভনী বুলি তাইক পঢ়াই শুনাই অলপ বেলেগ ধৰণে গঢ়ি তুলিম বুলি এসময়ত এটি আশা আছিল। তেতিয়া তাইক যে ইমান সোনকালে বিয়া দিবলৈ উলিয়াম, সেই কথা ভাবিবই পৰা নাছিলোঁ। কিন্তু যি ভাবিব পৰা নাছিলোঁ, সেয়েই হ'ল গৈ। তাইৰ বিয়া ঠিক হ'ল—মানে দেউতাই ঠিক কৰিলে। আৰু দেউতাৰ এই কাম ইমান সুচিন্তিত, ইমান সুশৃঙ্খল যে মোৰ তাত মাত মাতিবলৈ একোকে নাথাকিল।"

অপ্রত্যাশিত এই খবৰটো পাই অবিনাশৰ কেনে যেন লাগিছিল। সি যেন কিহবাৰ এটি আঘাত পাইছিল। তাৰ যেন আৰু একোকে শুনিবলৈ মন নাছিল। সি যেন অনুকূলৰ ওচৰৰ পৰা উঠি কৰবালৈ গুচি যাব সেই মুহূর্ত্ততে। কিন্তু অনুকূলে কৈয়েই গৈছিল ঃ

"যিটো ল'ৰা আজলীৰ বাবে ঠিক হ'ল, তেওঁৰ বিপক্ষে কবলগীয়া একোকেই থাকিব নোৱাৰে। আই. এছ্. চি. পঢ়া দিনৰে পৰা মই তেওঁক জানোঁ। মোতকৈ বয়সত দুই এবছৰে সৰু হ'ব। ক্লাচত মোতকৈ এবছৰ জুনিয়ৰ্ আছিল। নিখুঁট স্বাস্থ্যৰ, ধুনীয়া মুখাবয়বৰ ল'ৰাজন; দেখিলেই মৰম লাগি যাব খোজে। এই কাৰণেই হয়তো কলেজত তেওঁ মোতকৈ এবছৰ জুনিয়ৰ্ আছিল বুলিও মই তেওঁৰ সৈতে বন্ধুত্ব গঢ়ি তুলিছিলোঁ। সুস্বাস্থ্যৱান আৰু সুশ্ৰী এজন ল'ৰা-এয়েই অকল তেওঁৰ পৰিচয় নহয়। বিশ্ববিদ্যালয়ৰ প্ৰতিটো পৰীক্ষাই তেওঁ সুখ্যাতিৰে পাচ কৰিছিল। বি. ই. পৰীক্ষাততো অসম ইঞ্জিনিয়াৰিং কলেজত প্ৰথমেই হৈছিল। তাৰ পিছত তেওঁ ইঞ্জিনিয়াৰিঙৰ উচ্চ শিক্ষাৰ বাবে বিলাতলৈ গৈছে। দুই এমাহৰ ভিতৰত তেওঁ উভতি



আহিব। তাৰ পিছতে এই বিয়াখন। এনে এটি ল'ৰাৰ লগত আজলীৰ বিয়া ঠিক হৈছে—ইয়াত আপত্তি কৰিবলগীয়াই বা কি থাকিব? মই নিৰ্ব্বিবাদে আজলীৰ এই বিয়াত সন্মতি দি দিলোঁ—তেওঁক পঢ়ুৱাৰ ইচ্ছা ত্যাগ কৰি।"

অনুকূলৰ কথাবোৰ অনিচ্ছাস্বত্ত্বেও শুনি শুনি অবিনাশ যেন ৰুগ্ন হৈ পৰিছিল। চকীখনৰ পৰা উঠিবলৈকো সি যেন শক্তি হেৰুৱাই পেলাইছিল। অনুকূলে তেনেতে 'জলীয়ে বৰ দেৰি কৰিছে' বুলি কৈ তাইক উলিয়াবলৈ বুলি ভিতৰলৈ গ'ল গৈ। কোঠাটোত অকলশৰীয়া হৈ অবিনাশে অলপ যেন ভাল পালে। সি এখন আৰ্চ্চী বিচাৰি ইফালে সিফালে চালে। কিন্তু নাই। সেইটো আজলীৰ পঢ়া-কোঠাহে। আৰ্চ্চী তাত পাবলৈ নাই। কিন্তু তাৰ ভাব হৈছে—তাৰ মুখ এটি শয্যাগত ৰোগীৰ মুখৰ দৰে হৈ পৰিছে। তাৰ চুলিবোৰ বিশৃঙ্খল হৈ পৰিছে। স্বাভাৱিক মানুহৰ চেহেৰা তাৰ এতিয়া নাই। গতিকে আৰ্চ্চী এখন তাক এতিয়া লাগিবই। তাৰ চেহেৰাটো সি কৃত্রিম উপায়েৰে স্বাভাৱিক অৱস্থালৈ ঘূৰাই আনিব লাগিব। কিন্তু আৰ্চ্চী সি পায় ক'ত? পুনৰ তাৰ কোঠাটোলৈ তাৰ যাবলৈকো বেয়া লাগিছে। সি যে একেবাৰে ওলাই অহা বুলিয়েই কৈছে অনুকূলৰ আগত।

অৱশেষত তাৰ চকু পৰিল, বেৰত সযত্নে আঁৰি থোৱা উমা-মহেশ্বৰৰ সেই ছবিখনলৈ। সেই ছবিখনিৰ গ্লাচখনতেই সি তাৰ চেহেৰাটো চাই লোৱা ঠিক কৰিলে। ছবিটো নমাই আনি সি তাৰ মুখৰ ওচৰত ধৰিলে। অস্পষ্টভাবে হ'লেও অবিনাশে তাৰ মুখখন উমা-মহেশ্বৰৰ ছবিৰ বিপৰীতে দেখা পালে। লগে লগে নিজৰ চেহেৰা দেখি সি নিজে উচপ খাই উঠিল। নিজৰ এনে এটি বিভৎস ৰূপ সি যেন আগতে আৰু কেতিয়াও দেখা নাছিল। তাৰ দুচকুৰ তলৰ গালৰ হাড় দুডাল বাহিৰলৈ ওলাই আহিছে, কুম দুটা হাতীৰ কুমৰ দৰে ভিতৰলৈ সোমাই গৈছে, চাৰ্ট্‌টোৰ ওপৰৰ বুটমটো খোল খাই থকাত

তাৰ বুকুৰ ওপৰৰ যিটো অংশ ওলাই আছে তাত বুকুৰ হাড় কেইডাল জেং জেংকৈ ওলাই আছে। কদাকাৰ এটি প্ৰেতৰ মূৰ্ত্তি—সি যেন ছবিখনৰ গ্লাচত তেতিয়া দেখা পালে। লগে লগে আজলীৰ বিছনা-খনলৈ এক প্ৰকাৰ দলিয়েই মাৰি দিলে সি সেই ছবিখন। এনে এঘৰ মানুহৰ ঘৰলৈ আহিবলৈ তাক যে কিহে পাইছিল। চৰ্ম্ম-কঙ্কালসাৰ সি এটি প্ৰেতাত্মা। ফুলৰ পাহিৰ দৰে ছোৱালীজনী আজলীৰ স'তে ৰং-ধেমালী কৰাৰ ধৃষ্টতা তাৰ যে কেনেকৈ হৈছিল! অনুকূলৰ লগত বন্ধুত্ব কৰিবলৈ তাক বা কিহে পাইছিল! কি চৰম মূৰ্খতাৰ যে পৰিচয় দিছে সি মানুহৰ আগত। সচাঁকৈয়ে কেনেকৈ সি সম্পৰ্ক কৰিব পাৰিলে এনে এটি পৰিয়ালৰ সৈতে? কিহে তাক ইয়ালৈ টানি আনিলে এনেদৰে? সকলো কথাই সি এবাৰ ভালকৈ ভাবি চোৱাৰ প্ৰয়োজন বোধ কৰিলে। কিন্তু হঠাৎ অবিনাশৰ কাণত পুনৰ বাজি উঠি তাক আঘাত কৰিলেহি আজলীয়ে অলপ আগতে কৈ যোৱা সেই কথাষাৰিয়েঃ "আপুনি বোলে আকৌ মাষ্টৰ?......চাহ বাগানৰ কুলীমখাৰ মাজত থাকি থাকি কুলী হৈ গৈছে।......" অতি অস্থিৰ-ভাবে অবিনাশ কোঠাটোত ঘূৰি ফুৰিবলৈ ধৰিলে।

অলপ পিছতে অনুকূল আৰু আজলী কোঠাটোৰ দুৱাৰমুখত থিয় দিলেহি। আজলীৰ মুখত এমোকোৰা হাঁহি। তাই ক'লে, "কোঠাটোত তেনেকৈ মৰণা মাৰিছে কেলৈ? ওলাই আহক। উৱা, ওলাই থকা বুলি কৈছিল হেনো? মূৰটোও দেখোন ফণিয়া নাই। সোনকালে আপোনাৰ কোঠালৈ গৈ মূৰটো ফণিয়াই আহক গৈ।" লগে লগে আজলীৰ চকু পৰিল বিছনাত পৰি থকা তাইৰ উমা-মহেশ্বৰৰ ছবি-খনলৈ। তাই কৈ উঠিল, "আই ঐ দেহি! এই ছবিখন বিছনাত কেনেকৈ পৰি থাকিলহি?" তাই ছবিখন তুলি অবিনাশৰ চকুৰ আগত দাঙি ধৰি অবিনাশক সুধিলে। ছবিখনত চকু পৰি সি চক খাই উঠিল। আজি ইমান দিনৰ পিছত এইবাৰহে সি যেন ছবিখন প্ৰথম দেখা পালে। সুবিশাল বুকুৰ, সুঠাম স্বাস্থ্যৰ, সবল বাহুৰ



মহেশ্বৰ। পুৰুষোচিত সেই মহেশ্বৰৰ বহল বুকুত মূৰটো গুজি দি বিশ্ৰাম লোৱা উমাৰ মুখত কি এক গভীৰ প্ৰশান্তি! অবিনাশে আৰু সেই পিনে চাব নোৱাৰিলে। সি চাঁৎকৰে আজলীৰ আগৰ পৰা আঁতৰি তাৰ কোঠা পালে গৈ। নিজৰ সেই কদাকাৰ মূৰ্ত্তিটোৰ মুখামুখি হোৱাৰ ভয়ত আৰ্চী নোচোৱাকৈয়েই সি মূৰটো তাত ফণিয়ালে আৰু ওলাই আহিল। অনুকূল আৰু আজলীয়ে ৰাস্তালৈ ওলাই আহি তাত অবিনাশলৈ বাট চাই আছিল। আলিবাটত অলপ মুকলি বতাহ পোৱাৰ লগে লগে অবিনাশ যেন অলপ সুস্থ হ'ল।

বাটত আজলীৰ ইটোৰ পিছত সিটো প্ৰশ্নৰ অন্ত নাই। বেছিভাগ প্ৰশ্ন অবিনাশকে সুধিছে তাই। তাইৰ বাঙালী স্বভাৱৰ প্ৰভাৱত অবিনাশৰ মনটোও বহুত পাতল হ'ল। অলপ আগৰ আটাইবোৰ কথা তাৰ বাবে যেন এতিয়া দুপৰীয়াৰ টোপনিত দেখা সপোনহে। কিমান ধুনীয়া দেখা গৈছে আজলীজনীক। কেনে চঞ্চল, কেনে উচ্ছল। কিন্তু কিমান দিন থাকিব তাইৰ এই চঞ্চলতা, এই উচ্ছলতা? অৰণ্যৰ উন্মুক্তা হৰিণী এদিন বন্ধনত সোমাই পৰিব। তাইৰ বাধাহীন জীৱন পৰিব বাধাগ্ৰস্ত হৈ। পৰ্ব্বতীয়া নিজৰাৰ কুলু কুলু সুৰ সেই দিনা ভৈয়ামৰ কোলাহলত হৈ পৰিব বেসুৰীয়া।

উত্তৰ গুৱাহাটীলৈ গ'লে তাৰ বাটে-ঘাটে, গছ-গছনিৰ তলে তলে, শিলনিৰ বুকুৱে বুকুৱে বগাই ফুৰিব পাৰিব বুলি আশা কৰিয়েই অবিনাশে জোৰ দিছিল উত্তৰ গুৱাহাটীলৈ অহাত। উত্তৰ গুৱাহাটী পাই কিন্তু সেইবোৰ ইচ্ছা আৰু তাৰ নাইকিয়া হ'ল। অনুকূলৰ সম্পৰ্কীয় দুঘৰমান মানুহৰ ঘৰলৈ যাওঁতেই ইপিনে গধূলিও হ'ল। আজলীক লগত লৈ বৰ বেছি ৰাতিলৈ বাহিৰত ফুৰা বৰ ঠিক নহ'ব বুলি, অনুকূলে উভতি যোৱাৰ প্ৰস্তাৱ কৰিলে। অবিনাশে আপত্তি নকৰিলে।

উভতি আহোঁতে বাটত তিনিও গম্ভীৰ আৰু নিৰৱ হৈ আছিল।

ছেগ বুজি অবিনাশে কৈ উঠিল, "মই কাইলৈ যাৱেঁই গৈ, অনুকূল।" অনুকূল জঁপিয়াই উঠিল। 'যাওঁ গৈ' কথাষাৰ মুখৰপৰা উলিয়াৰ আগতে অবিনাশে হেনো অনুকূলৰ অনুমতি লব লাগিছিল। অনুকূলে এতিয়াও অবিনাশক আৰু মনে মনে থাকিবলৈ কলে।

গধূলি আঠ মান বজাত সিহঁত ঘৰ পালেহি। গোটেই গধূলিটো সেই দিনা নিমাওমাও হৈ আছিল। কাৰো যেন কাকো একো কবলৈ নাছিল ঘৰখনত। আন দিনাৰ দৰে আজলীয়েও আৰু তাইক ইংৰাজী শিকাই দিব লাগে বুলি আমনি নকৰিছিল অবিনাশক। ভৰি বিষাইছে বুলি বিছনাতে তাই পৰি আছিল। অবিনাশক জুপুকা মাৰি ড্ৰয়িং ৰুমত বহি থকা দেখি অৱশেষত অনুকূলৰ মাকে তাক মাতি লৈ গ'ল ৰান্ধনি ঘৰলৈ। ৰান্ধনি-ঘৰত তেওঁৰ ওচৰতে তাক বহুৱাই লৈ তেওঁ ভাত ৰান্ধি ৰান্ধিয়েই সুধি গ'ল ইটো সিটো। পিছদিনা গুৱাহাটী এৰিবলৈ অবিনাশে আকৌ এবাৰ চেষ্টা কৰিলে। অৱশেষত সি কৃতকাৰ্য্য হ'ল। আবেলিকৈ তেওঁলোকৰ ঘৰ এৰিবলৈ সি অনুমতি পালে।

অবিনাশ যোৱা ঠিক হোৱাৰ পিছৰে পৰা ঘৰখনত এটি বিষাদৰ ছাঁ পৰিছিল। মনবোৰ গধুৰ হৈ পৰিছিল আটাই-বিলাকৰে। অনুকূলে যোৱা দুবছৰত ভাৰতৰ বিভিন্ন ঠাইত হোৱা তাৰ চাকৰি জীৱনৰ অভিজ্ঞতাৰ কথা কৈ ঘৰখনৰ আৱহাৱাটো পাতল কৰিব খুজিছিল। অনুকূলৰ মাকে অবিনাশৰ বিয়া কেতিয়াকৈ হ'ব সুধিছিল। উত্তৰত অবিনাশে মাথোন হাঁহিছিল। ম্লান, শেঁতা হাঁহি।

গধূলি আন্ধাৰ হোৱাৰ আগে আগে অবিনাশ ওলাল। তাক আগবঢ়াই দিবলৈ তাৰ লগত ওলাল অনুকূল আৰু আজলী। ৰেল-ষ্টেছনত অবিনাশ একেবাৰে নিৰৱ হৈ আছিল। অনুকূলে ইটো সিটো কথা কৈ আছিল বিদায়-বেলিকাৰ দুখবোৰ সকলোকে পাহৰাই ৰাখিবলৈ। অবিনাশতকৈয়ো কিন্তু বেছি নিৰৱ আৰু বিষণ্ণ দেখা গৈছিল আজলীক। লাহে লাহে দূৰৈত গাড়ীৰ শব্দ শুনা গৈছিল। ক্ৰমে ক্ৰমে গাড়ীখন দেখা পোৱা গৈছিল। আজলী যেন অস্থিৰ হৈ



উঠিল। তাই অবিনাশক সুধিছিল, সি আৰু কেতিয়াকৈ আহিব। অবিনাশে একো উত্তৰ নিদিছিল। আজলীয়ে পাগলীজনীৰ দৰে তাৰ হাতখনত জোৰেৰে ধৰিছিল আৰু তাৰ হাতখন জোকাৰি জোকাৰি তাক কৈছিল, "কওক, কওক! কৈ যাওক আৰু কেতিয়া আহিব।" অবিনাশৰ মুখৰ পৰা তথাপি কোনো কথা নোলাইছিল। গাড়ী আহি পাইছিল। অবিনাশে হাতখন দাঙি অনুকূল আৰু আজলীৰ পৰা বিদায় লৈ গাড়ীলৈ আগবাঢ়ি গৈছিল। সি গাড়ীত বহাৰ পিছত অনুকূল আৰু আজলীয়েও ডবাটোত সোমাই তাৰ বহা-মেলাৰ সুবিধা কৰি দিছিল। তাৰ পিছত অনুকূলে অবিনাশৰ সমুখতে থিয় হৈ ইটো সিটো কথা কৈ আছিল। ওচৰতে থিয় হৈ আছিল আজলী। কিছু সময়ৰ পিছত ঘণ্টা বাজি উঠিল। ৰেলে উকি মাৰিলে। অনুকূল আৰু আজলী নামি আহিল। গাড়ী চলিলে। গাড়ীৰ খিৰিকীৰে অবিনাশে মূৰ উলিয়াই অনুকূল আৰু আজলীৰ পিনে চাই সোঁহাতখন দাঙি বিদায় ললে। অনুকূলেও হাত দাঙি বিদায় দিলে। আজলীয়েও হাত দাঙিছিল। গাড়ী আঁতৰি যোৱাৰ লগে লগে অবিনাশে হাত ভিতৰলৈ নিলে। লগে লগে আজলীয়ে কণমাণি ছোৱালীজনীৰ দৰে হুকহুককৈ কান্দিবলৈ ধৰিলে।

বাগিছা গৈ পোৱাৰ পিছতো অবিনাশৰ মনটো বহু দিনলৈ গধুৰ লাগি থাকিল। লাহে লাহে আহিন পাৰ হৈ গ'ল; কাতি পাৰ হৈ গ'ল। তাৰ পিছত শীত আহিল; আৰু শীতো আতৰি গ'ল। ফাগুন অহাৰ লগে লগে অবিনাশৰ মনটো যেন অলপ পাতল লাগিছিল। এদিন ফাগুনৰ পুৱা অবিনাশে অনুভৱ কৰিলে, এই পৃথিৱীখন, গছে-বনে সুশোভিত, ফলে-ফুলে জাতিষ্কাৰ এই ধুনীয়া পৃথিৱীখন অবিনাশে বৰ ভাল পায়। তাৰ এই ভাল পোৱা, গছ-লতিকা, ফুল-পাত, চৰাই-চিৰিকতিৰ প্ৰতি তাৰ এই ভাল পোৱা আজিৰ নহয়। সি যেতিয়া সৰু ল'ৰাটো আছিল, তেতিয়াও আনকি তাৰ ঘৰৰ সমুখৰ মুকলি পথাৰ-খনৰ সিপাৰৰ পলাশ আৰু মদাৰ ফুলবোৰ ফুলি উঠা দেখিলে সি যে

কেনেকৈ আনন্দত অধীৰ হৈ উঠিছিল। আৰু বননিত, সিহঁতৰ ঘৰৰ পিছ পিনৰ জাৰণিখনিত কপৌ চৰাইবোৰে কণী পৰা দেখিলে তাৰ যে কিমান আনন্দ লাগিছিল। কণীবোৰ ফুটি কেতিয়া পোৱালী ওলায় ওলায় বুলি সি অধৈৰ্য্য হৈ দিনৌ একোবাৰকৈ কপৌৰ বাহত কণীবোৰ চাই আহিছিল। আৰু পোৱালী হোৱাৰ পিছত অকণ অকণ সেই পোৱালীবোৰক দিনৌ একোটিকে চুমা খাই নাহিলে সি শান্তি নাপাই-ছিল। তেতিয়াই অস্পষ্টভাবে হ'লেও তাৰ এটি ধাৰণা হৈছিল, এই গছে-বনে, ফুলে-চৰায়ে ভৰা পৃথিৱীখনত এইবোৰৰ দৰেই সুন্দৰ হৈ মানুহ জীয়াই থকা উচিত। তেতিয়াই সি আশা কৰিছিল, নিজৰ প্ৰায় অজ্ঞাতসাৰেই সি আশা কৰিছিল, এজন সুস্থ, সুঠাম পুৰুষ হৈ এই পৃথিৱীৰ এই প্ৰকৃতিৰ, এই ৰঙৰ যোগ্য হৈ, এই সুন্দৰ পৃথিৱীত সুন্দৰ-ভাবে তাৰ জীৱনটো কটাই যাবলৈ।

কিন্তু আজি সি বুজিছে, তাৰ সেই আশা পূৰ্ণ নহ'ল। সুস্থ, সুঠাম সি কোনো দিন হ'ব নোৱাৰিলে। হোৱা সম্ভৱ নহ'ল। যিটো পাৰিপাৰ্শ্বিকতাৰ মাজত, যিটো পৰিয়ালত সি ডাঙৰ হৈছিল, তাত সি নিজৰ মনৰ জোখাৰ মানুহটো হৈ উঠা সম্ভৱ নাছিল। সেই পৰিয়াল, সেই পাৰিপাৰ্শ্বিকতা এৰি আহি সি যেতিয়া নিজৰ মতে চলিব পাৰিলে, তেতিয়াও নিজকে নিখুঁট স্বাস্থ্যৰ অধিকাৰী এজন মানুহ কৰি গঢ়ি তুলিবলৈ য়েনে আৰ্থিক স্বচ্ছলতাৰ, যেনে বিশ্ৰামৰ, যেনে শান্তিৰ প্ৰয়োজন, তেনে আৰ্থিক স্বচ্ছলতা, বিশ্ৰাম বা শান্তি সি নাপাইছিল। অৱশেষত যেতিয়া সি এই আটাইবোৰ পালে তেতিয়া আৰু বহুত দেৰি হৈ গৈছে। তাৰ স্বাস্থ্য, তাৰ মন, তাৰ পন্থা—একোকে আৰু সি নিজৰ মতে তেতিয়া গঢ়ি লোৱা সম্ভৱ নহয়। সি বুজি উঠিল, তাৰ ল'ৰালিৰ, তাৰ কিশোৰৰ সেই সুন্দৰ পৃথিৱীখনত সি আৰু কোনো দিন যোগ্য অধিবাসী হৈ জীয়াই থাকিব নোৱাৰিব। পৃথিৱীৰ চকুত, প্ৰকৃতিৰ চকুত সি হৈ থাকিব চিৰ ঘৃণিত।

এই উপলব্ধি হোৱাৰ লগে লগে অবিনাশৰ নিজৰে প্ৰতি ঘৃণাত



মন উপচি পৰিল। তেতিয়া সি তাৰ সন্ধ্যাৰ ভ্ৰমণ সমাপ্ত কৰি উভতি আহিছিল তাৰ ঘৰলৈ বাগিচাৰ মাজৰ নিৰ্জ্জন বাটটোৰে। গধূলিৰ আন্ধাৰৰ লগত তাৰ মনৰ আন্ধাৰবোৰ মিলি কিবা এক তাৰ বাবে ৰহস্যময় পৰিস্থিতি এটিৰ সৃষ্টি কৰিছিল তেতিয়া।

ঘৰ পায়ো তাৰ মনটো পাতল লগা নাছিল। সি ভৰি-হাত ধোৱে মানে তাৰ ৰান্ধনি ল'ৰাটোৱে লেমটো তাৰ কোঠাত জ্বলাই দি থৈ গৈছিল। তাৰ পঢ়া টেবুলখনলৈ আহি লেমৰ পোহৰত সি দেখা পালে, এখন বিয়াৰ চিঠি। খামটো খুলি চিঠিখনত চকু দিয়াৰ লগে লগে সি ধৰিব পাৰিলে, সেয়া আজলীৰ বিয়াৰ চিঠি। পঢ়ি চাই দেখে — এই ফাগুনতে, অনুকূলে কোৱা সেই ল'ৰাজনৰ লগতেই। চিঠিখন পঢ়ি অনুকূলৰ মনত কোনো প্ৰতিক্ৰিয়া হোৱাৰ বাহ্যিক প্ৰকাশ একো দেখা নগ'ল।

সি ভাবিবলৈ চেষ্টা কৰিলে, আজলীৰ বিয়াৰ খবৰ পাই সি বৰ সুখী হ'ল। কোনো শাৰীৰিক অসুস্থতা নোহোৱা, কোনো মানসিক অশান্তি নোহোৱা এজনী সুন্দৰী, সুখী ছোৱালী আজলী। এই সুন্দৰ পৃথিৱীক সুন্দৰতৰ কৰি তোলাৰ বাবে আজলীয়েই হ'ল আদৰ্শ ছোৱালী। তেওঁৰ আকৌ বিয়া হ'ব তেওঁৰ যোগ্য, স্বাস্থ্যৱান, ৰূপবান, প্ৰতিভাশালী এক পুৰুষৰ স'তে। এনে এখন বিয়াৰ বাবে সেয়েহে অবিনাশেই অকল কিয়—পৃথিবীৰ মঙ্গলাকাঙ্ক্ষী, মানৱজাতিৰ শুভা-কাঙ্ক্ষী সকলো মানুহেই আনন্দ পোৱা উচিত। কাৰণ এই বিয়াৰ ফলত সৃষ্টি হ'ব সুস্থ, সুঠাম, সুন্দৰ এচাম মানুহৰ—যিবিলাকে পৃথিবীলৈ লৈ আহিব আৰু বেছি ৰং, আৰু বেছি ৰূপ, আৰু বেছি সৌন্দৰ্য্য। পৃথিবীৰ মানুহ তেতিয়া আৰু বেছি সুন্দৰ হ'ব, আৰু বেছি সুখী হ'ব। আৰু পৃথিবী হ'ব আৰু বেছি চহকী।

এই ভাব হোৱাৰ লগে লগে অবিনাশে যেন হঠাৎ তাৰ চকুৰ আগত দেখা পালে আজলীক। কন্যাৰ বেশত থিয় হৈ আছে তেওঁৰ স্বামীৰ ওচৰত। লগে লগে সি অস্থিৰ হৈ উঠিল। তাৰ যেন খুব

গৰম ধৰিছে। তাৰ চতুৰ্দ্দিশৰ পৰিবেশ যেন অসহ্যভাবে উষ্ম হৈ উঠিছে। তাক যেন এটি শীতল পৰিবেশ লাগে। মুকলি বতাহ লাগে। এক প্ৰকাৰ বলিয়াৰ দৰেই, অতি বেগেৰে সি বাহিৰলৈ ওলাই আহিল।

বাহিৰত পৃথিৱীৰ তেতিয়া কি এক অবৰ্ণনীয় ৰূপ। আকাশৰ নিস্তেজ জোনৰ ক্ষীণ পোহৰবোৰ ফাগুনৰ পৃথিৱীৰ ধূলিকণাৰ স'তে যুঁজি যুঁজি পৃথিৱীলৈ নামি আহিছে। তাৰ ঘৰৰ চাৰিওফালৰ মুকলি পথাৰখনৰ দূৰৰ সীমান্তত থকা গছ-গছনিবোৰ নিথৰ হৈ থিয় হৈ আছে কেতবোৰ ছাঁয়া-মূৰ্ত্তিৰ দৰে। দূৰণিৰ কুলী বস্তিৰ পৰা ভাঁহি আহিছে দুটি এটি মাদলৰ শব্দ। ছঁয়াময়া, মূক প্ৰকৃতিৰ সেই নৈশ সৌন্দৰ্য্যৰ সৈতে অবিনাশৰ সেই মুহূৰ্ত্তত এক হৈ যাবৰ মন গ'ল। তাৰ দৰে দুৰ্ভগীয়া, অযোগ্য ব্যক্তি এজনৰ বাবে মানুহৰ সান্নিধ্যৰ পৰা চিৰকালৰ বাবে আঁতৰি আহি এই প্ৰকৃতিৰ ৰহস্যৰ মাজত নিঃশেষ হৈ যাব পৰা হ'লে, কেনে সৌভাগ্যৰ কথা হ'লহেঁতেন! অবিনাশে উদ্দেশ্যবিহীন-ভাবে খৰ খৰ খোজ দি ঘূৰি ফুৰিলে সেই নিস্তেজ জোনাকত পথাৰৰ মাজে মাজে।

আজলীৰ বিয়া যিমানেই ওচৰ চাপি আহিবলৈ ধৰিলে, পৃথিৱীৰ ৰূপ সিমানেই চৰি যাবলৈ ধৰিলে। এদিন শেষ ফাগুনৰ এটি উজ্জ্বল ৰাতিপুৱা, অবিনাশে টোপনিৰ পৰা উঠি দেখে, পূব আকাশত প্ৰকাণ্ড বেলিটো টিক টিককৰে ৰঙা হৈ উঠিছে। তাৰ বহু দূৰলৈ পূবৰ আকাশখন ৰক্তিম হৈ উঠিছে। তাৰ তললৈ, আৰু তললৈ, সেয়া কি? অবিনাশে স্তব্ধ হৈ চাই ৰ'ল। সি দেখিলে পূবৰ আকাশৰ সেই ৰঙা বেলিৰ তলেদি পূবৰ পথাৰত, তাৰ পৰা বহুতো আতৰৰ পূবৰ পথাৰত, এখন পলাশবন। গোটেই পূবৰ পথাৰখন ৰঙা কৰি তোলা সেই পলাশবোৰ; সমগ্ৰ পূবৰ আকাশখন ৰক্তিম কৰি তোলা সেই ৰঙা ৰ'দবোৰ একেলগে দেখি এটি অবোধ শিশুৰ দৰে স্তব্ধ হৈ চাই ৰ'ল অবিনাশ সেইপিনে। লগে লগে আজি বহুত বছৰে পাহৰি থকা



পৃথিৱীৰ এক ৰূপ হঠাৎ যেন তাৰ চকুত ধৰা পৰিল। তাৰ কৈশোৰৰ কথা, তাৰ কৈশোৰৰ কল্পনাৰ কথা, তাৰ বৰ্ত্তমানৰ মোহভঙ্গৰ কথা—সকলো সেই মুহূৰ্ত্তত তাৰ মনত স্পষ্ট হৈ ধৰা পৰিল। লগে লগে এই মোহভঙ্গৰ পৃথিৱীখনিৰ পৰা তাৰ কৈশোৰৰ পৃথিৱীখনিলৈ, স্বপ্নিল পৃথিৱীখনিলৈ উভতি যোৱাৰ মনত এক তীব্ৰ ইচ্ছা হ'ল। লগে লগে এটি যন্ত্ৰৰ দৰেই সৌন্দৰ্য্যৰ ফাঁকুখেলত বুৰ যোৱা পূবৰ আকাশখনৰ পিনে, পূবৰ পলাশ-বননিখনৰ পিনে সি আগুৱাই যাবলৈ ধৰিলে। যিমানেই পলাশনিখনৰ সি ওচৰ পালে, সিমানেই তাৰ খোজ খৰ হ'বলৈ ধৰিলে। অৱশেষত সি সেই পলাশনিখন পালে গৈ।

ইয়াত শিক্ষকতা কৰিবৰ আজি এবছৰ হ'ল বুলিও সি কেতিয়াও এই ডোখৰ ঠাইলৈ আগেয়ে আহি পোৱা নাছিল। ঠাইখন পাই সি দেখিলে, এটি অতি পুৰণি অথচ স্বচ্ছ পানীৰ পুখুৰীৰ চাৰিওপিনে পলাশৰ শাৰীবোৰ। অবিনাশে তেনেই অজলাটোৰ দৰে ইডাল গছৰ ওচৰৰ পৰা সিডাল গছৰ ওচৰলৈ গৈ ৰ লাগি পলাশৰ ৰঙা ৰঙা ফুলবোৰলৈ চাবলৈ ধৰিলে। নতুনকৈ উঠা বেলিৰ পোহৰত ৰঙা পলাশৰ পাহিবোৰ আৰু বেছি ৰঙা হৈ উঠিছে।

অবিনাশে দেখিলে, পুখুৰীটোৰ এটি পাৰৰ পৰা এখনি অতি পুৰণি কাঠৰ চাং পুখুৰীৰ মাজলৈ পাতি দিয়া আছে। সেইখনেৰে উঠি গৈ অবিনাশ পুখুৰীৰ বুকুৰ ওপৰ পালে গৈ। ইমান প্ৰাচীন, ইমান অপৰিচিত, ইমান গভীৰ পথাৰৰ মাজৰ এটি পুখুৰীৰ বুকুৰ ওপৰত তেনেদৰে থিয় হৈ অবিনাশ ভয়ত শিয়ৰি উঠিল। তথাপি সি তললৈ চাই পঠিয়ালে! চাং খনৰ পৰা পানী বৰ বেছি তলত নহয়। ৰঙা বেলিৰ পোহৰ, আৰু পাৰৰ পলাশ ফুলৰ আভাৰে গোটেই পুখুৰীটোৰ বগা, স্বচ্ছ বুকুখনো যেন ৰঙা হৈ উঠিছে। সি তললৈ, পুখুৰীৰ বুকুলৈ চাংখনৰ পৰা চাই থাকিল একেথৰে।

পুখুৰীৰ পানীত তেতিয়া বিশেষ ঢৌ নাছিল। পুৱাৰ এছাটি পাতল বতাহে মাথোন পানীবোৰ অলপ অলপ কঁপাই তুলিছিল।

পুখুৰীৰ বুকুত দেখা পোৱা ৰঙা আভাটোলৈ সি বহুতো সময়লৈ চাই থাকিল। সৌন্দৰ্য্যাই যেন অবিনাশৰ চকুত তেতিয়া চাঁং মাৰি ধৰিছিল। সেই সৌন্দৰ্য্যক, পলাশফুলৰ ৰক্তিম ৰঙে, ৰঙা বেলিয়ে, পানীৰ বুকুত ছটিয়াই দিয়া ৰক্তিম আভাই সৃষ্টি কৰা সৌন্দৰ্য্যক সি দুহাতেৰে আজলি কৰি আনি তাৰ সৰ্ব্ব-শৰীৰত সি যেন সানি লব, সানি লৈ সিও সুন্দৰ হ'ব, এই ভোগ্যা বসুন্ধৰাৰ যোগ্য সন্তান হব। আজলী, আজলীৰ ভাবী স্বামী, অনুকূল—সিহঁতৰ দৰে সিও হ'ব সুন্দৰ, সবল, সুস্থ এটি মানুহ। সেয়ে নোহোৱাকৈ, তাৰ এই জীৱনৰ মূল্য কি? তাৰ এই জীৱনৰ অৰ্থ ক'ত? তাৰ এই জীৱনৰ প্ৰতি কি মোহ থাকিব পাৰে তাৰ?

এই ভাব হোৱাৰ লগে লগে অতি ক্ষীপ্ৰ দৃষ্টিৰে সি পুখুৰীৰ বুকুলৈ চাই পঠিয়ালে। পৰিস্কাৰ, স্বচ্ছ পানীৰ মাজেদি সি যেন পুখুৰীৰ বহুত তললৈ এইবাৰ দেখা পালে। লগে লগে তাৰ মুখমণ্ডল চিৰ অভিপ্ৰেত কিবা এটি বিচাৰি পোৱাৰ আনন্দত উদ্ভাসিত হৈ উঠিল। অবিনাশৰ উপলব্ধি হ'ল, সি যদি সৌন্দৰ্য্যস্নাত এই অপূৰ্ব্ব পৰিবেশত সুন্দৰৰ কামনা কৰি, জীৱনৰ পূৰ্ণতা বিচাৰি এই গভীৰ পুখুৰীৰ বুকুলৈ জঁাপ এটিও মাৰি দিয়ে, সেয়া তাৰ, এই পৃথিবীৰ, এই পৃথিবীৰ মানুহৰ ভালৰ কাৰণেই হ'ব। তাৰ বাবে তাৰ নিজৰ আৰু পৃথিবীৰ আৰু পৃথিবীৰ মানুহৰ একোৰেই হানি নহয়, একোৰেই অন্যায় নহয়। বৰং পৃথিবীৰ বুকুত, পৃথিবীৰ সৌন্দৰ্য্যৰ আনন্দৰ মেলাত সৰ্ব্বান্তঃকৰণে যোগ দিব নোৱাৰা এটি দুৰ্ভগীয়া, অযোগ্য প্ৰাণীৰ সেয়ে আনিব মুক্তি, আৰু সেই মুক্তিৰ বাবে পৃথিবীয়ে পাব আনন্দ, মানুহে পাব আনন্দ।

অবিনাশে আৰু বেছি তীক্ষ্ণ এটি দৃষ্টিৰে পুখুৰীৰ পানীৰ যিমান তললৈ পাৰে চাই পঠিয়ালে। তাৰ মনত যেন তেতিয়া আৰু অকণো ভয় নাই। অপৰিচিত এই পুখুৰী, সুপ্ৰাচীন এই পুখুৰী তাৰ বাবে যেন আৰু তেতিয়া ভয়ৰ কাৰণ নহয়। ই যেন তাৰ চিৰ চিনাকি— অতি আপোন। ই যেন তাক বাউলি দি মাতিছে।



এইবাৰ এই পুখুৰীৰ বুকুৰ পৰা মূৰ তুলি চাৰিওপিনে এবাৰ চকু দিলে অবিনাশে। ৰঙীন পলাশ ফুলবোৰৰ পিনে তাৰ চকু যোৱাৰ লগে লগে অজ্ঞাতসাৰেই সি তাৰ দুই বাহু মেলি দিলে। লগে লগে দেখা গ'ল, সেই পলাশ ফুলৰ মাজে মাজে বহি বাসন্তী পুৱাৰ স্তুতি-গীত গাই থকা বনৰীয়া চৰাইবোৰ কিচিৰ মিচিৰ শব্দ কৰি উৰি গ'ল আকাশৰ বুকুলৈ। ৰিব ৰিব বতাহজাক বলিয়ে থাকিল আগৰ দৰে। সেই মৃদু বতাহত কঁপি থাকিল পলাশৰ পাতবোৰ, পাহিবোৰ বহুতো সময়লৈ। পুখুৰীৰ বুকুত তেতিয়া এটি উত্ৰাৱল ঢৌ। পানীৰ উপৰি ভাগৰ ৰক্তিম আভাখিনি সেই ঢৌত হৈ পৰিছে নিতান্ত অস্থিৰ।

———

# ৰাতিৰ তাপসী

এখন সুপ্ৰাচীন, ঐতিহ্যময়, বিশাল গাওঁ। এখন গাওঁ—চহৰৰ কোলাহলৰ পৰা অনেক দূৰত, আধুনিক সভ্যতাৰ অস্থিৰতা, উদ্বিগ্নতাৰ পৰা বহুত আঁতৰত। এখন গাওঁ—প্ৰকৃতিৰ ৰমণীয় বুকুত, শীতল কোলাত আশ্ৰয় লৈ থকা এখন গাওঁ। গ্ৰীষ্মৰ একো একোটা দোকমোকালিত ফুল আৰু ভোমোৰাৰ পৰস্পৰ চুম্বনৰ মৃদু গুঞ্জনেৰে এই গাওঁ সৰৱ হৈ উঠে। শত যুগৰ মহিমামণ্ডিত এই গাৱঁৰ অৰ্ব্বাচীন অধিবাসীবৃন্দৰ পদূলিমুখৰ ফুলনি শাৰদী জোনালী ৰাতিৰ হেজাৰ শেৱালি ফুলৰ মূক কামনাৰে স্বপ্নিল হৈ পৰে। নিশাৰ জোনাকে আনে সেই গাঁৱলৈ স্বপ্নৰ কুহক, প্ৰত্যুষৰ শিশিৰকণাই বৰষে তাত স্বৰ্গৰ পৰাগমণি, আৰু পুৱাৰ ৰক্তিম ৰ'দে সেই গাৱঁত সিঁচি দিয়ে পৰীৰ দেশৰ ৰং। তথাপিও সেই গাৱঁলৈকো বৰ্ষা আহে। বৰ্ষাৰ প্ৰচণ্ড উৎপীড়ণত হেজাৰ বন-বিহঙ্গম নীড়হাৰা হয়। ধুমুহাৰ প্ৰচণ্ডতাত সেই গাৱঁৰ গুল্ম-লতিকা ছিন্নমূল হৈ লেৰেলি পৰে। নিৰ্জ্জু, সবল, অসহায় গ্ৰাম্য বণিতাৰ প্ৰাণ দুৰু দুৰু কঁপি উঠে।

সেই গাৱঁৰেই এটি গ্ৰীষ্ম শেষৰ ফৰকাল দোকমোকালিত এটা টান ৰোগী চাই পুবমূৰৰ এঘৰ মানুহৰ পৰা ৰমেশ কম্পাউণ্ডাৰ উভতি আহিছিল। সেই পুৱতি নিশাৰ না-আন্ধাৰ না-পোহৰ পৰিবেশে তাৰ মনত এটি অপূৰ্ব্ব মাদকতা সানি দিছিল। জন-প্ৰাণীহীন আলি বাটটোৰে খোজ কাঢ়ি কাঢ়ি সি আমোদ পাইছিল। প্ৰায়বোৰ ঘৰৰ সমুখৰ ফুলনিবোৰত বিভিন্ন ফুলবোৰ ফুলি আছিল। ফুলৰ ওপৰে ওপৰে উৰি উৰি ফুৰা ভোমৰাৰ গুন-গুণনি ৰমেশৰ কাণত অতি মধুৰ হৈ বাজি উঠিছিল।



এছাটি পাতল বতাহৰ ৰিব্ ৰিব্ শব্দ ভোমোৰাৰ গুণগুণনিৰ স'তে মিলি সেই নিজান নিতাল গাওঁখনি ৰহস্যময় কৰি তুলিছিল।

গাওঁখনৰ তাৰ নিজৰ চুবুৰীত সোমোৱাৰ লগে লগে সি আৰু বেছি উদ্বাউল হৈ উঠিল। ঘৰৰ সমুখে সমুখে থকা সৰু-বৰ ফুলনিবোৰ চাই চাই সি যেন আগুৱাই যাবলৈকে পাহৰি গ'ল। ৰাতিৰ আন্ধাৰ ঠেলি পুৱাৰ পোহৰে চতুৰ্দ্দিশ উদ্ভাসিত কৰি তুলিছে। দোকমোকালিৰ মলয়াই বাগিছাৰ ফুলবোৰৰ নৈশ জড়তা একেবাৰে আঁতৰাই দিব পৰা নাই। দিনৰ গতিময় ছন্দত এই ফুলবোৰ হালি-জালি নাচিব পৰাকৈ এতিয়াও ৰাতিপুওৱা নাই। ৰমেশে ভাবিলে। কিন্তু অৰ্দ্ধ জাগ্ৰত এই ফুলগছবোৰৰ ওপৰে ওপৰে ভোমোৰাবোৰ উৰি উৰি কেনেকৈ যে চুমাৰ পৰশেৰে ফুলনি ওপোচাই তুলিছে। ফুলৰ সুবাস আৰু ভোমোৰাৰ চুম্বনৰ মধু গুঞ্জনে ৰমেশকে উত্তেজিত কৰি তুলিলে। এটি ভোমোৰাৰ দৰে পাখি মেলি তাৰ সমগ্ৰ গাওঁখনি পৰিভ্ৰমণ কৰিবৰ মন গ'ল। তাৰ মন গ'ল ফুলে ফুলে পাতে পাতে আঁকি দিবলৈ শতেক চুম্বনৰ আলপনা।

তাৰ খোজ খৰ হ'ল। সি আগুৱাই গ'ল। আলিটোৰ সোঁফালৰ শ্যামলীহঁতৰ ফুলনিত সৌ ছাঁয়ামূৰ্ত্তিটো কাৰ? ইজোপা ফুলৰ গুৰিৰ পৰা সিজোপা ফুলৰ গুৰিলৈ, ইটো ফুলৰ পৰা সিটো ফুলৰ ওচৰলৈ লৰি লৰি সৌজনী কোন? ৰমেশে লাহে লাহে খোজ দিলে। ফুল আৰু ভোমোৰাৰ মাজে মাজে তলমূৱাহৈ গম্ভীৰ কৈ খোজ দি সেয়া জানো শ্যামলী নহয়? এৰা, তাৰ মনত পৰিছে। যি ঘৰ মানুহৰ ঘৰত সি ৰোগী চাই আহিল, সেই ঘৰ মানুহৰ ঘৰতেই সি শ্যামলীৰ বাইদেৱেকক দেখি আহিছে। সেই বিপদৰ নিশা শ্যামলীৰ বাইদেৱেকে তেওঁলোকৰ আপোন মানুহঘৰক সহায় কৰি দিবলৈ গৈছে। এইজনী শ্যামলী নহৈ তাইৰ বাইদেৱেক হ'ব নোৱাৰে। সি ৰাস্তাৰ কাষ চাপি ফুলনিখনিৰ বেৰাত হাত দি থিয় হ'ল। ফুলবোৰৰ পিনে চাই শ্যামলী তেতিয়া আপোন ভাবত বিভোৰ। হঠাৎ তাইৰ গালত খুন্দা মাৰি এটি ভোমোৰা

আকাশলৈ উৰি গুছি গ'ল। তাই ভোমোৰাটোলৈ চাওঁ বুলি ওপৰলৈ চকু তুলিলে। আৰু তাইৰ চকু পৰিল সতৃষ্ণ নয়নে তাইৰ পিনে চাই থিয় হৈ থকা ৰমেশ কম্পাউণ্ডাৰৰ চকুত।

শ্যামলী উচপ খাই উঠিল। সচকিত হৰিণী এজনীৰ দৰে তাই পিছুৱাই গ'ল। ৰমেশ শ্যামলীহঁতৰ পদূলীৰ পিনে কব নোৱাৰাকৈয়েই আগুৱাই গ'ল। শ্যামলীয়ে ফুলনিৰ জপনা দেই চোতাল পালেগৈ। ৰমেশেও ইতিমধ্যে পদূলীৰে গৈ চোতালত উঠিছিল। শ্যামলীয়ে তাৰ অস্বাভাৱিক কাৰ্য্য দেখি কৈ উঠিল, "এই পুৱতি নিশা? তোমাক ইয়াত কি লাগে?" তাইৰ মাতত কঁপনি।

"মই তোমাক মোহন মাষ্টৰহঁতৰ ৰোগীৰ খবৰ দিবলৈ আহিছোঁ, শ্যামলী। তোমাৰ বাইদেৱেৰাও তাতে আছে, নহয়? তুমি যদি ইতিমধ্যে টোপনিৰ পৰা উঠিছা, তেন্তে ৰোগীৰ বতৰা মোকেই তোমাক দি যাবলৈ বাইদেৱেৰাই কৈ পঠিয়াইছে। মই ৰোগী চাই এই উভতি আহিছোঁ।" ৰমেশৰ কথাত শ্যামলীৰ চকু যুৰি কৌতূহলেৰে ভৰি পৰিল। তাৰ পিনে মুখ কৰি থিয় হ'ল। "কেনে পাইছে বেমাৰীয়ে?"

"তাকেইতো কওঁ। পিছে ৰবা, এই ঔষধৰ বেগটো কৰবাত থৈ লব পাৰিলে অলপ সকাহ পালোঁহেঁতেন। হাত একেবাৰে বিষাই গৈছে।" কথাষাৰ কৈয়েই ৰমেশ শ্যামলীৰ ঘৰৰ দুৱাৰডলি পালেগৈ আৰু বাহঁৰ দুৱাৰখনত ঠেলা এটা মাৰিলে। দুৱাৰ খোল খোৱাৰ লগে লগে ঢিমিক-ঢামাক কৈ জ্বলি থকা চাকিৰ পোহৰত সৰু ঘৰটোৰ ভিতৰখন স্পষ্ট হৈ উঠিল। মাজ মজিয়াৰ পৰা সিটো কোঠালীৰ ভিতৰখন দেখা গ'ল। সি ভিতৰ মজিয়ালৈ সোমাই গৈ তাৰ ঔষধৰ বেগটো তাতে থৈ ললে। তাৰ পিছত ইফালে সিফালে বহিবলৈ অকণমান ঠাই বিচাৰি একো নেপালত বিছনাখনতে বহি ললে আৰু লগে লগে এটি যেন পৰম আত্ম-তুষ্টিত শ্যামলীলৈ চাই কলে "ভিতৰলৈ সোমাই আহা। অলপ দীঘলীয়াকৈ কব লাগিব।"



শ্যামলীয়ে দুৱাৰমুখতে থিয় দি অপ্ৰত্যাশিত ভাবে ভিতৰলৈ সোমাই যোৱা ৰমেশ কম্পাউণ্ডাৰৰ গতি-বিধিলৈ লক্ষ্য কৰি আছিল। কিবা এটি অজান আশঙ্কাত তাইৰ বুকুখনিয়ে টিপ টিপাইছিল। কঁপা কঁপা মাতেৰে তাই কৈছিল, "কিন্তু তুমি বাইদেউ নোহোৱা অৱস্থাত এই নিশা তেনেদৰে ভিতৰলৈ সোমাই গ'লা কিয়? মানুহে কি বুলিব, জানিলে?"

"বাইদেৱেৰা নাই বুলিয়েইতো সোমাই আহিছোঁ এনেদৰে। কোনেনো কি বুলিব? সকলো মানুহ জানো এতিয়া টোপনিতে লালকাল হোৱা নাই? ওচৰলৈ আহা না। তোমাৰ মাহীদেৱেৰাহঁতৰ ৰোগীৰ কথা শুনাহি।" ৰমেশৰ কথাৰ দুষ্ট সুৰ হঠাৎ শ্যামলীয়ে বুজি পালে। এই ভৰা যৌৱনৰ গাভৰু বিধবাজনী সেই শেষ নিশাৰ নিৰ্জ্জনতাত মুহূৰ্ত্ততে উচপ খাই উঠিল। তাই প্ৰথমতে তাৰ মুখলৈ আৰু তাৰ পিছতে বাহিৰৰ পিনে ইফালে-সিফালে চাবলৈ ধৰিলে। তাইৰ সেই অসহায় মুহূৰ্ত্তত ৰমেশ কম্পাউণ্ডাৰে চো মাৰি তাইৰ বিছনাৰ পৰা দুৱাৰমুখ পালেহি আৰু তাইৰ মুখত তাৰ বাওঁহাতখনেৰে হেঁচি ধৰি সোহাতখনেৰে তাইক বিছনালৈ ঠেলি লৈ গ'ল। বহু সময়লৈ শ্যামলীয়ে উচ পিচাই আছিল। ককবকনিত তাই যেন কব খুজিছিল, "মোক বচোৱা, মোক ৰক্ষা কৰা। মোৰ সতীত্ব এনেদৰে নাশ কৰি মোৰ প্ৰাণ নাশ নকৰিবা তুমি।" কিন্তু ৰমেশৰ সবল বাহুৰ চেপাত শ্যামলীয়ে আত্ম-সমৰ্পন কৰিবলৈ বাধ্য হৈছিল। লাহে লাহে তাইৰ বিৰোধিতাৰ উচপিচনি কামোত্তেজনাৰ উদ্দাম গতিলৈ, শঙ্কা আৰু অনিচ্ছাৰ ককবকনি যৌন সম্ভোগে অনা অৱসাদৰ দীঘলীয়া শ্বাসলৈ পৰিবৰ্ত্তিত হৈছিল। ৰমেশৰ বাহু বন্ধন শিথিল হৈ পৰাৰ লগে লগে তাই ততালিকে তাৰ পিনে পিছ দি গাৰুটোত চকু মুখ গুজি ধৰি সমগ্ৰ পৃথিৱীৰ পৰা যেন অদৃশ্য হৈ যাবলৈ বিচাৰিছিল। হুক হুক কৰে তাইৰ কান্দোন ওলাই আহিছিল। ৰমেশে তাইক সান্ত্বনা দিবলৈ কথা বিচাৰি নাপাইছিল। চকুলোৰে তিতি যোৱা তাইৰ চকু দুটি মচি দি

দি ৰমেশে তাইক কৈছিল, "নাকান্দিবা, শ্যামলী! তোমাৰ গোটেই জীৱনটো এইদৰে জানো ব্ৰতচাৰিণী হৈয়েই কটাই দিব খুজিছা? বৈধব্যব্ৰত পালন কৰিবলৈ তোমাৰতো এতিয়াও বয়স হোৱা নাই। তুমি যে অকাল বিধবা। তোমাৰ নিশ্চয় গিৰীয়েৰাৰ ছবিটিয়েই ভালকৈ মনত নাই। তুমি নাকান্দিবা শ্যামলী। তুমি একো পাপ কৰা নাই। এই পুৱতি নিশা তুমি মাথোন তোমাৰ বয়সৰ ধৰ্ম্মহে পালন কৰিছা।" শ্যামলীৰ উচুপনি বাঢ়িহে গ'ল। তাই ক'লে, "তুমি এনেকৈ মোৰ সৰ্ব্বনাশ কৰিলা কিয়? এতিয়াও ওলাই যোৱা তুমি। ৰাতি যে পুৱালেই। মানুহে ইয়াত তোমাক দেখিলে মোৰ যে থিতাতে মৰণ হ'ব।"

ৰমেশে হঠাৎ যেন চেতনা ঘূৰাই পালে। শ্যামলীৰ খিৰিকীৰে সি বাহিৰলৈ চাই পঠিয়ালে। বাহিৰৰ চোকা পোহৰবোৰ ভিতৰলৈ সোমাই আহিবলৈ ধৰিছে। সি দৌৰাদৌৰিকৈ উঠি বেগটো হাতত লৈ চোতাল পালেগৈ। শ্যামলীৰ শৰীৰটো বৰ অবশ লাগিল। তাই বিছনাতে কোনোমতে বহি লৈ খিৰিকীৰে বাহিৰলৈ চাই পঠিয়ালে। তাইৰ চকুত পৰিল, তাইৰ ফুলনিৰ ৰজনী গন্ধাজুপিৰ বগা বগা সৰু ফুলবোৰ ইতিমধ্যেই জ'ই পৰি গৈছে। আৰু জ'ই পৰি যোৱা ৰজনী গন্ধা এপাহ তেনেদৰে এৰি থৈ ওপৰলৈ উঠি যাবলৈ ধৰিছে খৰ গতিত এটি ভোমোৰা।

লাহে লাহে গ্ৰীষ্ম আঁতৰি যায়। শৰতৰ আগমনিয়ে গাওঁখনি চিকুণ কৰি তোলে। বাট-পথৰ বোকা পানীবোৰ শুকাই যায়। বাৰীয়ে ফুলনিয়ে নতুন প্ৰাণৰ কিবা এক উচ্ছ্বাস ফুটি উঠে। চোতালৰ কোণে কোণে, ফুলনিৰ মাজে মাজে সজীৱ হৈ উঠে শেৱালি ফুলৰ গছবোৰ। শৰতৰ জোনাক এই গাৱঁলৈকো আহে। নিৰ্ম্মল আকাশৰ পৰা এই গাৱঁলৈ টোপাটোপে নামি আহে নিয়ৰ কণিকা। শাৰদীয় ৰাতিৰ সেই ৰূপালী সৌন্দৰ্য্যৰ মূক আহবানে ৰমেশক উদ্বাউল কৰি তোলে। শ্যামলীৰ সান্নিধ্যৰ বাবে, সেই গ্ৰীষ্ম শেষৰ শেষ নিশা



শ্যামলীৰ স'তে তাৰ সংঘটিত হোৱা সম্পৰ্কৰ পিছত তাইৰ সংবাদৰ বাবে সি উদগ্ৰীৱ হৈ উঠে। ৰাতি ভাত খাই উঠি আলিবাটলৈ ওলাই আহি অস্থিৰভাবে সি ৰাস্তাত খোজ কাঢ়ি ফুৰিছিল। শ্যামলীৰ ঘৰলৈ ৰখীয়া হৈ এই নিশাই ভাত খাই উঠাৰ পিছত তাৰ ভনীয়েক দুজনী যোৱা কথা আছে। শ্যামলীৰ বাইদেৱেকে আবেলিতে তাৰ ঘৈণীয়েকক কৈ থৈ গৈছে সিহঁতক শ্যামলীৰ সৈতে কেইদিনমান ৰাতি থাকি সিহঁতৰ ঘৰ ৰখিবলৈ। শ্যামলীৰ বাইদেৱেকে কেইদিনমানৰ বাবে প্ৰতি নিশা ওচৰৰ এটা চুবুৰীৰ এঘৰ সম্পৰ্কীয় মানুহৰ ঘৰত অশৌচীয়া এজনী তিৰোতাক চোৱা মিলা কৰিব লাগিব গৈ। এই কথাটোৱে ৰমেশক পৰম উৎসাহ দিলে। তাৰ মনত হঠাৎ খেলি গ'ল, এই নিশাটো তাৰ ভনীয়েকহঁতক শ্যামলীহঁতৰ ঘৰলৈ নপঠিয়াই সি নিজেই শ্যামলীৰ ওচৰ চাপিব পাৰে গৈ। সি তাৰ ঘৈণীয়েকক কৈ দিব শ্যামলীয়ে আন কাৰোবাক তাইৰ ঘৰ ৰখিবলৈ আনিলেগৈ। গতিকে তাৰ ভনীয়েক দুজনী শ্যামলীৰ ঘৰলৈ আৰু আজি নিশা যাব নালাগে। আনহাতে ওচৰৰ এখন গাৱঁত এটি ৰোগীৰ বৰ টান। সি এতিয়া তালৈকেই যায়। ৰাতিটো উভতি অহা আশা নাই। তথাপি সি চেষ্টা কৰিব।

ঘৈণীয়েকক কথাখিনি কৈ সি যেতিয়া ৰাস্তাত পুনৰ খোজ দিলেগৈ তেতিয়া ৰাতিৰ গাওঁ নিজান, নিতাল। একে উশাহতে সি গৈ শ্যামলীৰ দুৱাৰত টোকোৰ মাৰিলে। শ্যামলীয়ে তৎক্ষণাৎ দুৱাৰ খুলি দিলে। কিন্তু দুৱাৰ মুখতে ভনীয়েক দুজনী নোহোৱাকৈ ৰমেশক অকলে অহা দেখি তাই আচৰিত হ'ল। তাই সুধিলে, "হেমলতা আৰু স্নেহলতা ক'ত?"

"তাকেইতো কবলৈ বুলি আহিছোঁ! ৰবা, বহি লওঁ।" ৰমেশ আগবাঢ়ি গ'ল তাইৰ বিছনালৈ। শ্যামলী সজাগ হৈ উঠিল। সি বেগটো থৈ বিছনালৈ যোৱাৰ অৰ্থ শ্যামলীয়ে সুন্দৰকৈ বুজি পালে। তাৰ কথাৰ প্ৰতিবাদ স্বৰূপেই তাৰ কামত অকণো সমৰ্থন নজনাই তাই চোতাললৈ ওলাই গ'ল। ৰমেশে বহু সময় বিছনাতে বহি বহি

শ্যামলীলৈ চাই থাকিল। তাই তথাপি ভিতৰলৈ নাহিল। শ্যামলী লাহে লাহে চোতালৰ এটি কোণত থিয় হ'লগৈ। মানুহৰ সমাগম হীন এই দুই বিধবা ভনীৰ চোতালৰ চাৰি কাষ ঘাঁহনিৰে ভৰা। তাই ঘাঁহবোৰৰ ওপৰত থিয় হৈ তলমূৰা হৈ চাই থাকিল জোনাকত উজ্বল হৈ উঠা নিয়ৰৰ কণিকাবোৰ। বহু সময়লৈ শ্যামলীয়ে তেনেকৈয়েই ৰৈ থকা দেখি সি ঘৰৰ পৰা ওলাই শ্যামলীৰ ওচৰ পালেগৈ। সি ক'লে, "ইমান দিনে তুমি মোক বেয়া পাই আছা ?"

মুখ ওন্দোলাই শ্যামলীয়ে কলে "তুমি কেনে মানুহ ? মোৰ ভবিষ্যতলৈ অকণো চিন্তা নকৰা কিয় ?" তাই কথাখিনি ভোৰ ভোৰাই কৈ চোতালৰ সেই কোণটোৰ পৰা আন এটা কোণ পালেগৈ। ৰমেশেও তাইৰ পিছে পিছে গৈ পুনৰ তাইৰ ওচৰ পালে গৈ আৰু ক'লে, "তুমি মোক সঁচাকৈয়ে বেয়া পাইছা, শ্যামলী ? কিন্তু মই যে তোমাৰ মোহতে অন্ধ হৈ মোৰ মান সন্মান, ল'ৰা তিৰোতা সকলো পাহৰি ওলাই আহিছোঁ এনেদৰে।"

"তুমি সেইবোৰ কি কৈছা ? মোৰ সৰ্ব্বনাশ নকৰিবা। তুমি যোৱা। তুমি গুছি যোৱা এতিয়াও। বাইদেউক মই তেতিয়াই কৈছিলোঁ, মোক ৰখিবলৈ তোমালোকৰ ঘৰৰ পৰা কাকো আনিব নালাগে। তাইৰ অজলা স্বভাৱটোৰ আশ্ৰয় লৈয়েই তুমি পুনৰ মোৰ সৰ্ব্বনাশ কৰিবলৈ আহিছা ?" কথাখিনি এক্কে উশাহতে কৈ অঁতাই শ্যামলীয়ে উচুপিবলৈ ধৰিলে। তাইৰ চকুৰ পৰা ধাৰাসাৰে লোতক বাগৰি আহিছিল। তাৰ শৰীৰৰ ইমান পৰে এক অদম্য যৌন উত্তেজনাত উতলি আছিল। তাইৰ তপত চকু পানী তাৰ শৰীৰৰ সেই তেজৰ উত্তাপৰ স'তে মিশ্ৰিত হ'লত, তাইক তেতিয়া তাৰ বুকুত সাৱটি লবলৈ দুৰ্ব্বাৰ এটি আকাঙ্ক্ষা হ'ল। লগে লগে সি চোঁচা মাৰি গৈ পুনৰ বাওঁ হাতখনেৰে তাইৰ মুখত হেঁচা মাৰি ধৰি সোঁহাতেৰে তাইক ঘাঁহৰ ওপৰেদি চোতালৰ মাজলৈ চোঁচোৰাই আনিলে। তাই অস্বাভাৱিকভাৱে চাটি ফুটি কৰিবলৈ



ধৰিলে। ৰমেশে তৎক্ষণাৎ তাৰ হাত শিথিল কৰি দি তাইৰ ভৰিৰ পিনে চাই দেখিলে, তাইৰ ধক ধক কৰে বগা ভৰি দুখনিত কাঁইটৰ আঁচোৰ। স্নিগ্ধ, বগা তাইৰ ভৰিৰ ছালত ৰঙা ৰঙা তেজ বিৰিঙি ওলাবলৈ ধৰিছে। সি ততালিকে তাইক দাঙি লৈ আহি তাইৰ বিছনাত শুৱাই দিলে আৰু তাৰ বেগৰ পৰা ডেটল বটলটো উলিয়াই অকণমান ডেটল তুলাত লগাই লৈ তেজ ওলোৱা ঠাইবোৰত লগাই দিলে। তাৰ অলপ পিছতে তাই আশ্বস্ত হ'ল। সি সুধিলে, "ভাল পাইছা ?" কিন্তু তাই একোকে নামাতিলে। মাথোন গাৰুটোত মূৰটো গুজি দি উবুৰি খাই শুই উচুপিবলৈ ধৰিলে। উচুপনিত তাই গোটেই মানুহজনী জিকাৰ খাই উঠিল। ৰমেশ নিৰুপায় হ'ল। সি তাই শান্ত হৈ উঠে মানে তাইৰ ক'ত কি হৈছিল চোৱাৰ উদ্দেশ্যে চোতাললৈ ওলাই আহিল। ককাল হাউলাই সি ঘাঁহবোৰত চকু ফুৰাই যাবলৈ ধৰিলে। তাৰ চকু পৰিল এডালি লাজুকী লতাত। নিয়ৰত তিতি জাপ গৈ থকা সেই লাজুকীলতাৰ পাতত কেঁচা তেজৰ চেকুৰা চেকুৰি দাগ। ৰমেশ উচপ খাই উঠিল। ভৰিৰ পৰা মূৰলৈ তাৰ গাটো শিৰ শিৰাই উঠিল। সি উভতি গৈ শ্যামলীৰ বিছনাৰ কাষ পালেগৈ।

শ্যামলীয়ে তেতিয়াও একে ধৰণেই শুই আছিল। কিন্তু ইতিমধ্যে তাইৰ উচুপনি পাতলিছিল। তাৰ ভৰিৰ শব্দ শুনি তাই জোৰ কৈ চকুযুৰি গাৰুটোত গুজি ধৰিলে, যেন তাৰ মুখলৈ আৰু কোনোমতেই নাচাব। ৰমেশে কিন্তু জোৰকৈ তাৰ হাতেৰে তাইৰ মুখখন ঘূৰাই দি এটি শেতা হাঁহি মাৰিলে। শ্যামলীৰ মুখত এটি উৎকট বিৰক্তিৰ ভাব ফুটি উঠিল। ৰমেশে লগে লগে তাইৰ বুকুৰ ওপৰত হাজি পৰি তাইৰ ওঠতে দীঘলীয়াকৈ এটি চুমা খাই দিলে। লগে লগে সি শুই পৰিল আৰু তাইক সাৱটি ললে। প্ৰথমতে কিছুপৰ তাই উচপিচাই আছিল। কিন্তু শেহলৈ তাৰ বুকুৰ পৌৰুষ উন্মাত তাইৰ নাৰীসত্বাই গা এৰি দিলে।

যৌন সঙ্গমৰ সামৰণিৰ পিছত ৰমেশ যেন এইবাৰ অকণো অবসন্ন নহ'ল। এক পৰম বাঞ্ছিতৰ অভিসিদ্ধিৰ গৌৰৱত সি এটি অবৰ্ণনীয় উল্লাস অনুভৱ কৰিলে। শ্যামলীৰ প্ৰতি এক অভূতপূৰ্ব্ব সৌহাৰ্দ্দ্যিত সি তাইক জোৰেৰে সাৱটি ধৰিলে। বহুতো সময়লৈ সি ক'ত আছে পাহৰি থাকিল। মুখৰ মাত নাছিল দুয়োৰেই তেতিয়া। সমগ্ৰ গাওঁখনি ৰাতিৰ নীৰৱতাত বুৰ গৈ আছিল। বেৰৰ ফুটাৰে জোনৰ পোহৰ ভিতৰলৈ সোমাই আহি মজিয়াত পৰিছিল। ৰমেশৰ ভাব হৈছিল, এই পৃথিবীৰ এই চুকতেই স্বৰ্গ বিচাৰি পোৱা যায়। শ্যামলীৰ স'তে তাৰ অনেক কথা পাতিবৰ মন গৈছিল। কিন্তু তাৰ মুখৰ পৰা মাথোন ওলাই আহিছিল, "মই এটি অতি জঘন্য পশু, নহয় শ্যামলী ?" শ্যামলীয়ে কোনো উত্তৰ দিয়া নাছিল। তাই মাথোন কুচি মুচি তাৰ বুকুৰ মাজলৈ আৰু বেছিকৈ সোমাই গৈছিল। বাহিৰৰ নিৰ্ম্মল স্নিগ্ধ জোনাকত ঘৰৰ ভিতৰৰ আন্ধাৰো বহুখিনি পাতলি গৈছিল। ৰমেশে শ্যামলীৰ মুখখন এবাৰ চোৱাৰ প্ৰয়াস কৰিছিল। সি অস্পষ্টকৈ হ'লেও দেখা পালে, বাহিৰৰ দুৰ্ব্বাৰ বতাহ-ধুমুহাৰ মাজত এটি শিশুৰ এখনি নিৰ্দ্দোষ মুখে যেন মুক্তি বিচাৰি আশ্ৰয় লৈছে মাতৃৰ বুকুত। সি তাইক আৰু বেছি জোৰেৰে সাৱটি ধৰিলে। মুহূৰ্ত্তৰ পিছত মুহূৰ্ত্ত বাগৰি গ'ল। সিহঁতৰ বুভুক্ষু বুকুৰ উমবোৰ, প্ৰত্যাশী হৃদয়ৰ কামনাবোৰ, ভৰ যৌৱনৰ উত্তেজনাবোৰ আজি যেন শান্ত হৈ, তুষ্ট হৈ সেই নিবিড় ৰাতিৰ পাৰিপাৰ্শ্বিকতাত নিতাল মাৰি শুই পৰিল।

শেহ নিশা দূৰণিৰ গাৱঁৰ পৰা কুকুৰাৰ ডাক ভাহি অহাৰ লগে লগে শ্যামলীয়ে ৰমেশক গাৰ ওচৰৰ পৰা ঠেলি দিলে। "তুমি যোৱাগৈ। আৰু নাহিবা। তুমি আৰু কেতিয়াও নাহিবা এনেকৈ।" লগে লগে তাই তাৰ পিনে পিঠি দি একাষৰীয়াকৈ শুই পৰিল। ৰমেশে উঠি কাপোৰ-কানিবোৰ ভালকৈ পিন্ধি বেগটো হাতত ললে। তাৰ পিছত সি পুনৰ বিছনাৰ ওচৰলৈ গৈ এটি দুষ্ট চঞ্চলতাৰে সুধিলে, "তোমাৰ বাই-দেৱেৰাই কিমান দিন কটাব সিটো চুবুৰীত ?" শ্যামলীয়ে কোনো



উত্তৰ নিদিলে। সি তাৰ মুখখন তাইৰ মুখৰ ওচৰলৈ নি চুমা এটি খাই পুনৰ সুধিলে সেই একেটা প্ৰশ্ন। তাই এইবাৰ ৰুক্ষভাবে কৈ উঠিল, "আঁতৰি যোৱা ইয়াৰ পৰা সোনকালে। সেই কথা তোমাক কিয় লাগে মই বেছ বুজিছোঁ।"

পিছদিনা গধূলিৰ জোনটো আৰু যেন বেছি উজ্জ্বল হৈ উঠিল। আকাশখন আৰু বেছি নিৰ্ম্মল হ'ল। শ্যামলীৰ ফুলনিৰ ফুলবোৰ ৰূপে-গোন্ধে জাতিষ্কাৰ হৈ উঠিল। শ্যামলীৰ মনটোতো কিবা এক অবোধ্য চাঞ্চল্যৰ শিহৰণ জাগি উঠিল। তাইৰ অনুভৱ হ'ল তাই কাৰোবালৈ প্ৰতীক্ষা কৰিছে। কাৰোবাৰ মৰমী পদক্ষেপৰ ধ্বনি শুনি স্বাগতম জনাবলৈ আগবাঢ়ি যাওঁ বুলি অধীৰ অপেক্ষা কৰি ৰৈ আছে। শৰতৰ এই জোৎস্না ধবল সন্ধিয়াতে তাইৰ ওচৰলৈ আগবাঢ়ি আহিব যেন কোনোবা স্বপ্নপুৰীৰ এক ৰাজকোঁৱৰ। লগে লগে তাইৰ এই ভগ্ন জুপুৰি হ'ব সেই স্বপ্নপুৰীৰ আলোক আবাস; তাইৰ এই অন্ধকাৰ সংসাৰ হ'ব চিৰ জ্যোতিষ্মান স্বৰ্গপুৰী। আৰু তাই তাইৰ সেই স্বৰ্গপুৰীত, স্বপ্নপুৰীৰ সপোন কুঁৱৰী সাজি সেই ৰূপ-কোৱৰক···। অকস্মাৎ শ্যামলীৰ মনৰ ছন্দ পতন হ'ল। তাই আৰু ভাবিব নোৱাৰিলে। তাইৰ মনটো যে আজি কেনে চঞ্চল হৈ উঠিছে। কিমান দুৰ্ভাগ্যৱতী, কেনে হতভাগিনী তাই; তাইৰ মনত হঠাতে এই উদ্দাম দিবাস্বপ্নৰ কেনেকৈ উদ্ৰেক হবলৈ পালে ? শ্যামলী এইবাৰ বেদনাত অস্থিৰ হৈ উঠিল। এক গভীৰ শোকে তাইৰ বুকুত আঘাত কৰিলেহি। নিতান্ত অস্থিৰভাবে শ্যামলীয়ে তাইৰ সৰু ফুলনিখনিত ফুলবোৰৰ কাষে কাষে ঘূৰি ফুৰিবলৈ ধৰিলে। অৱশেষত ঘূৰি ঘূৰি তাই ৰৈ গল, তাইৰ অতি আদৰৰ শেৱালি জুপিৰ ওচৰত।

এই শাৰদী জোনালী নিশা শ্যামলীৰ শেৱালি ফুলজোপা কণ কণ বগা ফুলেৰে উপচি পৰিছে। শ্যামলী তধা লাগি চাই ৰল তাইৰ ফুলজুপিৰ পিনে। শ্যামলীৰ ভাব হ'ল, অত ফুল, অত সুবাস, অত

সৌন্দৰ্য্যৰ অধিকাৰী হৈয়ো এই হতভাগিনী শেৱালি জোপাই তাইৰ হাতেৰে ঢুকি পাব পৰাতকৈ বহুতো ওপৰৰ আকাশী জোনটিলৈ নিস্ফল প্ৰতীক্ষা কৰি ৰৈ আছে। তাইৰ শেৱালি জোপাই তাইৰ এই কণ কণ নিশাৰ পুৱৰীবাজিয়ে জানে, সিহঁতৰ কামনাৰ আকাশীজোন চিৰদিন ৰৈ যাব সিহঁতৰ প্ৰাপ্তিৰ অগোচৰত, সিহঁতৰ স্পৰ্শৰ অতীতত। তথাপিও সিহঁতৰ পাহিয়ে পৰাগে প্ৰবাহিত হয় কামনাৰ অন্তৰ্লীন ফল্গুস্ৰোতত। সিহঁতৰ সুবাসত জাগে আশাৰ অনন্ত স্বপ্ন। কিন্তু বন্ধ্যা কামনাৰ কৌমুদী নিশা ধীৰে ধীৰে শেষ হৈ আহে। পশ্চিমৰ তৰাবচা আকাশত জোন মাৰ যায়। আৰু এনেকৈয়ে সামৰণি পৰে সিহঁতৰ নিস্ফল প্ৰতীক্ষাৰ। এনেকৈয়ে সৰি পৰে শ্যামলীৰ ব্যৰ্থ শেৱালিজোপাৰ পাহবোৰ এটি এটিকৈ, নীৰৱে, নিৰলে।

হঠাৎ কাৰোবাৰ ভৰিৰ শব্দত শ্যামলী চকিত হৈ উঠিল। তাই উভতি চাই দেখিলে, ওচৰতে থিয় হৈ এটি দুষ্ট হাঁহি মাৰিছে ৰমেশে। তাই তৎক্ষণাৎ পিছুৱাই গ'ল। কিন্তু ৰমেশে তাইৰ দুই বাহুত ধৰি লৈ তাইৰ সমুখৰ পৰাই তাইৰ মুখত চুমা এটি খাই দিলে। তাৰ পিচত অতি আলসুৱাভাবে সি তাইক টানি লৈ গ'ল তাইৰ বিছনালৈ। কোনো এক যাদুকৰৰ ইন্দ্ৰজালত যেন বন্দী হৈ শ্যামলীয়ে অবোধ শিশুৰ দৰে খোজ দিলে ৰমেশৰ লগে লগে।

বিছনাত ৰমেশৰ লগত শুই লৈ শ্যামলীয়ে কি যে এক অপূৰ্ব্ব মাদকতাত নাচি উঠিল। ৰমেশৰ বুকুৰ উমটোৱে, সেই কৌমুদী-স্নাত নিশাৰ স্বপ্নিল পৰিবেশে, ফিৰ ফিৰিয়া ৰাতিৰ বতাহত দিশহাৰা হৈ উটি ভাহি ফুৰা শেৱালি ফুলৰ সুৰভীয়ে তাইক উন্মনা কৰিলে। সেই স্বপ্নমদিৰ নিশা কোনো এক পুৰুষৰ বুকুৰ মাজত সোমাই তাইৰ নিজৰ বুকুৰ কথাবোৰ এটি এটিকৈ কৈ যাবৰ এক উগ্ৰ কামনা জাগিল। তাইৰ ভাব হ'ল, পৃথিৱীৰ সীমাৰ পৰা বহুতো আঁতৰৰ, সমাজৰ বান্ধোনৰ পৰা দূৰ সুদূৰৰ, পাৰ্থিব জীৱনৰ দুখ-



যাতনাৰ অনেক ওপৰৰ এক সুবিশাল মহাসমুদ্ৰৰ এটি ৰূপালী উপকূলত তাই যেন শুই আছে। তাল-নাৰিকল-ডালচেনি গছেৰে ভৰা সেই বিস্তৃত উপকূলৰ শীতল সমীৰণে তাইক জনাব লাগিছে স্বাগত সম্ভাষণ। শ্যামলীয়ে যেন তাইৰ বাস্তৱৰ নিদাৰুণ পৃথিৱী-খনিলৈ আৰু কেতিয়াও উভতি নাযাব। তাই প্ৰাৰ্থনা কৰিলে, এই নিশা নিশা হৈয়ে ৰওক। চঞ্চল বতাহ চাটি ৰিব ৰিব কৈ ৰৈ থাকক। আকাশত ভাহি ৰওক জোন আৰু তৰাবোৰ। আৰু তাই এনেকৈয়ে শুই ৰব এই সৰগীয় পৰিবেশত যুগৰ পিছত যুগ ধৰি অনন্ত কাললৈ।

ৰমেশৰ চেপা চেপা কথাকেষাৰমানে তাইক সজাগ কৰি তুলিলে। সি কলে, "জানা শ্যামলী, তোমাক ইমান ভাল লগা হৈছে। তোমাক এৰি মই এটা ৰাতিও কটাব নোৱাৰাত পৰিছোঁ।"

"কিন্তু তুমি মোৰ কিয় এনেকৈ সৰ্ব্বনাশ কৰোঁ বুলি লাগিছা?" শ্যামলীৰ মাতত আৰ্দ্ৰতা আৰু সহৃদয়তা।

"কেনেকৈ তোমাৰ সৰ্ব্বনাশ হব? তোমাৰ বাইদেৱেৰাইতো মোৰ ভনী দুজনীক তোমাক ৰাতি ৰখিবলৈ কৈয়েই গৈছে। গতিকে চুবুৰীৰ মানুহবোৰে তোমাক সন্দেহ নকৰে। ৰাতি হ'লে মোৰ ভনী দুজনী তোমাক ৰখিবলৈ ইয়ালৈ আহে বুলি তেওঁলোকে বিশ্বাস কৰিব।" ৰমেশৰ কথা শুনি শ্যামলীৰ ভয় বহুখিনি পাতলিছিল। তাই ৰমেশৰ বুকুত আৰু বেছিকৈ সোমাই যাবলৈ বিচাৰিছিল। ৰমেশে কৈয়েই গৈছিল, "কিবা যদি বিপদ হয় এতিয়া একমাত্ৰ মোৰ নিজৰ তিৰোতাৰ পৰাহে হ'ব পাৰে। কিন্তু সেই বিপদবো মই মুদা মাৰি থৈছোঁ। ইন্দ্ৰ আৰু মালতীৰ মাকক মই কৈছোঁ যে ওচৰৰ গাওঁ এখনত ৰোগী এটিৰ বৰ টান। প্ৰত্যেক ৰাতি মই ৰোগীৰ ওচৰত থাকি চিকিৎসাৰ ব্যৱস্থা কৰাৰ উপৰিও আলপৈচান ধৰাৰ বাবে মানুহক ইটো সিটো উপদেশ দি থাকিবগৈ লাগে। গতিকে ভনী দুজনীক ঘৰতে থাকি তেওঁক আৰু ল'ৰা-ছোৱালী দুটিক চাবলৈ কৈছোঁ আৰু শ্যামলীক ৰখাৰ

বাবে আন ছোৱালী বন্দবস্ত কৰিবলৈ শ্যামলীক কৈ দিছোঁ। গতিকে ইন্দ্ৰ আৰু মালতীৰ মাকৰ পৰাও তোমাৰ বা মোৰ কোনো বিপদ নাই। তেওঁ অতি সহজ সৰল তিৰোতা। তেওঁৰ পৰা অকণো ভয় নাই।”

হঠাৎ শ্যামলী উচাট মাৰি ৰমেশৰ বুকুৰ পৰা আতৰি গ'ল। তাই তাৰ পিনে পিঠি দি শুই ললে। ৰমেশ আচৰিত হ'ল। সি সুধিলে, “তোমাৰ কি হ'ল?” শ্যামলীয়ে একো নামাতিলে। তাই কুচি মুচি কুজা হৈ শুই ললে। “নামাতা যে? কি হ'ল তোমাৰ? কোৱা না।” ৰমেশ তাইৰ বাহুত তাৰ বাওঁ হাতখনেৰে টিপি টিপি সুধিলে:

“ইন্দ্ৰ-মালতীৰ মাক বৰ ভাল, নহয়? তুমি ছাগৈ কিমান মৰম কৰা তেওঁক।”

“ওঁ, সেই কাৰণেহে তুমি এনে কৰিলা হঠাতে। এৰা, তেওঁ ভাল। বৰ সহজ, সৰল। তথাপি তুমি জানো বিশ্বাস কৰিবা, শ্যামলী! তুমি মোক যেনেকৈ মুগ্ধ কৰা বা আকৰ্ষণ কৰা, তেওঁ তেনেকৈ নকৰে।”

“মোৰ ৰূপ যৌৱনেহে তোমাক অকল আকৰ্ষণ কৰে; তাত বাহিৰে আৰু মোৰ একো নাই, নহয়? মোৰ অন্তৰ, মোৰ মন সেইবোৰ মোৰ একো নাই, নহয়?”

“নাই, নাই শ্যামলী তেনে কথা নকবা। তোমাৰ বিয়াৰ কেইমাহ মান পিছতেই যেতিয়া তুমি বিধবা হোৱা শুনিছিলোঁ, আচলতে তেতিয়াৰ পৰাই মই তোমাক চিনি পাওঁ। তাৰ আগতে তুমি আমাৰ চুবুৰীতেই ডাঙৰ হৈছিলা বুলিও মোৰ তোমাৰ লগত চিনাকি হোৱাৰ সুযোগ সময়েই কৰিব পৰা নাছিলোঁ। কিন্তু আন এখন গাৱঁলৈ গৈ যৌৱনৰ আৰম্ভণীতেই তুমি যেতিয়া বিধবা হোৱা শুনিলোঁ, তেতিয়াৰ পৰাই মোৰ তোমাৰ প্ৰতি সহানুভূতি উপজিল। তুমি যেতিয়া গিৰীয়েৰাৰ ঘৰ এৰি পুনৰ তোমাৰ এই মাবাৰ ঘৰত তোমাৰ বিধবা বাইদেৱেৰাৰ লগত একে লগে থাকিবলৈ আহিলা, তেতিয়াৰে পৰাই মই তোমাক নিলগে নিলগে লক্ষ্য কৰি আছোঁ। তোমাৰ বেদনা মই আঁতৰৰ পৰাই দেখি আছোঁ। কিন্তু তুমি জানা, চিধা-চিধি ওচৰ চাপিবলৈ মোৰ একো উপায় নাছিল। তুমি মোক অবিশ্বাস নকৰিবা, শ্যামলী।”



তেনেই অকণমাণি ছোৱালীজনীৰ দৰে শ্যামলীয়ে এইবাৰ ৰমেশৰ বুকুৰ মাজলৈ সোমাই গৈ তাক জোৰকৈ সাৱটি ধৰিলে। তাইৰ বুকুৰ স্পন্দন ৰমেশে তাৰ বুকুত স্পষ্ট অনুভৱ কৰিলে। সিও এক পৰম তৃপ্তিত জোৰেৰেই তাইক সাৱটি ধৰিলে। কিছু সময় তেনেকৈয়েই যোৱাৰ পিছত অকস্মাৎ শ্যামলীয়ে পুনৰ তাৰ বুকুৰ মাজৰ পৰা আঁতৰি গ'ল। ৰমেশে সুধিলে, “কি হ'ল তোমাৰ আকৌ?” তাই তাৰ পিনে পিছ দি কৈ গ'ল, “তুমি ইয়াৰ পৰা গুছি যোৱা। মোক কিয় আওবাটে নিবলৈ আহিছা তুমি? তুমি জানো বিবাহিত নহয়? তুমি জানো ইন্দ্ৰ আৰু মালতী—ছুটি ল'ৰা-ছোৱালীৰ পিতৃ নহয়? তুমি মোৰ সৰ্ব্বনাশ কৰিয়েইতো অকল নেৰিবা; তোমাৰ তিৰোতাৰ জীৱনো তুমি বিষময় কৰিবা। তোমাৰ ল'ৰা-ছোৱালীৰ জীৱনো তুমি কলঙ্কময় কৰি তুলিবা। তুমি যোৱা, তুমি উঠি গুছি যোৱা ইয়াৰ পৰা।” তাইৰ উত্তৰত ৰমেশে শ্যামলীক আৰু দুগুণ উৎসাহেৰে সাৱটি ধৰিলে। তাৰ সবল বাহু বন্ধনত তাইৰ অবলা নাৰীত্বই পুনৰ আত্ম-সমৰ্পণ কৰিলে।

শেষ নিশা ৰমেশ কম্পাউণ্ডাৰ তাইৰ বিছনাৰ পৰা উঠি তাৰ ঘৰলৈ উভতি গৈছিল। সি উঠি যোৱাৰ পিছত তাই আৰু শুই থাকিবলৈ টান পালে। তায়ো উঠি গ'ল আৰু চোতালত কিছু সময় ইফাল-সিফাল কৰি কটালে। লাহে লাহে পূবৰ আকাশ উদ্ভাসিত হৈ উঠিল। আকাশৰ একোণত বিশাল উজ্জ্বল পুৱতিৰ তৰাটি দেখি হঠাৎ শ্যামলী চক খাই উঠিল। তাইৰ বিবাহৰ ঠিক দুদিন পিছৰ ইমান দিনে পাহৰি থকা এটি সামান্য কথাই হঠাৎ হৃদয়-বাৰিধিত এটি উত্তাল তৰঙ্গৰ সৃষ্টি কৰিলে। বিয়াৰ পিছৰ সিহতৰ সেই যুগ্ম ৰাত্ৰিটোৰ অন্তত চল পুৱাতে উঠি গাটো ধুই আহি তাই কপালত লৈছিল এটি সেন্দুৰৰ ফোট অতি নিষ্ঠাৰে, অতীব সন্তৰ্পণে। কেতিয়াবা

তাইৰ স্বামী মনে মনে আহি তাইৰ ওচৰতে লুকাই আছিল। ফোট লোৱাৰ লগে লগে তেওঁ তাইক অকস্মাৎ কৈ উঠিছিল, "অকণমাণি কপালখনিত এই প্ৰকাণ্ড ফোটটি সৌ পুৰতিৰ তৰাটোৰ দৰে মাৰি ললা, লগে লগে তেওঁ তাইক ঢল পুৱাৰ আকাশত মাৰ যাবলৈ ওলোৱা পুৱতি তৰাটোলৈ আঙুলিয়াই দিছিল। এৰা এবা, মাৰ যোৱাৰ আগমুহূৰ্ত্তৰ সেই পুৱতি তৰাটি ঠিক আজিৰ এই তৰাটিয়েই আছিল, ঠিক আজিৰ এই তৰাটিয়েই। তাই তৰাটিলৈ তধা লাগি চাই ৰ'ল। এই তৰাটি, এই তৰাটি ; এই পুৱতীয়া তৰাটি জানো তাহানিৰ সেইটি তৰা? তাহানিৰ দোকমোকালিৰ আকাশৰ সেইটি তৰা? তাইৰ সন্দেহ উপজিল। এয়া জানো সেই একেটি তৰা? সেই একেখন আকাশ? সেই একেটি সময়? ক'ত তেনে সেইজন মানুহ? এইখন আকাশৰ এইটি সময়ত এইটি তৰা লৈ আঙুলিয়াই দিয়া সেই মানুহজন। এতিয়া তেওঁ ক'ত? তৰাটিলৈ আঙুলিয়াই দিয়েই তাইৰ স্বামী—সেই মানুহজন ততালিকে তাইৰ ওচৰৰ পৰা আঁতৰি গৈছিল। ৰমেশ কম্পাউণ্ডাৰো তাইৰ ওচৰৰ পৰা এই আঁতৰি গ'ল সৌ তৰাটি আকাশৰ ঠিক একে ভুখৰি ঠাইতে এৰি। এয়া জানো একেজন মানুহ, তেন্তে? একেজন মানুহ, একেজন পুৰুষ? শ্যামলীয়ে তাইৰ বুকুত হঠাতে এক অদ্ভুত বিষ অনুভৱ কৰিলে। তাইৰ ভাব হ'ল তেনেদৰে থিয় দি থাকিবলৈ তাইৰ শৰীৰত শক্তি নাই।

তাৰ পিছত আৰু বহুতো জোনালী শাৰদী নিশা শ্যামলীৰ পৃথিৱীলৈ নামি আহে। সেই ৰূপালী নিশাৰ তৰা বচা পাখিত লাগি আহে শতেক শেৱালিৰ অতৃপ্ত কামনাৰ বোল। শ্যামলীৰ ফুলনিৰ শেৱালি জুপিয়েও শাৰদী জ্যোস্নাত স্নান কৰি হৈ পৰে ঐশ্বৰ্য্যশালিনী। শ্যামলীৰ নিঃসঙ্গ সৰু সংসাৰখনিও ৰমেশৰ পৌৰুষ সঙ্গত হৈ উঠে সমৃদ্ধিশালী। তথাপিও অনুভৱ হয়, তাইৰ শেৱালি জুপি হৈ ৰয় নিতান্ত অশান্ত, নিতান্ত অতৃপ্ত, নিতান্ত অধীৰ। তথাপিও শ্যামলীৰ ভাব হয় তাইৰ অন্তৰখনি হৈ ৰয় চিৰ শূন্য, চিৰ উদাস, চিৰ অশান্ত।



কিছুদিনৰ পিছতে শৰৎ আঁতৰি যায়। বাইদেৱেক ওচৰৰ গাৱঁৰ পৰা উভতি আহে শ্যামলীৰ ওচৰলৈ। শ্যামলীৰ অন্তৰৰ শূন্যতা কিন্তু আঁতৰি নাযায়। চিনি চিনিও নিচিনা সেই পুৱতি তৰাৰ সাঁথৰ ভাঙিবলৈ, পাই হেৰুওৱা সেই মানস কোঁৱৰৰ তপস্যাত শ্যামলী হৈ পৰে অস্বাভাৱিকভাবে গম্ভীৰ, অতিশয় মিতভাষী। লাহে লাহে শীত নামি আহে। শীতৰ হাড় কপোৱা জাৰত তাইৰ গা ধুবলৈ মন নোযোৱা হৈ পৰে। তাইৰ বহুত কাপোৰ-কানিৰ প্ৰয়োজন হয়। কিন্তু তাইৰ সমস্যা ইয়াতকৈয়ো আৰু বেছি জটিল হৈ পৰে, যেতিয়া তাই দেখে যে নিয়মিত ভাবেই তাই মাহে তিনি দিনকৈ গা ধুব নলগা হৈ গৈছে প্ৰায় কেবা মাহৰ বাবে ; আৰু যেতিয়া তাই দেখে যে তাইৰ আৰু বহুতো কাপোৰ-কানিৰ প্ৰয়োজন হ'ব গৈ অকল তাইৰ বাবেই নহয়, তাইৰ গাৰ মঙহৰ পৰা, তাইৰ ধমনীৰ তেজৰ পৰা তাইৰ গৰ্ভত গঢ় লৈ উঠিব ধৰা এটি নৱজাতকৰ বাবেও।

এই কালছোৱাতেই শ্যামলীৰ মনটোত এক অদ্ভুত অনুভূতি জাগিল। এটি শীতৰ গধূলি তাই অনুভৱ কৰিলে, তাইৰ বুকুখন যেন বহুত বহল হৈ পৰিছে, তাইৰ সেই বহল হৈ যোৱা বুকুখনিয়ে চিৰ অক্ষয় এবুকু মৰমেৰে যেন প্ৰস্তুত হৈ ৰৈ আছে এটি নৱজাত শিশুক ডাঙৰ-দীঘল কৰি মানুহ কৰি তুলিবলৈ। তাইৰ অন্তৰখনো হঠাতে গভীৰ হৈ পৰা যেন লাগিল। এই গভীৰ অন্তৰখনৰ অশেষ ভাব-ভাষা আৰু আবেগ অনুভূতিৰে যেন তাই গঢ় দি তুলিব এটি দেৱ শিশুক।

সেই শীতৰ সন্ধিয়া শ্যামলীৰ হঠাৎ নাচি দিবৰ মন গ'ল। তাই তাইৰ কোঠালীটোৰ পৰা ততালিকে ওলাই আহিল চোতালৰ পোহৰলৈ।

মাজ চোতালত থিয় হৈ যেতিয়া শ্যামলীয়ে ঘৰৰ পিছ পিনৰ বাৰী-খনৰ ফালে চাই পঠিয়ালে, তেতিয়া তাইৰ চকুত পৰিল প্যত সৰি লঠঙা হোৱা বাৰীৰ বাঁহ গছবোৰত। তাই একে ধ্যানে সেই বাঁহৰ লঠঙা আগবোৰলৈ চায়েই থাকিল। আকাশৰ বহু ওপৰলৈ সেই

আগলি বাঁহবোৰ উঠি গৈ এক বুজন উচ্চতাত আকাশৰ বুকুত যেন জাহ গৈছে গৈ। বাঁহৰ আগবোৰ আকাশৰ বুকুৰ সেই উচ্চতাত বিলীন হৈ যোৱা বিন্দুবোৰলৈ চাই থাকোঁতে শ্যামলীৰ অকস্মাৎ বৰ ভয় লাগি গ'ল। এই বিশাল বিস্তৃত পৃথিৱীৰ অগণন নৰ নাৰীৰ মাজত তাই যে কিমান অকলশৰীয়া! তাই অকলশৰীয়া গধূলিৰ অসীম আকাশত স্থিতি হেকওৱা সৌ বাহঁগছবোৰৰ দৰেই। সিহঁতৰ দৰেই তায়ো যেন জাহ যাব লাগিব অগণন মানুহৰ এই বহল সংসাৰ খনৰ বিস্তীৰ্ণ বুকুত। শ্যামলীৰ গাটো এই উপলব্ধিৰ লগে লগে শিয়ৰি উঠিল। তাইৰ কি হ'ল গৈ? তাইৰ আৰু কিয়েই বা হ'বগৈ শেষত? মাতৃ হবলৈ তাইৰ অধিকাৰ ক'ত? অনাহূতভাবে তাইৰ মনলৈ অহা এই প্ৰশ্নবোৰৰ উত্তৰ বিচাৰি নাপাই এক পৰম অসহায়তাত শ্যামলীয়ে দুই চকু মুদি দিলে। তাই লাহে লাহে পিছুৱাই আহিল আৰু ঘৰটোত সোমাই তাইৰ বিছনাখনত ঢলি পৰিল। ঠিক সেই মুহূৰ্ত্ততেই চোতালৰ পূব কোণৰ তুলসী জোপাৰ তলত মাটিৰ চাকি এটি জ্বলাই দীঘলীয়া প্ৰণাম জনালে শ্যামলীৰ বাইদেৱেকে।

লাহে লাহে শীত আঁতৰি যায় আৰু বসন্তৰ আগমণত শ্যামলীৰ গাওঁখনে নতুন ৰূপ লয়। গছে-বনে ফুটি উঠে সেউজীয়া বোল। তৰু লতিকাৰ ফুল পাতৰ মাজে মাজে কুলি কেতেকীৰ হিয়া উতলোৱা সুৰে শ্যামলীক বলিয়া কৰে। চতুৰ্দ্দিশৰ প্ৰকৃতি আৰু নিজৰ ভিতৰৰ নৱ জীৱনৰ উন্মেষণীয়ে এফালে যেনেকৈ তাইক নাচি নচুৱাব খুজিলে, আন-ফালে তেনেকৈ তাইৰ মাতৃত্বৰ সামাজিক স্বীকৃতিৰ নিৰাশাই তাইক শঙ্কিত কৰি তুলিলে। মাক-দেউতাকৰ মৃত্যুৰ পিছৰে পৰাই তাইৰ নিজৰ দৰে সৰুতে বিধবা হোৱা তাইৰ বাইদেৱেকেই তাইৰ একমাত্ৰ আপোন। তাইৰ বিবাহিত জীৱনৰ চাৰিটা মাহত তাই গিৰীয়েকৰ লগত বিশেষ কিবা এটা আত্মীয়তা স্থাপন কৰিবলৈ তাইৰ বয়সেই হোৱা নাছিল। সেয়েহে বাইদেৱেকেই তাইৰ একমাত্ৰ সঙ্গিনী, তাইৰ সমস্যাৰ সমাধান কৰোতা, তাইৰ নিৰ্ব্বাপিত জীৱনৰ একমাত্ৰ ভৰষাৰ



স্থলী। তথাপি শ্যামলীয়ে তাইৰ জীৱনত প্ৰথমবাৰৰ বাবে এক নতুন সমস্যাৰ সন্মুখীন হ'ল; যাৰ সমাধানৰ বাবে তাই আন কি বাইদেৱে-কৰো ওচৰ চাপিব নোৱাৰে। পৃথিৱীৰ কোনো প্ৰাণীকেই সুংসূত্ৰ দিব নোৱাৰে তিলমানো। সেহেয়ে জীৱনত প্ৰথমবাৰৰ বাবে শ্যামলীয়ে এইবাৰ সজ্ঞানে ৰমেশক বিচাৰিলে। কিন্তু তাক কেনেকৈ পোৱা যায়?

যথা সময়ত বসন্তও আঁতৰি গ'ল। সেই ঋতুৰাজৰ একো একোটা সুবাসিত মাধবী যামিনী শ্যামলীৰ উন্মিলীত চকুৰ পতাৰ ওপৰেদি কেনেকৈ যে পাৰ হৈ গ'ল, তাই তাৰ গমকেই নাপালে। ৰমেশক এবাৰ অকলশৰীয়াকৈ লগ ধৰি তাইৰ নতুন কথাটো কৈ দিয়াৰ অহৰহ চেষ্টাত তাই দিনৰ পিছত দিন কটাই দিবলৈ ধৰিলে। অৱশেষত তাই এদিন তাইৰ ফুলনিখনৰ মাজত থিয় দি থাকোঁতে ৰমেশে ৰাস্তাৰে কৰবাৰ পৰা ৰোগী চাই উভতি অহা দেখিবলৈ পালে। শ্যামলীৰ বুকুৱে ধান বানিবলৈ ধৰিলে। ৰমেশ আহি তাইৰ নিচেই ওচৰ পোৱাত শ্যামলীয়ে ইফালে-সিফালে মানুহলৈ লক্ষ্য কৰি ভয়ে ভয়ে তাক ক'লে, "তুমি দুই এদিনতে যেনে তেনে মোক লগ ধৰিবা। মোৰ এটা বৰ ডাঙৰ সমস্যা হৈছে।"

বাৰিষাৰ প্ৰবল বৰ্ষণ আৰু ঘন ঘোৰ মেঘৰ গাজনিত লাহে লাহে শ্যামলীৰ সৰু পৃথিৱীখনি বুৰ গ'ল। শ্যামলী অস্থিৰ হৈ উঠিল। তাইৰ গাটো বৰ গধুৰ হৈ পৰিল। মনটো দুঃচিন্তাৰে ভৰি পৰিল। তাই নিজৰ পেটটোলৈ ঘনাই চকু দিয়ে। তাইৰ সৌভাগ্য এই কণেই যে আন বহুতো তিৰোতাৰ পেটৰ দৰে তাইৰ পেটটো তাইৰ এই অৱস্থাত অস্বাভাৱিক ধৰণে বাঢ়ি যোৱা নাই। ঈশ্বৰে ৰক্ষা কৰিছে তাইক। তথাপি বাইদেৱেকে মাজে মাজে চকু থিয় কৰি তাইৰ পিনে চাব খোজে। তাইৰ তেতিয়া ভয়ত উশাহ বন্ধ হৈ যায়। বাইদেৱেকে যদি আচল কথাটোকে তাইক সুধি দিয়ে, তাই তেতিয়া কি ক'ব? নাই নাই বাইদেৱকক তাই আঁতৰাবই লাগিব। কিছু দিনৰ বাবে

হ'লেও বাইদেৱেকক আঁতৰাই ৰমেশ কম্পাউণ্ডাৰক তাই আনিব তাইৰ বিছনালৈ। তাক তাই খুলি কব তাইৰ সকলো কথা ; আৰু কৈ উঠি তাৰ হাতত দিব তাইৱ এই সমস্যাৰ সমাধানৰ ভাৰ।

অৱশেষত শ্যামলী কৃতকাৰ্য্য হ'ল। শ্যামলীৰ বাইদেৱেকৰ শহুৰেকৰ ইতিমধ্যে মৃত্যুৰ খবৰ আহিল। শহুৰেকৰ ঘৰৰ লগত বাইদেৱেকৰ সম্পৰ্ক প্ৰায় ছিন্ন হৈ গৈছিল যদিও শ্যামলীৰ কথা মতেই বাইদেৱেকে শহুৰেকৰ ঘৰৰ এই সঙ্কটৰ সময়ত তেওঁলোকক সহায় সহানুভূতি দেখুৱাবলৈ তাত ওলালগৈ। বাইদেৱেক উভতি নহালৈকে এই কেইদিন শ্যামলীক ৰাতি ৰখাৰ ভাৰ পৰিল পুনৰ ৰমেশ কম্পাউণ্ডাৰৰ ভনীয়েক দুজনীৰ ওপৰত। আৰু নিশা আহি শ্যামলীৰ ঘৰত ওলাল আগৰ কৌশলকেই অনুসৰণ কৰি ৰমেশ কম্পাউণ্ডাৰ।

ৰমেশে শ্যামলীৰ লগতে শুই পৰিল। তাৰ প্ৰথম কাম-লিপ্সাৰ প্ৰবাহটোক শ্যামলীয়ে বাধা দি আৰম্ভ কৰিলে, "চাওঁ ; ৰবা! আগৰ দৰে তেনেকৈ কাম নকৰিবা। তোমাক মই তেজৰ পিৰ পিৰণি দমাব নোৱাৰি মাতি অনা নাই। মোক খুলি খুলি খোৱা মনৰ কুভাব দুশ্চিন্তাবোৰৰ পৰা মোক মুক্তি দিবলৈ তুমি কি কৰিব পাৰা, তাকে সুধিবলৈহে মাতি আনিছোঁ। প্ৰথমতেই মই তোমাক কৈছিলো, তুমি মোৰ সৰ্ব্বনাশ নকৰিবা। মোৰ সেই কথা তুমি বাৰে বাৰে আওকাণ কৰাৰ পৰিণতি আজি মোৰ সৰ্ব্ব শৰীৰতে এয়া বিৰিঙি উঠিছে, চোৱা।"
শ্যামলী ঘপ কৰে বিছনাতে থিয় হ'ল আৰু ব্লাউজ নিপিন্ধাকৈ বুকুত পিন্ধা মেখেলাখন খহাই তললৈ এৰি দিলে। মেখেলাখন তলত স্খলকি পৰাত তাইৰ নগ্ন মূৰ্ত্তিটো দেখি ৰমেশ কম্পাউণ্ডাৰৰ বুকু কঁপি উঠিল। শ্যামলীৰ তল পেটটো এটি গধুৰ টোপোলাৰ দৰে তললৈ ওলমি পৰিছে। সি ততালিকে বিছনাতে বহি লৈ এটি অজলা শিশুৰ দৰে তাইৰ তলপেটৰ পৰা ওপৰলৈ চকু ফুৰাই গ'ল। সি দেখিলে, তাইৰ পূৰ্ব্বৰ আটিল থিয় স্তনযুগল এজনী বয়সস্থ তিৰোতাৰ স্তনৰ দৰে ওফন্দি টনটনীয়া হৈ তললৈ ওলমি পৰিছে। তাইৰ তেজাল ৰগা



গাল দুখনি নিস্তেজ হৈ ধেল ধেলীয়া বগা হৈ গৈছে। নগ্ন হৈ এজন পুৰুষৰ আগত থিয় হৈছে বুলিও শ্যামলীৰ মুখত কোনো লাজ, কোনো চঞ্চলতা, কোনো উত্তেজনাৰ আভাস নাই। তাইৰ মুখত এক অস্বাভাৱিক গাম্ভীৰ্য্য কোনো এক আদিম নগ্ন নাৰীমুখৰ গাম্ভীৰ্য্যৰ দৰে। ৰমেশ অবাক হৈ তধা লাগি চায়েই থাকিল সেই নগ্ন মূৰ্ত্তিটোৰ পিনে। শ্যামলীয়ে লাহে লাহে মেখেলাখন বিছনাৰ পৰা দাঙি পুনৰ তাইৰ বুকুত পিন্ধি ললে আৰু শুই পৰিল। তাই ৰমেশকো শুবলৈ ইঙ্গিত দিলে। ৰমেশ শুই পৰাৰ লগে লগে তাই পুনৰ আৰম্ভ কৰিলে, "এতিয়া তুমি কি কৰিবা কোৱা, ৰমেশ ডাক্তৰ। মই জানোঁ, তুমি মোক বিয়া কৰি মোক তোমাৰ পত্নীৰ মৰ্য্যাদা নিদিয়া। আনকি, মই যি সন্তানৰ জন্ম দিম, তাৰ পিতৃ তুমি বুলি সমাজক তুমি কৈ দিবা, তেনে আশাও মোৰ নাই। আন হাতে মই জানোঁ, এই পিতৃৰ পৰিচয় হীন শিশুটিৰ জন্ম দিয়াৰ পিছত মই আৰু সমাজত মানুহ হৈ জীয়াই থাকিব নোৱাৰিম। হয় মই সকলোৰে ঘিণ কৰা এটি কুষ্ঠৰোগীৰ দৰে সমাজ এৰি গুছি যাব লাগিব কৰবালৈ, নহয় মই আত্মহত্যা কৰিব লাগিব। তথাপি এইবোৰ জানি শুনিও কিয় মই তোমাৰ বুকুত নিজকে এৰি দিছিলোঁ ? এই প্ৰশ্নটিকে যোৱা বেলি বাৰিষাৰ সেই পুৱতি নিশাৰ পৰা এই বেলি বাৰিষাৰ এই দুপৰ নিশালৈ ঘনে ঘনে নিজকে সুধি আছোঁ। কিন্তু যিমানেই সুধিছোঁ সিমানেই এই প্ৰশ্নটি মোৰ বাবে ক্ৰমে ক্ৰমে বেছি জটিল হৈ যাব ধৰিছে। সজ্ঞানে তোমাক আগতে মই কেতিয়াও বিচৰা নাছিলোঁ। ইন্দ্ৰ আৰু মালতীৰ পিতাক ৰমেশ কম্পাউণ্ডাৰক মই মোৰ ওচৰত পাবলৈ কেতিয়াও মই আশা কৰা নাছিলোঁ। তথাপিও মোৰ মনত আছিল কিবা এটি বুজি বুজি নুবুজা কামনা, কিহবাৰ কিবা এটি অপূৰ্ণ বাসনা। কাৰোবাক-কাক বা কিহক মই নিজেই কব নোৱাৰোঁ— অস্থিৰ ভাবে বিচাৰি বিচাৰি মই উজাগৰে কটাই দিছিলোঁ নিশাৰ পিছত নিশা। মোৰ যৌৱনৰ সেই তপস্যাৰ মাজ ভাগতে তুমি আহি

মোক আমনি দিছিলা আৰু মোৰ কতোৱেই তৃপ্তি নোপোৱা মনটিৰ দুৰ্ব্বলতাৰ সুযোগ লৈছিলা। তাৰ বাবে তোমাক বাৰু মই কিয় ঘিণ কৰিব নোৱাৰিলোঁ, কিয় তোমাক ঘিণ কৰি তোমাৰ পৰা মই নিজকে ৰক্ষা কৰিবলৈ চেষ্টা নকৰিলোঁ? এই প্ৰশ্নৰ উত্তৰকে আজিলৈকে মই নিজকে নিজে দিব নোৱাৰিলো, জানা?

"মানুহৰ বহল সমাজখনৰ পৰা মোৰ এই কণমানি অন্তৰখনে কোনো দিন কোনো সহানুভূতি নাপালে। পিতাৰ মৃত্যুৰ কথা মোৰ মনত নাই। মোৰ বিয়াৰ দুমাহ পিছত মাও ঢুকাইছিল। বিয়াৰ চাৰি মাহ পিছত মই হৈছিলোঁ বিধবা। এনে নিঠৰুৱা অৱস্থাতে আকৌ মই শহুৰৰ ঘৰ এৰি উভতি আহিব লগীয়া হৈছিল মা-পিতাৰ এই ভেঁটিলৈ। বাইদেউৰ লগতে থাকিব পাৰিম বুলি তেতিয়া মনে মনে মই ভালেই পাইছিলো ; যদিও মোৰ অৱস্থা দেখি আৰু মোৰ ভবিষ্যতৰ কথা ভাবি অনেকে কান্দিছিল। কিন্তু লাহে লাহে মোৰ ভবিষ্যতৰ কথা ভাবি কন্দা সেই মানুহবোৰৰ দৰে ময়ো বুজি উঠিলোঁ, পতি বিয়োগ নাৰী জীৱনৰ আটাইতকৈ ডাঙৰ শোকৰ কথা। মোৰ জীৱনৰ বাকী থকা অতবোৰ দিন কেনেকৈযে কটাম তাকে ভাবি মই অস্থিৰ হৈ গৈছিলোঁ। মোৰ দুখ দেখি দুখ কৰা মানুহবোৰে মোৰ মঙ্গলৰ বাবে, মোৰ মনৰ শান্তিৰ বাবে যিবোৰ উপায় দিছিল, সেইবোৰ মই পৰম নিষ্ঠাৰে পালন কৰিছিলোঁ। আমাৰ গাৱঁৰে অতি ধাৰ্ম্মিক বুঢ়া কপালত সেই দীঘলীয়া চন্দনৰ ফোটটিৰে অনন্ত অধ্যাপকে আহি মোক কৈছিল, "তোমাৰ এই দুখত ভগৱানেই একমাত্ৰ সাৰথী। তুমি, আই, সদায় ভগৱানৰ নাম জপ কৰিবা। তিনি সন্ধ্যা পৱিত্ৰ মনেৰে ঈশ্বৰক প্ৰাৰ্থনা কৰিবা। তেওঁ আহি তোমাৰ সহায় হ'ব।" আমাৰ গাৱঁৰ সকলোৱে জনা জ্যোতিষী অমূল্য ভট্টাচাৰ্য্য তামোল চোবাই চোবাই আহি শোকাকুল অন্তৰেৰে মোক এখন গোবিন্দ মিশ্ৰ ভণিত অসমীয়া গীতা দান দি কৈছিল, "তোমাৰ এই দুখত সান্ত্বনা দিবলৈ আমাৰ সাধাৰণ



নৰ-মনিচৰ উপায় নাই, আই। এই খনেই তুমি এতিয়া তোমাৰ জীৱনৰ সঙ্গী কৰি লোৱা। পুৱা-গধূলি এই গীতাখন তুমি নিয়মিত পাঠ কৰিবা। তোমাৰ মনৰ দুখ-যাতনাৰ উপশম হ'ব। আৰু শেষলৈ ইয়েই তোমাক মুক্তিৰ বাট দেখুৱাই দিব।" তাৰ পিছত আৰু যিবোৰ শুভাকাংক্ষী লোক মোৰ ওচৰলৈ আহিল, তাৰ ভিতৰত ধৰ্ম্মেশ্বৰী পেহীয়েই প্ৰধান। প্ৰথমতে তেওঁ মোৰ বাবে ইমান কান্দিলে যে তাৰ মাজত মোক একোকে উপদেশ দিব নোৱাৰিলে। শেহত কোনোমতে কান্দোনৰ মাজতেই মোক ক'লে, ইমান কম বয়সতে বিধবা হলো যদিও বৈধব্য ব্ৰত মই অতি কঠোৰ ভাবেই পালন কৰিব লাগিব। মই কেনেদৰে কেতিয়া কেতিয়া গা ধুব লাগিব, কেনে কাপোৰ পিন্ধিব লাগিব, নিপিন্ধিব লাগিব, অলঙ্কাৰ পাতি কেনেকৈ এৰিব লাগিব, সেন্দুৰৰ ফোট কিয় লব নালাগিব এই আটাইবোৰ কথা তেওঁ দঢ়াই দঢ়াই মোক সকিয়াই দিছিল। তেওঁ আটাইতকৈ বেছি জোৰ দিছিল মোৰ খোৱা আহাৰৰ তালিকাখনত। মাছ-মাংস, মা-মছলা মই একোকেই খাব নোৱাৰোঁ। অম্বুবাচী, মহাষ্টমী আদি দিনত আৰু প্ৰতি মাহে মোৰ ঋতুস্ৰাৱৰ দিন কেইটাত মই সদায় উপবাসে থাকি ঈশ্বৰ চিন্তা কৰিব লাগিব। স্বামীৰ মৃত্যুৰ লগে লগেই এই কথাবোৰ পালন কৰিবলৈ মই বাধ্য হৈছিলোঁ বাবে, ধৰ্ম্মেশ্বৰী পেহীৰ এই উপদেশবোৰ মোৰ বাবে একো নতুন নাছিল। পেহীয়ে মাথোন এই ব্ৰত মোৰ নিজৰ শৰীৰ আৰু মোৰ স্বামীৰ আত্মাৰ বাবে মঙ্গলকৰ বুলি মোক শিকাই দিছিল। পানীত পৰা মানুহে খেৰ কুটা এডালকো আশ্ৰয় বুলি সাৰটি ধৰিব খোজাৰ দৰে, এইবোৰ আচাৰ-নীতি পালন কৰাত মই বৰ নিষ্ঠা ৰাখিছিলোঁ।

পুৱা সন্ধ্যা গা ধুই প্ৰাৰ্থনা কৰা, আজৰি সময়ত গীতা পঢ়া এইবোৰ লাহে লাহে মোৰ স্বভাৱৰ ভিতৰুৱা হৈ পৰিছিল। কিন্তু মোৰ বৰ টান লাগিছিল ধৰ্ম্মেশ্বৰী পেহীৰ খোৱালোৱাৰ বিষয়ৰ ব্ৰতটিহে। কেতিয়াবা মই মোৰ সেই সাধাৰণ ভাত মুঠি সিজাই থাকোঁতেই হঠাৎ মোৰ

মাহেকীয়া ঋতুস্ৰাৱ হয়। মোৰ সিজোৱা ভাত সিজোৱা হৈয়েই বৈ যায় আৰু মই তিনি দিনলৈ উপবাসে থাকোঁ। তাৰ বাবে মোৰ কোনো খেদ নাছিল। মই আশা কৰিছিলোঁ। মোৰ বাবে এটি শান্তিৰ ভৱিষ্যত। এটি শান্তিময় জীৱনৰ বাবে মই ইয়াতকৈয়ো কঠোৰ ব্ৰত পালন কৰিবলৈ সাজু আছিলোঁ। কিন্তু মোৰ আন্ধাৰ জীৱনত মই আৰু পোহৰৰ মুখ নেদেখিলোঁ। অনন্ত অধ্যাপক, অমূল্য ভট্টাচাৰ্য্য, ধৰ্ম্মেশ্বৰী পেহীয়ে দিয়া আশা আশা হৈয়ে বৈ গল', মই একেদৰেই অশান্তিত চটফটাই থাকিলোঁ।

"অ'...মই আজি ইমান কথা কৈছোঁ, নহয়? তুমি আচৰিত হৈছা? এৰা, গাওঁখনৰ ভিতৰতে কম কথা কোৱা বুলি নাম থকা নিমাতী শ্যামলীয়ে আজি ইমান কথা ক'লো। মানুহৰ আগত কেতিয়াও নোলাই ভূতৰ দৰে এই পজাতে দিনে ৰাতি সোমাই থকা বুলি সকলোৱে জনা এই তিৰোতাজনীয়ে আজি নাঙঠ হৈ তোমাৰ আগত থিয় দিলোঁ। তুমি আচৰিত নহ'বা। মোৰ মঙ্গলৰ বাবে চেষ্টা কৰা মোৰ শুভাকাঙ্ক্ষী গাওঁখনে মোক কোনো দিন অকণো বুজিবলৈ চেষ্টা কৰা নাছিল। সেয়েহে তেওঁলোকে মোক দিয়া ব্যৱস্থামতে মই চলিও, তেওঁলোকে কোৱা মতে মই মোৰ মনত অকণো শান্তি নাপালোঁ। তিনি সন্ধ্যা ঈশ্বৰ স্তুতি কৰিও, দিনে ৰাতি গীতা পাঠ কৰিও, অহৰহ বৈধব্য ব্ৰত পালন কৰিও, মোৰ অন্তৰত মই এক তুমুল হাহাঁকাৰ অনুভৱ কৰি থাকিলোঁ। যিমানেই মোৰ বয়স বাঢ়ি গ'ল, সিমানেই মোৰ অন্তৰৰ শূন্যতাও বাঢ়ি গ'ল। কিহৰ বাবে এই শূন্যতা, কাৰ বাবে মোৰ এই অস্থিৰ অপেক্ষা, কিহৰ উদ্দেশ্যে মোৰ উজাগৰী ৰাতিৰ তপস্যা তাক মই কোনো দিনেই বুজিব নোৱাৰিলোঁ। নিশাৰ নীৰৱতাই আনে মোৰ বাবে অস্থিৰ অপেক্ষাৰ অসহ্য উদ্বিগ্নতা, দিনৰ সৰৱতাই মোলৈ আনে অতৃপ্ত কামনাৰ দুঃসাহ যাতনা, সন্ধ্যাৰ উদাসীনতাই মোক দিয়ে এক পৰম নিঃসঙ্গতাৰ তাড়না। তথাপি মোৰ হিতাকাঙ্খীসকলৰ কোনেও কোনো দিন মোক অকণো বুজাৰ



চেষ্টা নকৰিলে। মোৰ মনৰ চৰম অশান্তিৰ কথা কিজানি মোৰ দৰে অকালতে বিধৱা হোৱা বাইদেৱেই একমাত্ৰ বুজিছিল। কিন্তু মই জানিছিলোঁ, তায়ো মোৰ বাবে একো কৰিব নোৱাৰে। অসহায়ভাবে মোৰ পিনে চাই চাই তাই মাথো মনে মনে চকুলো টুকিছিল। বাইদেউৰ চকুলোৰ সেই নীৰৱ ভাষা মই বুজিছিলোঁ। উপায় নেপাই মই সেই সময়ত আমাৰ ঘৰৰ সমুখৰ সৌ মুকলি ঠাইডোখৰত এখনি ফুলনি পাতিছিলোঁ। মোৰ ভাল লগা আটাইবোৰ ফুলকে মই তাত ৰুই ৰুই মোৰ অশান্তিৰ মুহূৰ্ত্তবোৰ সেই ফুল গছবোৰৰ সঙ্গতেই কটাবলৈ ললোঁ। মোৰ অতি মৰমৰ সেই শেৱালিডালি আৰু সেই ৰজনী গন্ধাজুপি মই তেতিয়াই ৰোৱা। এইবোৰে মোৰ বেদনাৰে ভৰা জীৱনটোৰ বহুখিনি বেদনা উপশম কৰে। মই দেখিছোঁ, মোৰ ফুলনিখনি মোৰ গীতা খনতকৈ, মোৰ ঈশ্বৰ উপসনাতকৈ, আৰু মোৰ কঠোৰ বৈধব্য ব্ৰততকৈ মোৰ বাবে বহুত বেছি ফলদায়ক। আৰু মই দেখিছোঁ, মোৰ অন্তৰখনৰ, মোৰ জীৱনটোৰ কিহে বেছি মঙ্গল কৰিব তাৰ চিন্তা মোৰ গাৱঁৰ মোৰ হিতাকাঙ্ক্ষীবোৰক কৰিবলৈ এৰি দিয়াতকৈ মই নিজে বেছিকৈ কৰিব পাৰোঁ।

"সমাজৰ প্ৰতি অনাস্থাৰ, আৰু মোৰ নিজৰ অন্তৰৰ প্ৰতি সচেতনতাৰ এই সময়ছোৱাতেই তুমি মোৰ প্ৰথম ওচৰ চাপিছিলা। মই জানিছিলোঁ, তুমিও মোক নুবুজা আৰু বুজিবলৈ চেষ্টা নকৰা। কিন্তু মই তথাপি তোমাক আঁতৰাই দিব নোৱাৰিলোঁ। মোৰ জ্ঞানতকৈয়ো বেছি শক্তিশালী, মোৰ ইচ্ছাতকৈয়ো বেছি সবল এইটো কি, যিয়ে মোক তোমাৰ ওচৰত তেনেদৰে বশ মনালে? এই প্ৰশ্নৰ উত্তৰেই মোৰ মনত আজিলৈকে স্পষ্ট হৈ নপৰিল। এই প্ৰশ্নই মোক এতিয়া খুলি খুলি খাব ধৰিছে। কিন্তু ইয়াৰ উত্তৰ মই তোমাৰ পৰাও বিচৰা নাই। মই কিহৰ অপেক্ষাত থিৰ হৈ থাকিব নোৱাৰিছিলোঁ, কিহৰ আশাত চট-ফটাই আছিলোঁ, কিহৰ তপস্যাত নিশাৰ পিচত নিশা কটাই দিছিলোঁ তাৰ উত্তৰ পাবলৈ তোমাক মাতি অনা নাই। মই

তোমাক মাতি আনিছোঁ, তুমি এতিয়া কেনেকৈ মোৰ এই সঙ্কটৰ পৰা মোক মুক্তি দিবা তাকে সুধিবলৈহে। তুমি মোক মাৰি পেলোৱা, তুমি মোক মোৰ ডিঙিত টিপি মাৰি পেলোৱা এই ৰাতি, ৰমেশ ডাক্তৰ।"

শ্যামলীৰ কথাবোৰ বৰ মনযোগেৰে ৰমেশ কম্পাউণ্ডাৰে শুনি আছিল। তাইৰ কথা শেষ হ'লত তাইৰ চকুৰে-মুখে তাৰ হাতখন বুলাই দি সি ক'লে, "তুমি ইমান চিন্তা কৰিছা কেলেই, শ্যামলী? মই জানো ডাক্তৰ নহয়? তুমি যিদিনাই বিচৰা, মই সেইদিনাই অস্ত্ৰোপচাৰ কৰি তোমাৰ পেটৰ ভ্ৰূণটো বাহিৰ কৰি দি তোমাক মুক্তি দিম। তোমাৰ এই সমাজখনৰ বৰমূৰীয়াবোৰৰ কোনেও গমকেই নাপাব তুমি কেতিয়া গৰ্ভৱতী হৈছিলা। তেওঁলোকৰ চকুত তুমি পুনৰ সেই ব্ৰতচাৰিণী বিধবাজনীয়েই হৈ থাকিব পাৰিবা।"

ৰমেশৰ কথাত শ্যামলীৰ চকুযুৰি সামান্যভাবে উজ্জ্বল হৈ উঠিল। তাই আগ্ৰহেৰে ক'লে, "তেন্তে আৰু দেৰি নকৰোঁ। তুমি কালি ৰাতিয়েই মোৰ ইয়ালৈ প্ৰস্তুত হৈ আহিবা। ময়ো প্ৰস্তুত হৈ থাকিম।"

পিছ দিনা নিশা গাওঁৰ মানুহ শুই নিতাল মৰাৰ লগে লগে ৰমেশ আহি শ্যামলীৰ দুৱাৰদলিত থিয় দিলে। সি শ্যামলীৰ ঘৰ সোমোৱাৰ লগে লগে সেই বৰ্ষাৰ ৰাতি আৰম্ভ হ'ল এক তুমুল ধুমুহা। প্ৰচণ্ড বৰ্ষণৰ হো হো শব্দই ৰমেশ আৰু শ্যামলীৰ কাণ তাল মাৰি ধৰিলে। বতাহৰ সোঁ সোঁ শব্দত, মেঘৰ গুম গুম গাজনিত আৰু বিজুলীৰ চকু চাট মৰা চিকমিকনিত শ্যামলী কোচ খাই গ'ল। তাই ৰমেশৰ বুকুৰ মাজত মুখখন গুজি দি এই সৰ্ব্বসংহাৰী ঝড় তুফানৰ পৰা যেন ৰক্ষা পাবলৈ বিচাৰিলে। তাইৰ ভাব হ'ল, এই ভয়াবহ, প্ৰচণ্ড ধুমুহাত তাইৰ সৰু পঁজাটোৰ বাহিৰৰ পৃথিৱীখন যেন ভাঙি-চিঙি চুৰমাৰ হৈ যাব ধৰিছে। চতুৰ্দ্দিশৰ গছ-গছনি ভাঙি-চিঙি মাটিত পৰাৰ হুৰমুৰ শব্দত, আৰু আশ্ৰয়স্থলীহীন হৈ ডেউকা কোবাই ফুৰা দিশহাৰা চৰাই-চিৰি-কতিৰ সন্ত্ৰাশৰ কোঢ়ালত অতিশয় সন্ত্ৰস্ত হৈ কুচি-মুচি শ্যামলীয়ে ৰমেশৰ



বুকুৰ মাজত আৰু বেছিকৈ সোমাই পৰিল। ৰমেশেও তাইক সাৱটি ধৰিলে। শ্যামলীৰ ভাব হ'ল, তাই এটি নিৰাশ্ৰয়, নীড়হাৰা, দুৰ্ব্বল বিহঙ্গম। ধুমুহাৰ প্ৰচণ্ডতাৰ পৰা, প্ৰকৃতিৰ সৰ্ব্বধ্বংসী শক্তিৰ পৰা, তাই আশ্ৰয় বিচাৰিছে কোনো এক সুবৃহৎ বৃক্ষৰ এটি ক্ষুদ্ৰ কোটৰত।

লাহে লাহে বিজুলী ঢেৰেকনি বন্ধ হ'ল। বতাহ বৰষুণ চলিয়ে থাকিল যদিও তাৰ প্ৰকোপো বহুখিনি কমি গ'ল। শ্যামলীয়ে এইবাৰ স্বাভাৱিক হৈ শুই ললে। তাই ক'লে, "আৰু দেৰি নকৰিবা। তোমাৰ বেগটো খোলা। তাৰ চুৰি-কেঁচীবোৰ উলিয়াই আনি এখন এখনকৈ মোৰ এই বাঢ়ি অহা পেটটোত বহুৱাই দিয়া।" ৰমেশৰ অন্তৰখন কুমলি গ'ল। কিবা এটি কওঁ বুলিও সি কব নোৱাৰিলে শ্যামলীক। তাৰ কণ্ঠ ৰুদ্ধ হৈ গ'ল। চকু বাষ্পসিক্ত হৈ পৰিল। শ্যামলীয়ে আন্ধাৰতে বুজি পালে ৰমেশৰ অৱস্থা। তাই ক'লে, "তুমি কান্দিছা কেলেই? তুমিতো অস্ত্ৰোপচাৰহে কৰিবা। মোকতো মাৰি নেপেলোৱা। খোলা, তোমাৰ বেগটো খোলা।"

ভঙা ভঙা মাতেৰে ৰমেশে ক'লে, "নাই, ইয়াত নোৱাৰি, শ্যামলী। তোমালোকৰ পিছফালৰ বাৰীখন যথেষ্ট ডাঙৰ আৰু গভীৰ নহয়, তাৰ ভিতৰলৈকে বলা। তাতে তোমাক এবিধ দৰৱেৰে অচেতন কৰি লম। ফলত যেতিয়া তাৰ পিছত মই তোমাৰ পেটত চুৰি আৰু কেঁচী বহুৱাই দিম, তেতিয়া তুমি তাৰ গমকেই নাপাবা। কিন্তু ৰবা। এতিয়াই হোৱা নাই, বৰষুণ এতিয়াও এৰা নাই। বৰষুণ একেবাৰে বন্ধ হ'ব দিয়া।"

শ্যামলীয়ে তাইৰ শৰীৰত এটি উত্তেজনা অনুভৱ কৰিলে। তাই আন্ধাৰতে বহি ললে আৰু কবলৈ ধৰিলে, "এতিয়া মোৰ দহ মাহ। তুমি এটা কথা কৰিব পাৰানেকি, চোৱা! তুমি মোৰ পোনাটি জীয়াই জীয়াই উলিয়াই আনা আৰু মোক মাৰি পেলোৱা।" তাইৰ কথাত এটি অজলা শিশুৰ দৰে ৰমেশে তাইৰ মুখৰ পিনে আন্ধাৰতে

চাই পঠিয়ালে। শ্যামলীয়ে কৈয়েই গ'ল, "তুমি পোনাটোক বচৰো, ৰমেশ ডাক্টৰ। তুমি মোক মাৰি পেলোৱা আজি এই ধুমুহাৰ ৰাতিয়েই। মোৰ দেহৰ সৎকাৰ তুমি কৰিব নেলাগে। কিন্তু মোৰ পোনাটোক তুমি ডাঙৰ দীঘল কৰি মানুহ কৰিবা।" শ্যামলীৰ কণ্ঠস্বৰ লাহে লাহে গদ গদ হৈ পৰিল। তাই যেন সেই আন্ধাৰতে তাইৰ বিছনাতে বহি বহি এখন বেলেগ জগতলৈ উধাও হ'ল। তাই কাকূতিৰ সুৰত ৰমেশৰ দুই বাহুত ধৰি তাক জোকাৰি জোকাৰি ক'লে, "কোৱা, তুমি মোক কথা দিয়া, মোৰ পোনাটিক জীয়াই জীয়াই মোৰ পেটৰ পৰা উলিয়াই আনি তুমি তাক মানুহ কৰিবা।"

ৰমেশৰ মুখৰ পৰা কথা নোলাল। শ্যামলীয়ে পুনৰ কবলৈ ধৰিলে। মোৰ পোনাটি···।" হঠাৎ তাই বৈ গ'ল। ক্ষন্তেক পিছতে তাই পুনৰ আৰম্ভ কৰিলে, "মোৰ পোনাটি যদি ছোৱালী হয় তুমি তাইৰ নাম থবা শেৱালি। মানুহৰ চকুৰ আঁৰত ৰাতি ফুলি ৰাতিয়েই সৰি পৰা মোৰ শেৱালিজুপিৰ ফুলবোৰ, তুমিতো জানাই মই কিমান ভাল পাইছিলোঁ সেইবোৰ। কত উজাগৰ নিশা কটাই দিছিলোঁ আকাশৰ জোনটিৰ পিনে ওৰে নিশা চাই চাই ভাগৰি পৰি, পুৱতিৰ পিনে এটি এটিকৈ মাটিত সৰি পৰা সেই ব্যৰ্থ ফুলবোৰৰ ওচৰত থিয় হৈ। আৰু শুনা, মোৰ পোনাটি যদি ল'ৰা হয়, তাৰ নাম তুমি তোমাৰ ইচ্ছামতেই যি থোৱা থবা। কিন্তু তুমি চাবা, সি যেন এনে এজন মানুহ হৈ উঠে যি আমাৰ গাওঁৰ অনন্ত অধ্যাপক, অমূল্য ভট্টাচাৰ্য্য, বা ধৰ্ম্মেশ্বৰী পেহীৰ দৰে সমাজৰ চিৰাচৰিত আচাৰ-নীতিত আৰু গতানুগতিকতাত অন্ধ হৈ মানুহৰ অন্তৰৰ গোপন কক্ষৰ সন্ধেদ লবলৈ নাপাহৰে। মোৰ দৰে আন কোনো দুৰ্ভাগ্যৱতী শ্যামলীয়ে তাৰ গোড়ামিৰ বাবে যেন আৰু কোনো যাতনা ভোগ কৰিব নালাগে। আৰু সি যেন এনে এক পুৰুষ হয়, যি তাৰ আপোন লিপ্সা চৰিতাৰ্থ কৰিবৰ বাবে, বা নিজৰ দৈহিক বা পাৰ্থিব সম্ভোগৰ পৰিতৃপ্তিৰ বাবে তোমাৰ দৰে আনৰ ভবিষ্যতৰ প্ৰতি অন্ধ হৈ আনৰ সৰ্ব্বনাশ কৰিবলৈ



কেতিয়াও দুৰ্ম্মতি নাপায়। মোৰ দৰে কোনো হতভাগিনী নাৰীয়েই যেন তাৰ দুৰ্ব্বৃত্ত মনোবৃত্তিৰ কবলত পৰিবলগীয়া নহয়।"

"কিন্তু তুমিতো নমৰা, শ্যামলী। তুমি মৰিবাই বুলি কেলেই ধৰি লৈছা? মোৰ অস্ত্ৰোপচাৰ শেষ হোৱাৰ লগে লগে তুমি পুনৰ প্ৰাণ পাই উঠিবা নহয়।"

"যি হয় হ'ব বাৰু। মাথোন মই যদি মৰি যাওঁ, তুমি তেতিয়া মোৰ এই অনুৰোধ যেন ৰক্ষা কৰা। লোৱা এতিয়া তোমাৰ বেগটো, তোমাৰ ছুৰী-কেঁচীবোৰ। এতিয়াতো আৰু বৰষুণ নাই। অ'··· ঘৰৰ ভিতৰতে তুমি কামটো কৰিব নোৱাৰা কেলেই বাৰু? ওঁ বুজিছোঁ। গোটেই বিছনাখন, গোটেই মজিয়াখন মোৰ তেজেৰে ৰাঙলী হৈ যাব কাৰণে নহয়? নাইবা মই মৰিও যাব পাৰোঁ কাৰণে? বেছতো দূৰদৰ্শী তুমি।" শ্যামলীয়ে অতি অস্বাভাৱিকভাবে খিল-খিলকৈ হাঁহি উঠিল। তাৰ পিছত এজনী অতি চঞ্চল ছোৱালীৰ দৰে তাই ক'লে, "বলা, বাৰীলৈকেই যাওঁ। যাওঁ নাযাও কৰি আছা কিয়, হেৰা ডাক্টৰ ডাঙৰীয়া। চাওঁ, বেগটো মোকেই দিয়া।" শ্যামলীয়ে বেগটো বাওঁ হাতত লৈ সোঁহাতেৰে টানি লৈ গ'ল ৰমেশ কম্পাউণ্ডাৰক বাৰীৰ পিনে।

আকাশ তেতিয়া ডাঠ কলা মেঘেৰে আবৃত হৈ আছিল আৰু সেই গহীন ধুমুহা ৰাতিৰ পৃথিবী হৈ পৰিছিল ঘনঘোৰ অন্ধকাৰ। টৰ্চ্চটো তলমুৱাকৈ জ্বলাই জ্বলাই ৰমেশ গৈ আছিল বন-জঙ্গল ভাঙি ভাঙি গৈ থকা শ্যামলীৰ পিছে পিছে। এবাৰ বাটতে শ্যামলী বৈ গ'ল আৰু টৰ্চ্চটো ৰমেশৰ হাতৰ পৰা টানি আনি নিজৰ হাতত ললে। তাৰ পিছত সোঁফালে ঘূৰি তাই ৰমেশক ক'লে, "চাওঁ, এইপিনে ঘূৰা। আৰু অলপ আগুৱাই গ'লেই আমি এখন ভলুকা বাঁহৰ ডাঠ জাৰণি পাম। সেই জাৰণিখনৰ মাজতেই এডোখৰ ঠেক সুন্দৰ ঠাই আছে। ডাঠ বাঁহনিৰ ভিতৰৰ সেই বৃত্তাকাৰ খট-খটীয়া ঠাই-ডোখৰত তুমি মোক নিতত কৰি লৈ নিৰ্ভয়ে যি কৰা কৰি থাকিবা। কোনেও আৰু তোমাক তাত নেদেখে।"

কিছু সময় পিছতেই দুই ফালে ভলুকা বাঁহে আগুৰি থকা এটি সুৰ সুৰীয়া বাটেৰে শ্যামলীয়ে ৰমেশক লৈ গ'ল। বাঁহনিৰ ভিতৰত সেই বৃত্তাকাৰ ঠাই ডোখৰত সোমাই ৰমেশৰ নিৰাপদ বোধ হ'ল। সি আৰু দেৰি নকৰিলে। গহীন ৰাতিৰ সেই আন্ধাৰত তাৰ বুকু টিপ-টিপকৈ কঁপিবলৈ ধৰিছিল। সেই গহন বনৰ অদ্ভুত নীৰৱতাই যেন তাক খাওঁ খাওঁ কৰি আছিল। তাৰ ভাব হৈছিল যে তাৰ চাৰিওফালৰ প্ৰতিডাল বাঁহৰ চেকনিতে অজস্ৰ ভূত-প্ৰেত বহি তাৰ পিনে বিকট মূৰ্ত্তি ধৰি চাই আছে। ভয়ত সি উশাহ লবলৈকেই টান পাইছিল। মূৰ তুলি চাৰিওফালে এবাৰ চাই লবলৈ সি সমৰ্থ নহৈছিল। আন কি শ্যামলীকো তাৰ তেতিয়া মানুহ যেন নালাগিছিল। তাৰ ভাব হৈছিল, আজিৰ এই ৰাতিৰ অস্বাভাৱিক অৱস্থাত অস্বাভাৱিক আচৰণ কৰা এই শ্যামলীজনী হয় এজনী পাগলী, নহয় এটি ভূতুনী। সি আৰু পলম নকৰি বেগটো খুলিলে আৰু তাৰ পৰা মমবাতি তিনিডাল উলিয়াই আনি দিয়াছলাই মাৰি জ্বলাই ললে। তাৰ পিছত তাৰ বেগটোৰ পৰা এখন ৰবৰৰ কাপোৰ উলিয়াই মাটিত পাৰি দি শ্যামলীক তাতে শুবলৈ ইঙ্গিত দিলে। শ্যামলী তাতে চিত হৈ শুই ললত সি তাইৰ নাকত কিছু সময়লৈ এটি দৰৱ ধৰি থাকিলে। শ্যামলী লাহে-লাহে তন্দ্ৰাচ্ছন্ন হৈ পৰিল। তাইৰ ভাব হ'ল, তাই যেন লাহে লাহে বহি যাব ধৰিছে পৃথিবীৰ অতল গহবৰলৈ। ক্ৰমে ক্ৰমে শ্যামলী অচেতন হৈ আহিল। অৱশেষত, তাইৰ শৰীৰৰ চলন শক্তি স্তব্ধ হৈ গ'ল সম্পূৰ্ণৰূপে।

ৰমেশে এডাল মমবাতি শ্যামলীৰ মূৰৰ পিনে আৰু আন দুডাল মমবাতি তাইৰ পেটৰ দুই কাষে থিয় কৰি ললে। তাৰ পিছত যেতিয়া সি চেতনাহীন শ্যামলীৰ মুখখনলৈ এবাৰ চালে, তেতিয়া তাৰ দুই চকু তৎক্ষণাৎ বাষ্পময় হৈ উঠিল। অসম্ভৱ ধৰণে শান্ত হৈ পৰিছে শ্যামলীৰ মুখখনি ; অথচ মুখৰ সৌন্দৰ্য্য আৰু উজ্জ্বলতা অকণো কমা নাই। ৰমেশৰ ভাব হ'ল, তাইৰ মুখৰ এই লাৱণ্য, তাইৰ মুখৰ এই



সজীৱতা ক্ষন্তেক পিছতে বিকৃত হৈ পৰিব তাৰ ছুৰীৰ নিষ্ঠুৰ আঘাতত। তাইৰ প্ৰাণ, তাইৰ চেতনা, তাইৰ সৌন্দৰ্য্য আৰু কেতিয়াও ঘূৰি নাহে। তাৰ এই অবিহিত অপৰিণত অস্ত্ৰোপচাৰে তাইক কেতিয়াও জীয়াই নাৰাখে। সি ভুল কৰিবলৈ ওলাইছেনেকি ? তাইক ফাকি দি, তাইক জীয়াই তোলাৰ এটি মিছা আশাত তাইক উদ্বুদ্ধ কৰি তেনেদৰে সিপুৰীলৈ পঠিয়াই দিয়াটো এটা অতি বৰ গৰ্হিত কাম হ'লনে কি ? কিন্তু ইয়াত বাহিৰে তাৰ নিজৰ সম্ভ্ৰম ৰক্ষা কৰাৰ আৰু তাইকো সমাজৰ উৎপীড়ণৰ পৰা মুক্তি দিয়াৰ আৰু যে ভাল উপায় তাৰ হাতত নাই। এৰা, সি তাইক মাৰিবই। তাৰ চোকা ছুৰী কেঁচীৰে সি তাইৰ পেট ফালি তাইৰ গৰ্ভত স্থিত লোৱা সেই দহ মহীয়া শিশুটো সি বাহিৰ কৰিব। কাইলৈ পুৱা এই ঠাইত গাৱঁৰ সকলোবোৰ মানুহ আহি জুম বান্ধিব আৰু তাইৰ এই ভয়ানক মৃত্যুৰ ৰহস্য উদ্ঘাটন কৰিবলৈ উঠি পৰি লাগিব। সি তেতিয়া কি কৰিব বাৰু ? ইয়াৰ উত্তৰ তাৰ স্পষ্ট। সিও তাৰ গাৱঁৰ মানুহবোৰৰ স'তে আশ্চৰ্য্য প্ৰকাশ কৰিব আৰু অপৰাধীক ধৰা পেলোৱাৰ বাবে প্ৰাণান্তি চেষ্টা কৰিব। তেনেদৰেই সি তাৰ সম্ভ্ৰম অটুট ৰাখিব। সি ভাবি যায়। সি জানে, তাৰ এই কাম অতি পাশৱিক, অতি অন্যায়। কিন্তু সি ইয়াকো জানে, যে শ্যামলীৰ প্ৰতি সি ইতিমধ্যে যি অন্যায় কৰিলে, আৰু এতিয়া কৰিবলৈ ওলাইছে, সিহঁতৰ গাৱঁৰ সমাজখনে তাইৰ প্ৰতি তাতকৈ কম অন্যায় কৰা নাই। এই জ্ঞান তাক শ্যামলীয়ে নিজ মুখেই দিলে ক্ষন্তেক আগতে। শ্যামলীৰ মৃত্যুৰ বাবে সি যদি অপৰাধী, তেন্তে তাইৰ মৃত্যুৰ বাবে তাৰ সমানেই অপৰাধী গাওঁখনৰ সমাজৰ প্ৰতিভূ অনন্ত অধ্যাপক, অমূল্য ভট্টাচাৰ্য্য আৰু ধৰ্ম্মেশ্বৰী বুঢ়ীও। কাইলৈ পুৱা সেই কাৰণেই সি গাৱঁৰ মানুহৰ লগত লগ লাগি সিহঁতৰ স'তে সমানে সমানে শ্যামলীৰ মৃত্যুৰ ৰহস্য উদ্ঘাটনত যোগ দিব। কিন্তু ইয়াত বাহিৰেও সি আৰু এটি কাম অতি আন্তৰিকতাৰে কৰিব। পুলিচ অনুসন্ধানৰ পিচত শ্যামলীৰ দেহটোৰ সংকাৰৰ বাবে সি বিশেষ যত্ন লব।

শ্যামলীৰ দেহৰ সৎকাৰৰ কথা মনলৈ অহাৰ লগে লগে তাইৰ প্ৰতি হঠাৎ তাৰ এক অপূৰ্ব্ব অনুকম্পা জাগি উঠিল। লগে লগে সি তাইৰ ওঁঠতে চুমা এটা খাই দিলে। তাৰ পিছত, সি তাইৰ মুখৰ পিনৰ পৰা তলপেটৰ ওচৰলৈ আহি তাইৰ বুকুৰ মেখেলাখন খুলি আঠুলৈ হোঁহোকাই দিলে। তাৰ পিছত, বেগৰ পৰা চিক-চিকীয়া ছুৰী এখন আৰু কেঁচী আদি অন্যান্য অস্ত্ৰ কেতবোৰ উলিয়াই আনি তাইৰ বুকুৰ ওপৰত ৰাখিলে। চোকা ছুৰীখন শ্যামলীৰ ধক ধকীয়া বগা পেটটোৰ ওপৰত ধৰি ৰমেশৰ ভাব হ'ল, সি যেন এটি বগা তগৰ ফুলৰ পাহি এটিত দিয়াছলাইৰ কাঠী এটিৰে জুই লগাই দিবলৈহে ওলাইছে। তাৰ ছুৰীৰ আগটো আলফুলকৈ তাইৰ পেটত লগাই দি লাহে লাহে ৰমেশে বেছি জোৰে আৰু বেছি দৃঢ়ভাবে শ্যামলীৰ পেটলৈ সুমুৱাই দিলে। লগে লগেই শ্যামলীৰ পেটৰ ধক ধক কৰে বগা ছাল ভেদ কৰি টিক টিক কৰে ৰঙা তেজৰ সোত বাহিৰলৈ বৈ আহিল। ৰমেশে ওঁঠ কামুৰি ধৰিলে আৰু শ্যামলীৰ পেটত বহুৱাই দিয়া ছুৰীখন তাইৰ ওপৰ পেটৰ পৰা তলপেটলৈ ঠেলি লৈ গ'ল। পেটটো দীঘে দীঘে ফালি লোৱা হোৱাৰ পিছত দুই মূৰে পথালিকৈয়ো ফালি ললে পেটটো। তাৰ পিচত পেটৰ ভিতৰৰ কেতবোৰ নাড়ীভূৰিত ছুৰী কেঁচী লগাই দুই হাতেৰে ধৰি বাহিৰলৈ উলিয়াই আনিলে শ্যামলীৰ গৰ্ভৰ শিশুটো। তেজেৰে গোটেই ঠাইডোখৰ ইতিমধ্যে ৰাঙলী হৈ পৰিছিল। সি সন্তৰ্পণে ভ্ৰূণটো দাঙি আনি শ্যামলীৰ বুকুত শুৱাই দিলে। মমবাতিৰ পোহৰত, সি তাৰ পিছত অতি সাৱধানে ভ্ৰূণটো নিৰীক্ষণ কৰিবলৈ ধৰিলে। কিবা এটি অদ্ভুত উত্তেজনাৰ শিহৰণত সি তেতিয়া মাতাল হৈ উঠিছিল। ধ্বংস আৰু সৃষ্টি, স্নেহ আৰু হিংসা সকলো একীভূত হৈ ৰমেশৰ চকুৰ আগত তেতিয়া এক অপূৰ্ব্ব তাণ্ডৱ লীলাৰ সৃষ্টি কৰিছিল। শ্যামলীৰ ক্ষত-বিক্ষত পেটটোৰ তেজ আৰু সুগঠিত ভ্ৰূণটিৰ মুখৰ সৌম্য মূৰ্ত্তিৰ মাজত কোনো পাৰ্থক্য তেতিয়া তাৰ চকুত নপৰিছিল।



কন্তেক সময় সিও একেথৰে চাই থকাৰ পিছত সি পুনৰ স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিল। শিশুটো বেছ সুগঠিত হৈ উঠিছিল যদিও সি তেতিয়া জীৱিত অৱস্থাত নাছিল। ৰমেশে দেখিলে, এই শিশুটো ল'ৰা হ'লহেঁতেন। সেই মুহূৰ্ত্ততে শ্যামলীৰ অনুৰোধটোৰ শেষ ছোৱা তাৰ কাণত স্পষ্ট হৈ বাজি উঠিল। আৰু লগে লগে অস্থিৰ ভাবে সি থিয় হ'ল। সি জানে শ্যামলী আৰু কেতিয়াও প্ৰাণ পাই নুঠে। কিন্তু তাইৰ মৃত্যু সেই মুহূৰ্ত্তত তাৰ এটি অতি তুচ্ছ কথা যেন লাগিল। পৃথিৱীৰ পোহৰ দেখাৰ আগতে, মাতৃ গৰ্ভৰ আন্ধাৰতে, এটি দেৱ শিশুৱে প্ৰাণ হেৰুওৱা কথাটিও তাৰ বাবে তেতিয়া এটি অতি সামান্য কথা যেন লাগিল। সেই মুহূৰ্ত্তত ৰমেশৰ মাথোন আটাইতকৈ বেছি প্ৰণিধানযোগ্য আৰু বেছি মূল্যৱান যেন লাগিল, শ্যামলীৰ অনুৰোধৰ শেষ—ছোৱাটি ঃ মোৰ পোনাটি যদি ল'ৰা হয়···সি যেন এনে এজন মানুহ হৈ উঠে—যি আমাৰ গাৱঁৰ অনন্ত অধ্যাপক, অমূল্য ভট্টাচাৰ্য্য বা ধৰ্ম্মেশ্বৰী পেহীৰ দৰে সমাজৰ চিৰাচৰিত আচাৰ-নীতিত আৰু গতানুগতিকতাত অন্ধ হৈ মানুহৰ অন্তৰৰ গোপন কক্ষৰ সন্তেদ লবলৈ নাপাহৰে। আৰু সি যেন এনে এক পুৰুষ হয়, যি তাৰ আপোন লিপ্সা চৰিতাৰ্থ কৰিবৰ বাবে, বা নিজৰ দৈহিক বা পাৰ্থিব সম্ভোগৰ পৰিতৃপ্তিৰ বাবে তোমাৰ দৰে আনৰ ভবিষ্যতৰ প্ৰতি অন্ধ হৈ আনৰ সৰ্ব্বনাশ কৰিবলৈ কেতিয়াও দুৰ্ম্মতি নাপায়। শ্যামলীৰ অনুৰোধৰ এই কথা কেইষাৰি ৰমেশৰ মনত পৰাৰ লগে লগে সি দেখিবলৈ পালে, নাৰী হত্যা আৰু ভ্ৰূণ হত্যাৰ পাপতকৈয়ো আৰু বেছি ভয়ানক পাপত সি পাপী হ'ব যদিহে এই দুটি প্ৰাণ নিৰ্ম্মূল কৰাৰ পিছত শ্যামলীৰ শেষ আশাটিও নিৰ্ম্মূল কৰি থৈ সি বহি থাকে। সেই মুহূৰ্ত্ততে ৰমেশে সিদ্ধান্ত কৰিলে, শ্যামলীৰ শেষ আশাটিৰ সন্তেদ সি সমগ্ৰ পৃথিৱীকে দিব যাতে ভবিষ্যতে এই পৃথিৱীত অনন্ত অধ্যাপক, অমূল্য ভট্টাচাৰ্য্য আৰু ধৰ্ম্মেশ্বৰী বুঢ়ীৰ দৰে অন্তঃ-চক্ষুহীন কেতবোৰ সামাজিক নেতাৰ উৎপীড়নত অথবা তাৰ নিজৰ

দৰে কেতবোৰ পশু প্ৰবৃত্তিৰ পুৰুষৰ নীচ লিপ্সা চৰিতাৰ্থ কৰাৰ অভিসন্ধিত আৰু কোনো নিঃসঙ্গ, নিৰাশ্ৰয় তিৰোতাই আওমৰণে মৰিব নালাগে। ৰমেশৰ উপলব্ধি হ'ল, শ্যামলীৰ এই শেষ আশা পূৰ্ণ কৰাৰ বাবে সি যিখিনি কৰিব সেইখিনি কৰিয়েই একমাত্ৰ সি পাপমুক্ত হব পাৰিব এতিয়া।

ৰমেশে তাৰ ছুৰী কেঁচীবোৰ সামৰি শ্যামলীৰ ঘৰৰ ওচৰৰ পুখুৰী-টোলৈ আহিল আৰু তাত সেইবোৰ ভালকৈ ধুই ভৰি হাত ধুই ললে। তাৰ পিছত, পুনৰ লাচটোৰ ওচৰলৈ আহি তাৰ বেগত ছুৰী কেঁচীবোৰ ভৰাই লৈ মমবাতি তিনিডাল নুমুৱাই তাকো বেগত ভৰাই ললে। লগে লগে গোটেই ঠাইখিনি চাৰিওফালৰ আন্ধাৰবোৰে আগুৰি ধৰিলে। আন্ধাৰতে সি এবাৰ শ্যামলীৰ মুখখনৰ পিনে পুনৰ চাবলৈ চেষ্টা কৰিলে। কিন্তু ডাঠ কলা আন্ধাৰে শ্যামলীক তেতিয়া এনেভাবে আগুৰি তৎক্ষণাৎ লুকুৱাই লৈছিল যে সি আৰু তাইক পুনৰ চাব নোৱাৰিলে।

ৰমেশ ধীৰে ধীৰে আঁতৰি আহিল সেই ঠাইডোখৰৰ পৰা। তাৰ মনত এই ধাৰণা তেতিয়া দৃঢ় হ'ল, যে শ্যামলীক হত্যা কৰা আৰু তাইৰ পেটৰ শিশুটোক পৃথিবীৰ পোহৰৰ পৰা বঞ্চিত কৰা—এই দুটা তাৰ পাপ নহয়। এই দুটা মাথোন মানুহে তৈয়াৰ কৰা কৃত্ৰিম আইনৰ চকুৰ দুটা অপৰাধহে! আইনৰ চকুত এই দুটা অপৰাধ সি কৰিছে বুলি স্বীকাৰ কৰে। সেয়েহে ৰমেশে স্থিৰ কৰিলে যে, কালি পুৱা যেতিয়া পুলিচে আহি গাওঁৰ মানুহবোৰৰ লগ হৈ এই বিস্ময়কৰ কাণ্ডৰ সজোৰ তদন্ত চলাব, তেতিয়া সি নিজেই পুলিচৰ ওচৰলৈ গৈ ধৰা দিব আৰু তাৰ অপৰাধ স্বীকাৰ কৰিব।

সি জানে তাৰ এই অপৰাধ দুটিৰ বাবে তাৰ কাৰাদণ্ড হ'ব। তাৰ বাবে তাৰ এতিয়া কোনো ভয় নাই। কিন্তু তাৰ ভয় হ'ল, ভবিষ্যতৰ শত অসহায়, নিৰাশ্ৰয় নৰ-নাৰীৰ মঙ্গলৰ বাবে শ্যামলীৰ যি আশা তাকো যদি সি শ্যামলীৰ লগতে লুপ্ত হৈ যাবলৈ দিয়ে, তেন্তে তাৰ



যি ভয়ানক পাপ হ'ব সেই পাপটোৰ বাবে। আৰু তাৰ তাতকৈয়ো বেছি ভয়, সেই পাপ মোচনৰ বাবে শ্যামলীৰ শেষ ইচ্ছাটোও যেতিয়া সি পুলিচৰ আগত ব্যক্ত কৰি সেই ইচ্ছা কাৰ্য্যকৰী হোৱাৰ কামনা কৰিব, তেতিয়া সিহঁতে তাৰ অপৰাধৰ বাবে হোৱা তাৰ কাৰাদণ্ড বাতিল কৰি তাক পগলা বুলি ঘোষণা কৰি পগলা ফাটেকত থোৱাৰ ব্যৱস্থা কৰিব নেকি, তাকে ভাবিছে।

# দূষিত সুবাস

ভয় ঠিক নহয়—ঘৃণা। চহৰৰ চকুত ছাট মাৰি ধৰা বিজুলী পোহৰবোৰলৈ তীব্ৰ এক ঘৃণা বাবুলৰ। সংসাৰৰ প্ৰতি, জীৱনৰ প্ৰতি প্ৰথম সচেতন হৈ উঠাৰে পৰা এই কৃত্ৰিম পোহৰবোৰৰ প্ৰতি বিতৃষ্ণাতেই এই পোহৰবোৰৰ পৰা আঁতৰি ফুৰিবলৈ সি কিমান চেষ্টা কৰিছে! কিন্তু যিমানেই বেছিকৈ সি চেষ্টা কৰিছে সিমানেই বেছিকৈ সি এই প্ৰখৰ পোহৰবোৰৰ প্ৰভাৱত আত্মবিলুপ্ত হৈ তাৰ চিৰঘৃণিত এই পোহৰৰ উৎসতে গৈ কামোৰ খাই ধৰিছে। নিৰাভৰণ এটি জীৱন, অকৃত্ৰিম এটি পাৰিপাৰ্শ্বিকতা আৰু নিবাবিল শান্তি অকণ অহৰহ কামনা কৰি আহিছে বুলিয়েই সি গুৱাহাটীৰ উপকণ্ঠৰ ফটাশিল অঞ্চলটোৰ সেই ৰিফিউজী ক'লনিখনৰ জৰাজীৰ্ণ বাঁহ খেৰৰ ঘৰটোতেই আজিলৈকে বাস কৰি আহিছে। কিন্তু তথাপি কিয় তাৰ জীৱনৰ সকলো খেলা-ধূলা, তাৰ সংসাৰৰ সকলো দৰ-ভাও চলে নগৰৰ সেই প্ৰখৰ কৃত্ৰিম বিজুলী পোহৰতেই? জীয়াই থাকিবৰ বাবে পেটৰ ভোকত লৰচৰ কৰিব নোৱাৰা হৈ ৰাজপথৰ কাষত কুকুৰ-মেকুৰী মৰাৰ দৰে নমিৰবৰ বাবে বাবুলে আজি চিনেমা হলৰ সমুখত চিনেমাৰ টিকট চোৰাং বজাৰত বেচে। তাৰ কৈশোৰৰ এই কোমল দেহটোৰ আতোলতোল মঙহবোৰৰ লোভত তাৰ কায চপা অসৎ চৰিত্ৰৰ ডেকাবোৰৰ বাবে সি যেন যৌৱন উপচি পৰা এজনী গাভৰুহে। সেই নষ্ট চৰিত্ৰৰ ডেকাহঁতৰ ওচৰত, জীয়াই থাকিবৰ বাবেই সিও এগৰাকী বেশ্যা গাভৰুৰ দৰেই তাৰ কৈশোৰৰ এই কোমল দেহটো কতবাৰ যে বিক্ৰী কৰিছে। একমাত্ৰ জীয়াই থাকিবৰ বাবেই,



কুকুৰ-মেকুৰী মৰাৰ দৰে বাটৰ দাঁতিত তিল তিলকৈ নমৰিবৰ বাবেই, তাৰ শৰ্ব্বৰী দিদিয়েকৰ দৰে অৰ্থাভাৱত সেই অভাৱনীয় নৰক-যন্ত্ৰণা ভোগ নকৰিবৰ বাবেই,ইয়াতকৈয়ো জঘন্য কাম কৰিবলৈকো সি আজি প্ৰস্তুত।

কিন্তু কিয় কোনো খেদ নোহোৱাকৈ কৰি যোৱা, বিনা বাক্যব্যয়ে, বিনা অশ্ৰুই কৰি গৈ থকা এই কামবোৰো তাৰ চিৰ ঘৃণিত বিদ্যুৎ-বন্তিৰ সুতীক্ষ্ণ কিৰণতহে কৰি যাবলগীয়া হয় প্ৰতিদিনে? কিয় সি বিজুলী বাতিৰ এই বিকৃত পোহৰৰ পৰা আঁতৰি গৈ গৈ জোন-তৰাৰ সুবিমল পোহৰত হৃদয়ৰ কামিনী কাঞ্চন বুটলিব নোৱাৰে? জৈনজী, ঘোষমশায়, বৰুৱা ডাঙৰীয়াৰ এই বিষাক্ত সঙ্গৰ পৰা মুক্ত হৈ কিয় সি তাৰ দাদাকৰ, তাৰ দিদিয়েকৰ মনে গঢ়া শান্তিৰ সংসাৰখনত অজটিল জীৱন এটি কটাই যাব নোৱাৰিলে? তাৰ দিদিয়েকৰ মুখত শুনা সিহঁতৰ জন্মস্থান ৰংপুৰ জিলাৰ গাইদাঙ্গা গাওঁ—সি যে ৰংময়, স্বপ্নময় হৈয়েই ৰ'ল তাৰ মনত চিৰকালৰ বাবে। আৰু তাৰ প্ৰাত্যহিক জীৱনত সি মাথো পাই গল নিদাৰুণ বাস্তৱৰ কল্পনাতীত বীভৎসতা। জীৱনৰ প্ৰতি প্ৰথম সচেতনতাটো কেনে বীভৎস ভাবেই যে গঢ় লৈছিল বাবুলৰ শিশুমনত!

কালীপূজাৰ এটি আনন্দমুখৰ পৰিস্থিতিত সেইদিনা গোটেই গুৱাহাটীখন আত্মহাৰা হৈ উঠিছিল। বাবুলৰ দাদাকেও তেওঁৰ বিৰামহীন জীৱনটোত দুদিনৰ বাবে ছুটী পাইছিল তেওঁৰ কৰ্ম্মস্থলী 'সৰস্বতী ৰাইচ মিল'ৰ পৰা। কামৰ পৰা বিৰতি পাই তেওঁ তেওঁৰ সৰু ভায়েক বাবুল আৰু ভনীয়েক শৰ্ব্বৰীৰ সৈতে পাতল পাতল কথা কৈ ৰগৰ কৰিছিল মিল বন্ধ হ'বৰ দিনাখনৰ গধূলিটোত। চিৰ গম্ভীৰ দাদাকৰ মুখত হাঁহিৰ ৰেঙনি দেখি বাবুলেও সেই দিনা দুগুণে উৎসাহিত হৈ হাঁহিছিল, জঁপিয়াইছিল আৰু কত যে কি কৰিছিল। কালীপূজাৰ আগৰ, দীপালীৰ আগৰ সেই সন্ধিয়াটো বাবুলৰ অতি অস্বাভাৱিক ধৰণে ভাল লাগি গৈছিল। তাৰ দাদাক, তাৰ দিদিয়েক কোনেও আৰু তাক সেই গধূলি ফলি-পুথি লবলৈ সঁকিয়াই নিদিছিল। তাৰ অবাধ

আনন্দত দাদাক আৰু দিদিয়েকৰ আনন্দও চৰিছিলহে। দাদাকে তাক সুধিছিল, "বাৰু বাবুল, কাইলৈ আমাৰ মিলৰ পূজালৈ যাবি নে নাযাৱ?" বাবুলক আৰু কোনে পায়? সি একে জঁাপেই ৰান্ধনি ঘৰ পাইছিলগৈ আৰু তাত ভাত ৰান্ধি থকা দিদিয়েক শৰ্ব্বৰীৰ পিঠিত জঁাপ মাৰি উঠি কৈছিল, "শৰ্ব্বৰী দিদি, শৰ্ব্বৰী দিদি, কাইলৈ দাদাহঁতৰ মিললৈ কালীপূজা খাবলৈ যাবি নে নেযাৱ? ক, মই হলে যাম।" শৰ্ব্বৰীয়ে তাৰ উৎপাতৰ পৰা ৰক্ষা পাবৰ বাবেই বোধহয় তাক কৈছিল, "দাদাক সোধগৈ যা, মোকো নিৰ নে নাই।" বাবুলে নিমিষতে দাদাকৰ ওচৰ পাইছিলগৈ।

পিছদিনা গধূলি হোৱাৰ লগে লগে ফাঁচীবজাৰৰ এটি গলিত অৱস্থিত 'সৰস্বতী ৰাইচ মিল'ৰ সন্মুখত থিয় হৈ বাবুল বিস্মিত হৈ গৈছিল। ফটাশিলৰ সেই উপকণ্ঠীয়া গ্ৰাম্য অঞ্চলটোত ডাঙৰ হোৱা বাবুলে সেই গধূলি দীপালীৰ উৎসৱমুখৰ ফাঁচী বজাৰৰ 'সৰস্বতী ৰাইচ মিল'ৰ ৰং বিৰঙৰ বিজুলী বন্তিৰে সজ্জিত পদূলিত থিয় হৈ অবাক হৈ গৈছিল। শৰ্ব্বৰীৰ কঁকালত সোঁহাতখনেৰে জোৰেৰে ধৰি বাবুল সেইদিনা আনন্দ বিস্ময়ত বিভোল হৈছিল। পৃথিৱীত জানো ইমান পোহৰ আছে—ইমান তীব্ৰ পোহৰ, ইমান বিচিত্ৰ পোহৰ! তাৰ দিদিয়েকে তাৰ সৰু হাত দুখনত ধৰি তাক আগলৈ টানি নিছিল আৰু সি তাৰ দুই চকু মুদি দি শৰ্ব্বৰীৰ গাত সাৱটি ধৰি ভয়ে ভয়ে পদূলি পাৰ হৈ মিলৰ চোতালৰ পিনে আগুৱাই গৈছিল।

চোতালখন পাৰ হৈ এটি প্ৰকাণ্ড চিকৃচিকীয়া পকাঘৰৰ সন্মুখত বাবুলহঁতৰ দাদাক থিয় দিছিলগৈ। সেই ঘৰটোও একে ধৰণে ৰঙা নীলা পোহৰেৰে সজ্জিত। দাদাক ভিতৰলৈ সোমাই গ'লত শৰ্ব্বৰীয়েও বাবুলক ভিতৰলৈ টানি নিলে। ঘৰটোৰ চিক্ চিক্ কৰে ৰঙা পকা মজিয়াখনত বগা ৰঙৰ সুন্দৰ আলপনা। মজিয়াখন পাৰ হৈয়ে পোৱা গ'ল বেৰৰ কাষলৈ ওখ পকা মঞ্চখন। ওপৰত পৰা আছে ধৌ ধৌ কৰে বগা ৰঙৰ কোমল নিমজ গাদী।



গাদীখনৰ ওপৰত বহুতো অচিনাকি ভদ্ৰলোক বহি এনেভাবে হাঁহি খিকিন্দালি কৰি আছিল যে বাবুলৰ মনটো সিহঁতক দেখি আৰু বেছি সংকুচিত হ'ল। সিহঁতক দেখাৰ লগে লগে অৱশ্যে আটাইবোৰ ভদ্ৰলোকে আগ্ৰহেৰে হাত আগবঢ়াই দি সিহঁতক সিহঁতৰ মাজলৈ মাতিছিল। সিহঁতৰ দাদাকেও মানুহবিলাকক প্ৰতিনমস্কাৰ জনাই শৰ্ব্বৰীক তেওঁৰ 'বোন' আৰু বাবুলক তেওঁৰ 'ভাই' বুলি চিনাকি কৰি দিছিল।

লগে লগেই তাত বহি থকা আটাইবোৰ বাবুৱে শৰ্ব্বৰী আৰু বাবুললৈ হাত আগবঢ়াই দি নিজৰ ওচৰলৈ মাতিছিল। কিন্তু সিহঁতে নিজে কাৰোবাৰ ওচৰত গৈ বহাৰ আগতেই বাবুলক কোনোবা এজন চাৰাৱগীজীয়ে আৰু শৰ্ব্বৰীক সেই মিলৰ মালিকৰ ভায়েক জৈনজীয়ে টানি নি কোলাত তুলি লৈছিল। সিহঁতৰ দাদাকে সিহঁত ইমান সোনকালেই ইমান ডাঙৰ ডাঙৰ লোকসকলৰ মৰমৰ পাত্ৰ হৈ উঠাৰ কাৰণেই বোধ হয় মৃদুভাৱে হাঁহিছিল, আৰু তাৰ পিছত মানুহবোৰৰ মাজতে এটি কোণত বহি লৈছিল।

মানুহবোৰৰ মৰম পাই বাবুলৰ ভালেই লাগিছিল। খন্তেক আগৰ তাৰ মনৰ যি সঙ্কোচ আৰু শঙ্কা, সি আঁতৰি গৈছিল। তাক চাৰাৱগীজীত বাহিৰেও আৰু কেইবাজনেও টানি টানি নি কোলাত লৈছিল। এইবোৰ সি বেয়া নেপাইছিল। কিন্তু চাৰাৱগীজীৰ মৰমৰ আতিশয্য-টোহে তাৰ লাহে লাহে অসহ্য হৈ উঠিছিল। চাৰাৱগীজীয়ে ডাঢ়ি গোঁফবোৰ খুৰাই আহিলেও তেওঁৰ গালদুখন বাবুলৰ গালত ইমান জোৰে জোৰে ঘহাঁই দিছিল যে সোনকালেই বাবুলৰ কোমল গাল দুখন চেকৃচেকাই গৈছিল। চাৰাৱগীজীৰ ঘহনিতকৈও অসহ্য লাগিছিল বাবুলৰ তেওঁৰ মুখৰ চিগাৰেট আৰু মদৰ সংমিশ্ৰিত গোন্ধটো। এনে এটি অসহায় পৰিস্থিতিত বাবুলে দাদাকৰ বহা ঠাইলৈ চাই পঠিয়ালে। কিন্তু সি দেখিলে, দাদাক তাৰ পৰা উঠি কেতিয়াবা আন ঠাইলৈ গুচি গৈছে। হতাশ হৈ বাবুলে এইবাৰ শৰ্ব্বৰীৰ পিনে চাই পঠিয়ালে।

কিন্তু শৰ্ব্বৰীৰ সেই সময়ৰ অৱস্থাই বাবুলক বেছিহে হতাশ কৰিলে। জৈনজীয়ে তেতিয়া শৰ্ব্বৰীৰ বুকুখন তেওঁৰ বুকুত হেঁচি ধৰিছে।

শৰ্ব্বৰীৰ অৱস্থা দেখি বাবুলে অলপ সান্ত্বনা পাইছিল। তাৰ ভাব হৈছিল, এইয়া বোধহয় বিশেষ একো বেয়া কথা নহয়। ন'হলেনো শৰ্ব্বৰীয়ে ইমানপৰে জৈনজীৰ কোলাৰ পৰা উঠি আহি ঘৰলৈ যাবলৈ দাদাকক নিবিচিৰালিহেঁতেন নে? শৰ্ব্বৰীতো তাতকৈ বহুত ডাঙৰ। তাৰ বয়স এতিয়া আঠবছৰহে। শৰ্ব্বৰীৰ বয়স যে তেতিয়া এঘাৰ বছৰ। এইবোৰ ভাবি ভাবিয়েই সি চাৱাৰগীজীৰ কোলাত বহি জৈনজীৰ মুখৰ পিনে তধা লাগি চাই আছিল। তাৰ মনৰ কথা বুজিয়েই কিজানি জৈনজীয়ে শৰ্ব্বৰীক কোলাৰ পৰা নমাই দিলে আৰু তাকেই চাৱাৰগীজীৰ কোলাৰ পৰা দাঙি নি নিজৰ কোলাত বহুৱাই লৈ তাৰ গাল দুখনত থপৰিয়াবলৈ ধৰিলে। জৈনজীৰ মৰমৰ থাপৰবোৰ বাবুলৰ বেয়া লগা নাছিল। বেয়া লাগিছিল অন্য এটি কথাহে। জৈনজীৰ কোলাত বহি বহিয়েই বাবুলে তৎক্ষণাৎ অনুভৱ কৰিলে এটি আচৰিত উত্তাপ! সি অলপ উচ্‌পিচাই উঠিছিল। কিন্তু জৈনজীয়ে তাক কোলাতে বহুৱাই ৰাখিছিল। বাবুলে উঃ আঃকৈ কিছুসময় থকাৰ পিচত জোৰকৈ জৈনজীৰ কোলাৰ পৰা উঠি গৈছিল। সি ভাবি আচৰিত হৈছিল, তেনে এখন উত্তপ্ত কোলাত তাৰ দিদিয়েক ইমান সময় কেনেকৈ বহি আছিল!

সি জৈনজীৰ কোলাৰ পৰা নামি আহি দাদাকক ইফালে সিফালে বিচাৰিছিল। কিছু সময় ইফালে-সিফালে চকু দিয়াৰ পিছত দেখিলে, ভিতৰৰ ফালৰ এটা সৰু কোঠাত এজন পকা মূৰীয়া বুঢ়া ভদ্ৰলোকৰ সমুখত তাৰ দাদাকে বহি কিবা এটা গভীৰ আলোচনাত ব্যস্ত হৈ আছে। দাদাকে যে সদায় অতি ভাল, অতি মৰমিয়াল মিলৰ বুঢ়া মালিকজনৰ কথা কয়, এইজন সেইজনেই নেকি? বাবুল দাদাকৰ ওচৰলৈ তেনে অৱস্থাত যাবৰ সাহস ন'হল। সি এইবাৰ পুনৰ অসহায় ভাবে শৰ্ব্বৰীলৈ ঘূৰি চালে। সি দেখিলে, শৰ্ব্বৰীক ইতিমধ্যে



জৈনজীয়ে পুনৰ কোলাত বহুৱাই লৈ আগৰ দৰে মৰম কৰাত ব্যস্ত হৈ পৰিছে।

তাৰ পিছত একে ধৰণৰ মৰম আৰু অত্যাচাৰৰ আনন্দ আৰু কদৰ্য্যতাৰ আৰু বহুতো পৰিস্থিতি সেই একেই 'সৰস্বতী ৰাইচ মিল'ৰ একেটি ঘৰৰ মজিয়াতেই ঘটি গৈছে। একেধৰণৰ ইমানবোৰ পৰিস্থিতি সেই একেখন মজিয়াতে পাৰ হৈ গৈছে যে বাবুলৰ সেই আটাইবোৰ এতিয়া স্পষ্ট মনত নাই।

জৈনজী আৰু চাৱাৰগীজীৰ বাহিৰেও বাবুল আৰু তাৰ দিদিয়েকে আৰু বহুতো অজ্ঞাত ভদ্ৰলোকক পিছত লগ পাইছিল। ক'লা চুলিৰ মাজে মাজে দুডাল-এডাল ৰূপালী ৰেখা বিৰিঙি ওলোৱা শেঠজী, আগদাঁত দুটা সোণেৰে বান্ধি লোৱা ভাওৰীমলজী, মূৰত পাঞ্জাবীটুপী আৰু মুখত দীঘল ডাড়িৰে কউৰজী আৰু যোগিন্দৰজী, বগলীৰ পাখীৰ দৰে বগা ধুতি আৰু কামিজেৰে ঘোষমশায়, টেৰিলিনৰ কোট-পেণ্টৰে চৰকাৰ মশায়, চকুত ক'লা গগল্‌চ্ আৰু হাতত সোণৰ চেইনৰ দামী ঘড়ীৰে বৰুৱা ডাঙৰীয়া, ধক্‌ধক্ কৰে বগা চুট্ আৰু সাগৰ-নীলা নেক্‌টাই ডালেৰে উজ্জ্বল চকুৰ মুখত ইংৰাজী ভাষা আখৈ ফুটা দিয়া মিঃ বৰা— আৰু যে কত ভদ্ৰলোক 'সৰস্বতী ৰাইচ মিল'ৰ নিমজ, বিচিত্ৰ ফুলাম দলিচাত—বাবুল আৰু শৰ্ব্বৰীৰ নিৰুপায় জীৱনৰ আন্ধাৰ মজিয়াত।

তাৰ দিদিয়েকে তাক কিমান মৰম কৰিছিল, কিমান আদৰ-সাদৰকৈ তাক ফলি-পুথি কিনি দিছিল গধূলি পৰত পঢ়িবলৈ! পুৱা হ'লে স্কুললৈ যাবলৈ শৰ্ব্বৰীয়েই তাক খুৱাই-বুৱাই উলিয়াই দিছিল। তাৰ দিদিয়েক শৰ্ব্বৰী কিশোৰী হ'লেও, যুৱতী হ'লেও, তাই যে কোনো দিন মাকক মনত নপৰা বাবুলৰ মাকৰ দৰেই আছিল। বন্ধা-বঢ়াৰ পৰা ঘৰৰ সকলো কাম-বন শৰ্ব্বৰীৰ ওপৰতে আছিল বাবে শৰ্ব্বৰীয়ে স্কুললৈ যাব নোৱাৰিছিল। তথাপি পোন্ধৰ-ষোল বছৰ বয়সলৈ শৰ্ব্বৰীয়ে আজৰি সময়ত ঘৰতে লিখা-পঢ়া শিকিছিল। বাবুলৰ এঘাৰ বছৰমান হোৱালৈকে সি তাৰ শৰ্ব্বৰী দিদিয়েকৰ লগতেই ৰাতি শুইছিল।

শৰ্ব্বৰীৰ বুকুৰ মাজতেই, তাৰ চেনেহী দিদিয়েকৰ বুকুৰ মাজতেই কুঁচ-মুচি নিজকে এৰিবদি সি টোপনি গৈছিল। শৰ্ব্বৰীয়ে তাক সাৰটি ধৰি বুকুৰ সকলোখিনি উম তাৰ বুকুত ঢালি দি তাক শুৱাইছিল। এই সাৰটা সাৰটিতকৈ, এই বুকুৰ উমতকৈ শেঠজী, জৈনজী, ঘোষমশায়, বৰুৱা ডাঙৰীয়াহঁতৰ সাৰটা-সাৰটি, বুকুৰ উম কিমান বেলেগ!

যিমানেই বাবুলৰ বয়স বাঢ়িছে, যিমানেই তাৰ দিদিয়েকৰ অতীতৰ সেই কথাবোৰ দূৰলৈ আঁতৰি যাব ধৰিছে, সিমানেই বাবুলৰ মনত সেইবোৰ আৰু বেছি স্পষ্ট, আৰু বেছি সজীৱ হৈ উঠিব ধৰিছে।

আচৰিত! শৰ্ব্বৰীয়ে বাবুলক যিমান ভাল পাইছিল বাবুলে জানো শৰ্ব্বৰীক তাতকৈ কম ভাল পাইছিল? বাবুলৰ শৰ্ব্বৰীৰ প্ৰতি সেই অপৰিমেয় ভাল পোৱাৰে সৈতে মিশ্ৰিত আছিল এক অগাধ ভক্তি। তাৰ মাকৰ কথা তাৰ অকণো মনত নাই। দাদাকলৈকো তাৰ খুব কমেইহে মনত পৰে। কিন্তু শৰ্ব্বৰী—তাৰ দিদি—তাৰ শৰ্ব্বৰী দিদি—তাইৰ স্মৃতি যে বাবুলৰ মনত বৈ বৈ বাজি উঠে, তাইৰ ছবি বাবুলৰ হৃদয়-পটত অহৰহ দুলি থাকে। তথাপিও সেই শৰ্ব্বৰীকে, সেই শৰ্ব্বৰী দিদিকে বাবুলে যিমান ঘৃণা কৰিবলৈ বাধ্য হৈছিল শেষলৈ সিমান ঘৃণা বাবুলে জানো আৰু কেতিয়াবা কাৰোবাক কৰিছে এই পৃথিৱীত?

শৰ্ব্বৰীৰ প্ৰতি তাৰ মনত ঘৃণাৰ উদ্ৰেক হৈছিল, যেতিয়া শৰ্ব্বৰীৰ তাৰ প্ৰতি থকা স্নেহৰ প্ৰতি সি প্ৰথম সচেতন হৈ উঠিছিল ঠিক তেতিয়াৰ পৰাই। লাহে লাহে সিহঁত দুয়ো বাঢ়ি আহিছিল আৰু লগে লগে বাঢ়ি আহিছিল জৈনজীহঁতৰ মিলত পতা বিভিন্ন উৎসৱলৈ সিহঁতক দিয়া নিমন্ত্ৰণৰ সংখ্যাও। দাদাক দুলাল ৰয় নিৰ্ব্ভুঁ সৰল প্ৰকৃতিৰ এজন অতি মৰম লগা লোক আছিল। জৈনজী, চাৰাৱগী-জীহঁতে বাবুল আৰু শৰ্ব্বৰীৰ প্ৰতি দেখুৱা মৰমবোৰ তেওঁ নিভাঁজ মৰম বুলিয়েই ধৰি লৈছিল। জৈনজীহঁতৰ দলটোৰ বাবুল আৰু



শৰ্ব্বৰীৰ প্ৰতি মৰমবোৰে বাঢ়ি গৈছিল অতি দ্ৰুত গতিত। সিহঁত দুয়োৰে প্ৰতি ফ্ৰক্, চাৰ্ট্, চেণ্ডেল আদিৰ উপহাৰ প্ৰথমতে অকল কোনো উৎসৱ উপলক্ষেহে তেওঁলোকে আগবঢ়াইছিল। কিন্তু লাহে লাহে শৰ্ব্বৰী বাঢ়ি অহাৰ লগে লগে, শৰ্ব্বৰীৰ গালে-মুখে-বাহুৱে যৌৱনৰ আভা বিৰিঙি ওলোৱাৰ লগে লগে জৈনজী, চাৰাৱগীজী, ঘোষমশায়, বৰুৱা ডাঙৰীয়াহঁতৰ উপহাৰৰ সীমা-সংখ্যাও নাইকিয়া হৈ পৰিছিল। উপহাৰ আহিছিল পুৱা, উপহাৰ আহিছিল গধূলি আৰু উপহাৰ আহিছিল আনকি ৰাতিও।

গুৱাহাটীৰ উপকণ্ঠৰ সেই ঘোপমৰা গ্ৰাম্য অঞ্চলটোৰ কেঁচা আলিয়েদি আহিছিল জৈনজীৰ ফিয়েট্ কাৰ, ঘোষমশায়ৰ ভেস্পা স্কুটাৰ, বৰুৱা ডাঙৰীয়াৰ ৰাজদূট মটৰ চাইকেল আৰু যে কত বৰ বৰ লোকৰ কত দামী দামী বাহন। ফটাশিলৰ ৰিফিউজী ক'ল'নীৰ মটৰ, মটৰ-চাইকেল সতকাই নেদেখা আধা নঙঠা ল'ৰা-ছোৱালীবোৰে তধা লাগি লাগি সেইবোৰ চাইছিল। ফটাশিলৰ ৰিফিউজী ক'ল'নীৰ গাত চোলা নিপিন্ধি শাৰীখনেৰেই উঠন বুকুবোৰ ঢাকি ৰখাৰ বৃথা প্ৰয়াস কৰা জীয়ৰী বোৱাৰীবোৰে সিহঁতৰ বাঁহ-খেৰৰ ঘৰবোৰৰ বেৰৰ ফাকেৰে ভুমুকিয়াই ভুমুকিয়াই সেইবোৰলৈ চাইছিল আৰু ভাবিছিল শৰ্ব্বৰী জানো সিহঁততকৈ সঁচাই বেছি ভাগ্যৱতী?

ক'ল'নিটোৰ ল'ৰা-ছোৱালী, জীয়ৰী-বোৱাৰী, মতা মাইকী, বুঢ়া-বুঢ়ী সকলোৰে চকু থিয় কৰাই হুৰ্ হুৰকৈ সিহঁতৰ পদূলিত এই দামী দামী যান-বাহনবোৰ ৰ'লে বাবুলৰ ভালেই লাগিছিল। সিহঁতে দি যোৱা উপহাৰবোৰেও বাবুলক প্ৰথমতে আনন্দিত কৰি তুলিছিল। কিন্তু লাহে লাহে বাবুলে দেখিলে, শৰ্ব্বৰী এতিয়া ডাঙৰ হৈছে বাবে মানুহবোৰে এতিয়া কোলাত ন'ললেও শৰ্ব্বৰীয়ে পাক-ঘৰত চাহ কৰিবলৈ গ'লেই সিহঁতে শৰ্ব্বৰীক ভিতৰত মাত দিওঁ বুলি পাক-ঘৰলৈ সোমাই গৈ বহুতো সময় বাহিৰলৈ আৰু ওলাই নাহে। বাবুলে শেষত কৌতূহল সামৰিব নোৱাৰি বেৰৰ

ফুটাৰে ভিতৰলৈ চাই পঠিওৱা কৰিছিল। সি যেতিয়া দেখিছিল ভিতৰলৈ গৈ এই মানুহবোৰে শৰ্ব্বৰীৰ লগত কি কৰে, বাবুলৰ তেতিয়া যে কেনে লাগিছিল! তাৰ কিবা এটি কৈ দিবলৈ, কিবা এটি কৰি পেলাবলৈ এক দুৰ্ব্বাৰ ইচ্ছা হৈছিল। কিন্তু একোকে কব নোৱাৰি, একোকে কৰিব নোৱাৰি সি মাথোন গোটেই চোতালখনত মৰণাৰ গৰুৰ দৰে ঘূৰি ফুৰিছিল।

বাবুল আচৰিত হৈছিল এই কথা দেখিহে যে ইমানৰ পিছতো শৰ্ব্বৰীয়ে একোকে নামাতি মাথোন মিচিক্-মিচিক্‌কৈ হাঁহিছিল সেই মানুহবোৰৰ লগত।

এদিন একে ধৰণৰ কামৰেই পুনৰাবৃত্তি কৰি ঘোষমশায় সিহঁতৰ ঘৰৰ পৰা দুপৰীয়া ওলাই যোৱাৰ পিছতেই বাবুলৰ অসহ্য হ'লত সি ৰঙা-চিঙা পৰি শৰ্ব্বৰীক কৈ পেলালে, "তই এই বাবুহঁতক এনেকৈ লাই দিয়া ভাল হৈছে বুলি ভাবিছ নেকি? দাদাই জানিলে কি অৱস্থা হ'ব ভাবি চাইছ? আৰু চুবুৰীৰ মতা তিৰোতা সকলোবোৰ মানুহে যে বিদ্ৰূপৰ সুৰত এই মানুহবোৰ আমাৰ ইয়ালৈ কিয় আহে মোক সদায় সোধে, তাৰ গম তই পাৱ?" ইয়াৰ উত্তৰত শৰ্ব্বৰীয়ে যি কৈছিল তাক বাবুলে কেতিয়াও আশা কৰা নাছিল, "যা, যা, তোক সেইবোৰ কথা ভাবিবলৈ কোনে দিছে? তোক নিশ্চিন্ত মনে পঢ়িবলৈ দিছোঁ, পঢ়ি যা। দাদাই কি কৰিব, আনে কি ভাবে, কি কয় সেইবোৰ লৈ মূৰ ঘমাবলৈ তই গৈছ কিয়? এই মানুহবোৰক মই সন্তুষ্ট কৰি নাৰাখিলে তই পঢ়ি ডাঙৰ মানুহ হোৱা দূৰৈৰ কথা, খাবি কি? জৈনজী মিলৰ মালিকৰ সৰু ভাই আৰু ইয়ালৈ অহা আনবোৰ মানুহ জৈনজীৰ বন্ধু। তই নাজান। এইবোৰ বাবুৱে আমাক বেয়া পাব লাগিলে দাদাৰ মিল মহৰীৰ চাকৰি থাকিব?"

শৰ্ব্বৰীৰ কথা শুনি বাবুল অবাক হৈ পৰিছিল। সংসাৰ সম্পৰ্কে, জীৱন সম্পৰ্কে সম্পূৰ্ণ এটি নতুন অভিজ্ঞতাৰ এটি ৰেঙণি সেই মুহূৰ্ত্তত বাবুলৰ মনত হঠাতে এডাল কাৰ্শলা সাপৰ দৰে ওলাই অদৃশ্য হৈ পৰিছিল। এয়েই নেকি তেন্তে সংসাৰ? জীয়াই থাকিবৰ বাবে মানুহক এটি সংস্থান লাগে আৰু সেই সংস্থান ৰক্ষা কৰিবৰ বাবে মানুহে কৰি যাব লাগে তেওঁৰ ইচ্ছা-বিৰুদ্ধ যত কাম। এয়েই নেকি জীৱন? নাই, নাই! এয়েই যদি জীৱন, তেন্তে এই জীৱন বাবুলক নেলাগে। তাৰ তেৰ বছৰীয়া জীৱনটো শেষ হৈ যাওক, শৰ্ব্বৰীৰ যোল বছৰীয়া জীৱনটোৰ সামৰণি পৰক। আৰু সামৰণি পৰক তাৰ দাদাকৰ বিশ্ৰামহীন চিৰ ব্যস্ত জীৱনটোৰো। সি তাৰ দাদাকক কৈ দিব 'সৰস্বতী ৰাইচ মিলত' তাৰ দাদাকে আৰু চাকৰি কৰিব নালাগে। জৈনজীৰ লগত, জৈনজীৰ বন্ধুবৰ্গৰ লগত সিহঁতৰ সকলো সম্পৰ্ক ছেদ কৰিব লাগে।

কিন্তু বাবুলৰ কৈ দিয়া নহ'ল এই কথা দাদাকক কোনো দিন। বাবুলৰ অকণমানি বিদ্ৰোহী আত্মাৰ উত্তপ্ত ধ্বনি গুজৰি গুমৰি এদিন অন্তৰতে নিৰৱ হৈ পৰিল। আৰু তাৰ দিদিয়েক, তাৰ দাদাক, 'সৰস্বতী ৰাইচ্ মিল', জৈনজী, ঘোষমশায়, বৰুৱা ডাঙৰীয়া সকলো ঠিক আগৰদৰেই চলি থাকিল। ক'ত কেনি ত্ৰুটী ঘটিছিল, কোন অপদেৱতাৰ কোন কুপ্ৰভাৱত সিহঁতৰ ওপৰত কুদৃষ্টি পৰিছিল, সেইবোৰ কথা ভাবি চাবলৈ বাবুলৰ আজি আৰু আহৰি নাই। তথাপি কেতিয়াবা কোনো এক নিৰ্লজ্জ মুহূৰ্ত্তত যেতিয়া বাবুলে ফটাশিলৰ এই বেৰ চাল উৰ্বলি যোৱা খেৰীঘৰটোত অৱসন্ন হৈ খন্তেক বিশ্ৰাম লয়হি, তেতিয়া তাৰ দাদাকৰ স্মৃতিয়ে তাক তাৰ মৃত অতীতটোৰ বিষাক্ত মৰিশালিখনলৈ টানি লৈ যায়গৈ। তাৰ মনটোৱে হাহাঁকাৰ কৰি উঠে। তাৰ অন্তৰখন কুমলি যায়। কত কষ্ট, কত নিৰ্য্যাতন, কত লাঞ্চনা ভোগ কৰি গ'ল বাবুলৰ দাদাকে বাবুলৰ দিদিয়েকে, খাই লৈ থাকিবলৈ আৰু বাবুলক পঢ়ুৱাই শুনাই ডাঙৰ মানুহ কৰিবলৈ। কিন্তু খাই লৈ জানো সিহঁত জীয়াই থাকিল? বাবুল জানো পঢ়ি শুনি ডাঙৰ মানুহ হ'ল?

তাৰ দাদাক………। এতিয়াও তাৰ স্পষ্ট মনত আছে তাৰ

দাদাকক। বগা, ধুনীয়া মুখখনত তেওঁৰ সদায় লাগি আছিল এক অস্বাভাৱিক গাম্ভীর্য্য আৰু এক অবিৰাম চিন্তাৰ প্ৰবাহ। ধীৰতা আৰু স্থিৰতাৰ তেওঁ আছিল এক সৌম্য মূৰ্ত্তি। ঘৰখন ভাঙি উৰঁলি নোযোৱাকৈ ভালকৈ ৰখা আৰু মাহটো চলিবৰ বাবে আৱশ্যক হোৱা টকা কেইটাৰ বাবে মিলনৈ অহা-যোৱা কৰা—এয়েই আছিল তেওঁৰ দৈনন্দিন কাম। বাবুলৰ ভবিষ্যত লৈ তেওঁ বিশেষভাৱে সজাগ আছিল যদিও প্ৰত্যক্ষভাবে বাবুলক তেওঁ কমেইহে চোৱা-চিতা কৰিছিল। বাবুলক চোৱা-চিতা কৰা আৰু খুওৱা-বুওৱাৰ ভাৰ আছিল শৰ্ব্বৰীৰ ওপৰত। দুইজনৰ সহযোগিতাত তিনিটা প্ৰাণীৰ সেই অনাড়ম্বৰ আৰু সৰু ঘৰখন সঁচাই স্বৰ্গই আছিল। কিন্তু কিয় তেনে হ'লগৈ? কত কেনি কেণা লাগি গ'ল? বসন্ততো বহুতৰেই ওলাইছিল গুৱাহাটীত সেইবেলি। কিন্তু গুৱাহাটীৰ ইমানবোৰ মানুহ বাচি গ'ল; বাবুলৰ দাদাকনো কিয় তেনেদৰে ঢুকাল বসন্ত ৰোগত? দাদাকৰ মৃত্যুৰ সময়ত শৰ্ব্বৰীয়ে হিয়া ধাকুৰি ধাকুৰি কন্দা বাবুলৰ এতিয়াও মনত আছে। দাদাকৰ মৃত দেহটোৰ ওপৰত পৰি শৰ্ব্বৰীয়ে চিঞৰি চিঞৰি কান্দিছিল। চোতালত শৰ্ব্বৰীয়ে তাইৰ কপালখন থেকেচি থেকেচি কৈছিল, "মোৰ অদৃষ্টৰ ফল! মোৰ অদৃষ্টৰ ফল!"

বাবুলৰ সেইদিনা কান্দোন নোলাইছিল। শিলৰ মূৰ্ত্তি এটিৰ দৰে চোতালনৈ উলিয়াই অনা দাদাকৰ শটোৰ কাষত বাবুল থিয় হৈ আছিল। শৰ্ব্বৰীৰ কথা সেইদিনা বাবুলে বুজা নাছিল। কিন্তু বাবুলে আজি বুজি পাইছে, সকলো সঁচাকৈ অদৃষ্টৰেই ফল আছিল। সকলো সঁচাকৈয়েই অদৃষ্টৰেই ফল নহে আৰু কি? সিহঁতৰ হেনো আচল ঘৰ আছিল বঙ্গদেশৰ ৰংপুৰ জিলাৰ গাইডাঙ্গা গাৱঁত। দেশ বিভাজনৰ সময়ত সিহঁতৰ অঞ্চলটোত সাম্প্ৰদায়িক সংঘৰ্ষই মাৰাত্মক ৰূপ ললে। ৰংপুৰ জিলাৰ গাইডাঙ্গা অঞ্চল তেজেৰে ৰাঙলী হ'ল। কাৰ মাতৃৰ, কাৰ পিতৃৰ ক'ত কেনেকৈ প্ৰাণ হানি হ'ল; কাৰ পত্নীৰ, কাৰ ভগ্নীৰ কোন অত্যাচাৰীৰ হাতত সতীত্ব নাশ হল—তাৰ হিচাপ



ৰখা কাৰো বাবে আৰু সম্ভৱ হৈ নাথাকিল। নিজৰ প্ৰাণৰ বাবে আপোন জন্ম স্থান এৰি কত লোক অচিন ঠাইত গৈ আশ্ৰয়প্ৰাৰ্থী হ'ল তাৰ হিচাপহে তেতিয়া বেচি আৱশ্যকীয় হৈ পৰিছিল। আশ্ৰয়-প্ৰাৰ্থী দুলাল ৰয়ো। বঙ্গৰ চাৰিসীমা ত্যাগ কৰি কেঁচুৱা ভায়েক বাবুল আৰু অকণি ভনীয়েক শৰ্ব্বৰীক লৈ তেওঁ আহি উঠিছিল একেবাৰে অসমৰ নগাওঁ জিলাত, তেওঁৰ দৰে আৰু অনেক ভগনীয়াৰ সৈতে। তাত আহি দেখিছিল, নগাওঁ জিলালৈ ভাগি অহা শ শ ভগনীয়াৰ মাজত সিহঁতৰ মাক-দেউতাক আৰু নাছিল। আশাৰ স্থূল চেৰাই গৈও দুলাল ৰয়ে আশা কৰিছিল, সি এদিন খবৰ পাব, সিহঁতৰ মাক-দেউতাক জীয়াই আছে। ক'ৰবাত কাৰবাৰ ভগনীয়া শিবিৰত জীয়াই আছে সিহঁতৰ মাক-দেউতাক। কিন্তু মাক-দেউতাক জীয়াই থকাৰ খবৰ দুলাল ৰয়ে আৰু কোনো দিন নাপালে। মাক-দেউতাক জীয়াই থকাৰ খবৰ কোনো দিন নাপালে শৰ্ব্বৰী আৰু বাবুলেও। পূৰ্ব্ব বঙ্গৰ ভগনীয়াসকলৰ বাবে চৰকাৰে সেই সময়ত যি সাহায্য দিছিল, সেই সাহায্যৰে দুলাল ৰয়ৰ পৰিয়ালৰ তিনিটা প্ৰাণী চলা অতি কঠিন হৈ পৰিছিল। আনহাতে নগাৱঁত কিবা এটা চাকৰি বিচাৰি উলিওৱাটোও তাৰ বাবে সম্ভৱ নহৈছিল। দুলালৰ দৰে দশম শ্ৰেণীলৈকে পঢ়া ডেকা এজনৰ বাবে গুৱাহাটীত চাকৰি এটি যোগাৰ কৰি লোৱা টান কাম ন'হব বুলি তেওঁ অনেক মানুহৰ পৰা শুনিছিল। এটি চাকৰি যোগাৰ কৰি লোৱাৰ আশাতেই দুলাল ৰয়ে সেই কাৰণে গুৱাহাটীলৈ গুচি আহিছিল। গুৱাহাটীৰ ফটাশিলৰ এই ৰিফিউজী কল'নীত বাঁহ-খেৰৰ সাধাৰণ জুপুৰি এটি থিয় কৰি শৰ্ব্বৰী আৰু বাবুলৰ সৈতে তাত তেওঁ মূৰ সুমুওৱাৰ লগে লগেই চাকৰি এটা সঁচাই তেওঁ পাইছিল গুৱাহাটীত। ফাঁচীবজাৰৰ এটি গলিৰ 'সৰস্বতী ৰাইচ মিল'ৰ মহৰীৰ চাকৰি। ত্ৰিছ টকাৰে চাকৰী আৰম্ভ কৰি বাবুলৰ দাদাকে শেষলৈকে যাঠি টকালৈকে পাইছিল মাহে। তেওঁৰ স্বপ্ন আছিল, তেওঁৰ ভায়েক

বাবুল এদিন পঢ়ি-শুনি ডাঙৰ মানুহ হ'ব। কিন্তু তেওঁৰ স্বপ্ন বাস্তৱত পৰিণত হোৱাৰ আগতেই তেওঁ শেষ হৈ গ'ল। আৰু তাৰ পিছতেই তেওঁৰ স্বপ্নৰ সতী-সাধ্বী সুগৃহিণী শৰ্ব্বৰীয়ে নিজকে দেখা পালে এক ব্যভিচাৰিণী বাৰাঙ্গণাৰ ৰূপত। শৰ্ব্বৰীৰ আশা আছিল, তথাপি তেওঁৰ দাদাকৰ স্বপ্নই এদিন ৰূপ পাব, বাবুল এদিন পঢ়ি-শুনি ডাঙৰ মানুহ হব। বাবুলক পঢ়াই-শুনাই ডাঙৰ মানুহ কৰি দাদাকৰ স্বপ্নক শৰ্ব্বৰীয়ে বাস্তৱত ৰূপ দিব। কিন্তু ক'তা? শৰ্ব্বৰী ক'ত জীয়াই থাকিল? তাইৰ স্বপ্ন ক'ত দিঠকত পৰিণত হ'ল? বাবুল ক'ত পঢ়ি-শুনি ডাঙৰ মানুহ হ'ল? তেন্তে অদৃষ্টৰ ফল নহৈনো আৰু কি?

কিন্তু সঁচাই জানো এইয়া অদৃষ্টৰ ফল? বাবুলে এই কথা ইমান সহজে শৰ্ব্বৰীৰ দৰে মানি লবলৈ টান পায়। বাবুলৰ দাদাকৰ আশাৰ দুটি পাহ—বাবুল আৰু শৰ্ব্বৰী তেনে নিদাৰুণভাৱে স্খলিত হৈ পৰা বাবে, পতিত হৈ যোৱা বাবে, বাবুলৰ ভাব হয়, অদৃষ্টৰ যেন কোনো দোষ নাই। তেন্তে দোষ কাৰ? তাৰ আজিৰ এই জঘন্য-জীৱন পদ্ধতিৰ বাবে, শৰ্ব্বৰীৰ শেষৰ পিনৰ ব্যভিচাৰৰ, দুৰাচাৰৰ বাবে দায়ী কোন?

দাদাক মৰাৰ পিছত সিহঁতৰ ঘৰখনত বহুত পৰিৱৰ্ত্তন ঘটিছিল। শৰ্ব্বৰীয়ে বাবুলৰ আগতকৈয়ো আৰু বহুত বেছি যত্ন লবলৈ লৈছিল। দাদাকৰ মিল মালিকৰ যোগেদি ঘটা বন্ধুবোৰ সিহঁতৰ এই দুখৰ দিনত প্ৰায় দিনে নিশাই আহি থকা কৰিছিল সিহঁতৰ ঘৰলৈ। এনে সময়তে সিহঁতৰ ঘৰলৈ নতুনকৈ আৰু এজন মানুহ ঘন ঘনকৈ অহা হ'ল। সেইজন হ'ল সিহঁতৰ ঘৰৰ ওচৰৰে ভড়া ঘৰটোত থকা ৰামু কাকা। ৰামুকাকা সিহঁতৰ দাদাক থাকোঁতেও সিহঁতৰ ঘৰলৈ মাজে সময়ে নহা নহয়। বৰ কম কথা কোৱা ৰামুকাকা মানুহজন। দেখিলেই ভয় লগা দৈত্যকায় চেহেৰাৰ ক'লা বৰণৰ আদ বয়সীয়া ৰামুকাকা মানুহজন। দাদাকক কিন্তু বেচ মৰম কৰিছিল এই ৰামুকাকাই। সেয়েহে মাজে সময়ে অলপ সময়ৰ বাবে সিহঁতৰ চোতালত ৰামুকাকা আহি থিয় দিছিলহি;



দাদাকক গুদ্ গুদ্‌কৈ এটা বা দুটা কথা আদেশৰ সুৰত উপদেশ হিচাপে দিছিল আৰু তাৰ পিছতেই আঁতৰি গৈছিল। মানুহজনক বাবুলে সকৰে পৰাই ভয় কৰিছিল, তেওঁৰ চেহেৰাটোৰ বাবেই অকল নহয়; তেওঁৰ বিষয়ে চুবুৰীটোৰ সকলোবোৰ মানুহৰ মুখত যিবোৰ কথা শুনিছিল সেই সকলোবোৰৰ বাবেহে। ৰামুকাকা চোৰ, ৰামুকাকা ডকাইত, ৰামুকাকা বেশ্যাসক্ত, ৰামুকাকা জেপলুকুকা, ৰামুকাকা মদপী, ৰামুকাকা নৰহত্যাকাৰী আৰু যে কত কি। তেনে এজন মানুহ দাদাকৰ মৃত্যুৰ পিছত সিহঁতৰ ঘৰলৈ ঘন ঘনকৈ আহিবলৈ লোৱাটো বাবুলৰ ভাল লগা নাছিল। যিদৰে বাবুলৰ ভাল লগা নাছিল দাদাকৰ মৃত্যুৰ পিছত জৈনজী, চাৰাৱগীজী, যোগিন্দৰজী, সিংজী, ঘোষমশায়, চৰকাৰ মশায়, বৰুৱা ডাঙৰীয়া আৰু মিঃ বৰা আদি ভদ্ৰলোক সকলৰ সিহঁতৰ ঘৰলৈ অহা-যোৱা কৰাটো আৰু বেছি ঘন হোৱাটো।

বাবুলৰ পঢ়া-শুনাত আৰু মন নবহা হ'ল। স্কুললৈ যাওঁতে; স্কুলৰ পৰা উভতি আহোঁতে, শ্ৰেণীত বহি শিক্ষকৰ কথা শুনি থাকোঁতে, আৰু গধূলি সমুখত কিতাপ মেলি লওঁতেও তাৰ মূৰত সেই একেটা কথাই ভক্ ভক্‌কৈ উতলি থাকে। এই মানুহ-বোৰ এনে দৰে কিয় আহি থাকিব সিহঁতৰ ঘৰলৈ? কিয় অত মৰম এই মানুহবোৰৰ শৰ্ব্বৰীৰ প্ৰতি?

সিহঁত মৰি গ'ল, শৰ্ব্বৰীহঁত মৰি গ'ল খাবলৈ নেপাই তাত সিহঁতৰ হানি কি? পানবজাৰৰ ওভাৰ ব্ৰিজৰ তলত, ফাঁচীবজাৰৰ ব্ৰহ্মপুত্ৰৰ পাৰত, গুৱাহাটীৰে ৰেলৱে ষ্টেশ্যনত কত অঘৰীয়ে খাবলৈ নাপাই মুখত আনকি এটুপি পানীও নপৰাকৈ দিনটোত মৰিব ধৰিছে। ইহঁতে জানো খবৰ লয় সেইবোৰৰ?

অৱশ্যে ৰামুকাকাৰ সিহঁতৰ ঘৰলৈ অহা আৰু জৈনজীহঁতৰ সিহঁতৰ ঘৰলৈ অহাৰ মাজত বাবুলে এটা পাৰ্থক্য দেখা পায়। জৈনজীহঁত সিহঁতৰ ঘৰলৈ আহিলে মিঠা মিঠা কথাৰে শৰ্ব্বৰী আৰু

বাবুলক উপদেশ দিব। অভয় দিব। তাৰ পিছত হয়তো টকা দহটা বা বিছটা শৰ্ব্বৰীৰ হাতত তুলি দিবলৈ ঘৰৰ ভিতৰলৈ গৈ দহ বিছ মিনিটলৈ ঘৰৰ ভিতৰতে সোমাই থাকিব। ৰামুকাকাৰ কথা কিন্তু সুকীয়া। ৰামুকাকা আহিব, চোতালত থিয় হ'ব, গেৰগেৰকৈ শৰ্ব্বৰীক দুই চাৰি এষাৰ গালি পাৰি কিবা উপদেশ দিব আৰু লগে লগেই আঁতৰি যাবগৈ। বাবুলে একো বুজিব নোৱাৰে ; জৈনজীহঁতৰ মৰম-সাহায্য, ৰামুকাকাৰ ক্ৰোধ-উপদেশ একোৰে অৰ্থ বাবুলে বুজি নেপায়।

বাবুল অধৈৰ্য্য হয়। সি স্কুললৈ যাবলৈ বাদ দি দিয়ে। সি বাহিৰত ফুৰা চকা বন্ধ কৰি দিয়ে। বাবুল চোতালৰে একোণত ঘণ্টাৰ পিচত ঘণ্টা ধৰি বহি থাকে। বাৰে বাৰে তাৰ কপালখন গৰম হৈ উঠে। ভাবি ভাবি বাবুলে ভাবিব নোৱাৰা হৈ যায়। জৈনজী প্ৰায়ে আহে। বাবুলক সততে একে ধৰণে বহি থকা দেখি তেওঁ অস্বস্থি বোধ কৰে। হিন্দী আৰু বঙালী এটি সংমিশ্ৰিত ভাষাত তেওঁ কয়, "ডাঙৰ ল'ৰা! এনে বয়সত তুমি খেলা-ধূলা কৰি ঘূৰি ফুৰিব লাগে। সি তোমাৰ স্বাস্থ্যৰ উপকাৰ কৰিব। ঘৰত সদায় সদায় বহি থাকা কেলেই?" বাবুলে জৈনজীৰ উপদেশৰ বাবে কৃতজ্ঞতা জনাব নোৱাৰে। বাবুলে হাঁহি মাৰি জৈনজীক সম্ভাষণ জনাব নোৱাৰে। বাবুলে একে ধৰণেই জুপুকা মাৰি বহি থাকে। জৈনজী চোতালৰ হাত-ভঙা চকীখনৰ পৰা উঠি ভিতৰলৈ সোমাই যায়। জৈনজী আৰু শৰ্ব্বৰীৰ গুণ গুণ আলোচনাৰে চোতালৰ বতাহ বাবুলৰ বাবে বিষাক্ত হৈ উঠে। বাবুল থিয় হয় আৰু অস্থিৰভাৱে চোতালতে ঘূৰি ফুৰিব ধৰে।

লাহে লাহে কথাৰ গুণ গুণনি মাৰ যায়। ঘৰটো নিস্তব্ধ হৈ পৰে। আৰু খন্তেক পিছতে সেই নিস্তব্ধতা ভেদ কৰি ভাঁহি আহে শৰ্ব্বৰীৰ বিছনাৰ কেৰ্‌কেৰ্ শব্দ। বাবুলে অধৈৰ্য্য হৈ সেই শব্দ শুনি থাকে। লাহে লাহে জৈনজী ওলাই আহে। বাবুলক মিচিকি হাঁহিৰে বিদায়ৰ ইঙ্গিত দি ৰাস্তাত থিয়কৈ ৰখা মটৰখনত উঠেগৈ আৰু গোঁ গোঁ শব্দ তুলি গুচি যায়। বাবুলে নিৰ্ব্বিকাৰ হৈ আঁতৰি যাবলৈ ধৰা গাড়ীখনৰ পিনে চাই থাকে।



লাহে লাহে বাবুলৰ পৰীক্ষা ওচৰ চাপে। অষ্টম মান শ্ৰেণীৰ বাৰ্ষিকী পৰীক্ষা। স্কুললৈ যাবলৈ এৰি দিছিল বুলিও শৰ্ব্বৰীৰ খেচ্-খেচনিতেই সি পৰীক্ষা দিবলৈ বাধ্য হয়। বাবুলে পৰীক্ষা দিয়ে। তাৰ পৰীক্ষাৰ খবৰ ওলায়। সি নৱমমানলৈ প্ৰমোচন পায়। আৰু লগে লগে কিতাপ-বহী কিনিবৰ বাবে তাৰ আৰু বহুত টকাৰ প্ৰয়োজন হয়। শৰ্ব্বৰীয়ে দহটকীয়া নোট দহখন তাৰ হাতত তুলি দি কয়, "কিতাপ বহী যি লাগে ইয়াৰে কিনি আনগৈ। টকাৰ বাবে কোনো চিন্তা নকৰিবি।" ইমানবোৰ টকা শৰ্ব্বৰীৰ হাতত দেখি বাবুলৰ মূৰটো গৰম হৈ উঠে। তাৰ চকুৰ আগত জৈনজী, চাৰাৱগীজী, ঘোষমশায়, চৰকাৰ বাবু, বৰুৱা ডাঙৰীয়া-হঁতৰ মুখৰ ছবিবোৰ তৎক্ষণাৎ ভাঁহি উঠে। লগে লগে সি শৰ্ব্বৰীৰ হাতৰ পৰা টকাবোৰ আজুৰি আনি দূৰলৈ দলিয়াই দিয়ে। শৰ্ব্বৰীয়ে তধা লাগি তাৰ মুখৰ পিনে চাই থাকে। তাৰ পিছত তাইৰ চকুৰ পৰা ধাৰাসাৰে চকুলো বাগৰি আহে। তাই দুই হাতেৰে চকুযুৰি ঢাকি লৈ হুক্ হুক্কৈ কান্দিবলৈ ধৰে। চকুলোৰে দুগাল তাইৰ নিমিষৰ ভিতৰতে তিতি যায়। বাবুলৰ ওচৰৰ পৰা লাহে লাহে তাই আঁতৰি যায় আৰু বিছনাত শুই পৰে। গাৰুটোত মুখখন গুজি লৈ তাই আগতকৈয়ো আৰু বেছিকৈ কান্দিবলৈ আৰম্ভ কৰে।

বাবুলে মুখখন ওন্দোলাই শৰ্ব্বৰীৰ অৱস্থাটোলৈ নিৰ্নিমেষে চাই থাকে। লাহে লাহে বাবুলৰ চকুৰ পৰাও ধাৰাসাৰে চকুলো বাগৰি আহে। উচুপি উচুপি সি দহটকীয়া নোটবোৰ মাটিৰ পৰা পুনৰ গোটাই লয়। তাৰ পিছত ধীৰে ধীৰে দি শৰ্ব্বৰীৰ বিছনাৰ ওচৰ পায়গৈ। শৰ্ব্বৰীৰ পিঠিতে তাৰ মুখখন গুজি ধৰি শৰ্ব্বৰীৰ কান্দোনৰ

লগতে সিও তাৰ কান্দোনৰ সুৰ মিলাই দিয়ে। শৰ্ব্বৰীৰ কান্দোন এইবাৰ আৰু চৰি যায়। কান্দি কান্দিয়ে তাই বাবুলৰ গালে মুখে হাত বুলাই দিয়ে। শৰ্ব্বৰীয়ে তাক কিবা যেন ক'ব খোজে। কান্দোনত তাইৰ কথাবোৰ স্পষ্ট হৈ ওলাই নাহে। বাবুলেও একোকে কব নোৱাৰে।

বাবুলে পুনৰ স্কুললৈ যাবলৈ লয়। সি শৰ্ব্বৰীৰ হাতৰ পৰা টকা নি নতুন নতুন কিতাপ কিনে, নতুন নতুন বহী কিনে। জৈনজীহঁত আগৰদৰেই শৰ্ব্বৰীৰ ওচৰলৈ আহে পুৱা-দুপৰীয়া, গধূলি আৰু ৰাতি। ৰামুকাকাও আহে। শৰ্ব্বৰীক গালি পাৰি উপদেশ দিয়ে। এদিন ৰামুকাকাৰ খং কিন্তু বাৰুকৈয়ে চৰি গ'ল। ৰামুকাকাই শৰ্ব্বৰীৰ কিবা এটি উত্তৰত খং কৰি চোতালত ঘূৰি ফুৰি গৰ্জ্জিবলৈ ধৰিলে। "মই বদমাচ, মই দগাবাজ। ফটাশিলত, আঠ গাওঁত, টকৌৱাৰীত এই ৰামু গুণ্ডাক নজনা মানুহ নাই। কিন্তু মই মোৰ ফটাশিলৰ ৰিফিউজী ক'ল'নীত কাৰ কি খতি কৰিছোঁ? কিন্তু তই ক'ৰ পৰা ধুমকেতু ওলাই আহি চহৰৰ চব গুণ্ডা বাবুলোকবোৰক ইয়ালৈ আনি মোৰ ৰিফিউজী ক'ল'নী নষ্ট কৰি দিলি? তই নষ্ট হ'লি। বাবুলক নষ্ট কৰিলি।" বাবুলে ভিতৰত পঢ়ি আছিল। তাৰ কাণ থিয় হ'ল। শৰ্ব্বৰীয়ে ৰামু কাকাক ক'লে, "তুমি অকলে চলিব লাগে। তুমি তোমাৰ ইচ্ছামতে ভাল হবও পাৰা, বেয়া হবও পাৰা। কিন্তু আমি দুটা মানুহ। আৰু তাৰ ওপৰতো বাবুলৰ পঢ়া খৰছ। তাৰ ভবিষ্যতে পঢ়া খৰচ আৰু বাঢ়িব। সেইবোৰ দেখিও মই তোমাৰ দৰে আমাৰ ৰিফিউজী ক'ল'নীৰ সন্মানৰ কথা ভাবিলে ক'ত চলে? আৰু তোমাৰ দৰে মই মতা মানুহতো নহয় যে বাহিৰত গৈ আঠগাওঁ, টকৌবাৰী বা ৰেলৱে ষ্টেশনত ধন ঘটিমগৈ।"

ৰামুকাকা শৰ্ব্বৰীৰ এই উত্তৰত জ্বলি উঠিল। তেওঁ গৰজি গৰজি কবলৈ ধৰিলে, "আৰে, তই মোৰ বেটীৰ বয়সৰ। দুলাল মোৰ বেটাৰ-দৰে আছিল। তই মোক জ্ঞান দিব আহিছ? টকা আৰ্জ্জি পেট



ভৰাই খাব পালে চব কাম হাচিল হৈ যাব বুলি ভাবিছ নেকি? বাবুলক তই তেনেকৈ পঢ়ুৱাই ডাঙৰ কৰিব পাৰিবি বুলি ভাবিছ নেকি? আৰে বেটি মই কিমান টকা আৰ্জ্জোঁ জান? কিন্তু মই আজি কি হ'লোঁ? মই আজি কি পালো, হাৰামজাদী? মোক দেখা নাই? মোৰ পাছত আৰু মোৰ দৰে মানুহ কোনো নাথাকক দুনিয়াত। তই মৰি যা, মুখ পুৰী, তই মৰি যা।" ৰামুকাকাই খঙতে নিজকে পাহৰি গৈছিল। তেওঁ বুকুত নিজৰ হাতেৰে ভুকুৱাই ভুকুৱাই এবাৰ শৰ্ব্বৰীৰ ওচৰলৈ তাইক খেদি আহিছিল আৰু এবাৰ তাইৰ পৰা আঁতৰি গৈছিল।

বাবুলৰ চকুৰ আগৰ মেলা কিতাপ মেল খায়েই পৰি ৰ'ল। শৰ্ব্বৰীয়ে এইবাৰ ৰামুকাকাক কি উত্তৰ দিব শুনিবলৈ সি প্ৰস্তুত হৈ বহি ললে। শৰ্ব্বৰীৰ উত্তৰ এইবাৰ তাৰ কাণত পৰিল, "মইতো এইবোৰ ভাল পাওঁ কাৰণে কৰি থকা নাই। দাদালৈ মৰম দেখুৱাৰ ছলেৰে বাবুবোৰে আমাকো সৰুৰে পৰাই মৰম কৰিছিল। দাদাই যেনেকৈ বাবুবোৰক আমাক মৰম কৰিবলৈ বা ইটো সিটো উপহাৰ দিয়া নিষেধ কৰিব নোৱাৰিছিল তেনেকৈ মইয়ো আজি নোৱাৰোঁ। আজি মোক টকা নালাগিলেও আজি মই সিহঁতৰ সঙ্গ নিবিচাৰিলেও—মই যি ভুল আগতে কৰি লৈছোঁ, সেই ভুল এতিয়া সদায় কৰিয়েই গৈ থাকিব লাগিব। সিহঁতক বন্ধ কৰি দিবলৈ মোৰ কি শক্তি আছে?"

ৰামুকাকাই শৰ্ব্বৰীৰ কথা নিতাল মাৰি শুনিছিল। এইবাৰ তেওঁ পুনৰ গৰ্জ্জি উঠিল, "হা, তই বন্ধ কৰিব নোৱাৰ। ক, এতিয়াই মোক বন্ধ কৰিব ক। মই আজিয়েই চব বন্ধ কৰি দিম। গুৱাহাটীত কোন বাবুলোক, কোন চালা আছে, যাক মই পৰোৱা কৰোঁ। মই ৰামু গুণ্ডাই তোৰ ইয়াত অহা চবচালাকে অকলে ঠিক কৰি দিম। চালা! ৰিফিউজী ক'ল'নিৰ মানুহে মটৰ দেখা নাই! চালাহঁতে মটৰক ভয় কৰি আমি মনে মনে থাকিম বুলি ভাবিছে।" শৰ্ব্বৰীৰ মুখত কোনো কথা নাই। লাহে লাহে ৰামুকাকা সিহঁতৰ চোতালৰ পৰা গৰজি গৰজি ওলাই গ'ল। শৰ্ব্বৰীয়ে নিতাল মাৰি তেওঁৰ কথাবোৰ শুনি

থাকিল। ৰামুকাকাই কৈয়েই গৈ থাকিল, "এতিয়া মুখত মাত নাই। সহায় লাগে, মোক সহায় খোজ। সিহঁত কোন? তাতকৈ কৈ দে সিহঁত নহ'লে তোৰ গা জুৰ নপৰে। বাবুলোকে তোৰ পা নুছুলে তোৰ তেজৰ পিৰ্‌পিৰণি নকমে। চালী ৰাণ্ডী!"

বাবুলৰ দিনবোৰ বাগৰি যায়। পৃথিৱীখন তাৰ বৰ অন্ধকাৰ যেন লাগে। তাৰ চতুৰ্দ্দিশৰ বতাহবোৰ অতি বিষাক্ত হৈ উঠা যেন লাগে।

আজিকালিও 'সৰস্বতী ৰাইচ মিল'ত কালীপূজা হয়, লক্ষ্মীপূজা হয়, বিশ্বকৰ্ম্মা পূজা হয়। দাদাক এতিয়া নহ'লেও 'সৰস্বতী ৰাইচ মিল'ৰ লগত সিহঁতৰ এতিয়া সকলো সম্পৰ্ক ছেদ হ'লেও মিলৰ এই পূজাবোৰলৈ জৈনজীৰ পৰা আজিকালিও বাবুল আৰু শৰ্ব্বৰীয়ে নিমন্ত্ৰণ পায়। শৰ্ব্বৰীয়ে এই নিমন্ত্ৰণ ৰক্ষা কৰাত বিশেষ উৎসাহ দেখুৱায়। বাবুলে সেই নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰে। আনকি শৰ্ব্বৰীয়ে এই নিমন্ত্ৰণবোৰ ৰক্ষা কৰাৰ বাবে মিললৈ নিশা যোৱাটোও সি সহজ ভাৱে লব নোৱাৰে।

এবাৰ সৰস্বতী পূজাৰ বাবে জৈনজীয়ে নিজে সিহঁতৰ ঘৰলৈ আহি ছয়োকে মাতি যায়। গধূলি হোৱাৰ লগে লগে শৰ্ব্বৰীয়ে সাজি কাচি ওলাই বাবুলৰ ওচৰত থিয় হয় আৰু তাক তৎক্ষণাৎ ওলাবলৈ কয়। তাইৰ গাত দামী চিল্কৰ শাৰী, দামী চিল্কৰ ব্লাউজ। ভৰিত নতুন মডেলৰ চেণ্ডেল। ওঁঠত ৰঙা লিপ্‌ষ্টিক্। খোজত তাইৰ লীলায়িত ছন্দ। বাবুলৰ তাইক দেখিয়েই মুৰটো গৰম হৈ উঠে। সি ঘপ্‌কৈ তাইক কৈ দিয়ে, "তই যা। মই নাযাওঁ।" বাবুলৰ কথাৰ সুৰ আৰু মুখৰ চেহাৰা দেখি শৰ্ব্বৰি দমি যায়। তাইৰ মুখমণ্ডলৰ কৃত্ৰিম প্ৰসাধনৰ ডাঠ প্ৰলেপ ভেদ কৰি এক বিষাদৰ ম্লান ছাঁ গালে-মুখে বিৰিঙি উঠে। তাই কিছুসময় নিথৰ হৈ থিয় দি থাকে। আৰু তাৰ পিচত এখুজি দুখুজিকৈ বাবুলৰ ওচৰৰ পৰা আঁতৰি গুচি যায়। বাবুলে নিৰুপায় ভাবে চোতালখনত ঘূৰি ফুৰিবলৈ ধৰে।

ৰাতি বাবুলে ভাত ৰান্ধিবলৈ নাযায়। ভাত খোৱাৰ সি



আৱশ্যকতা বোধ নকৰে। সমগ্ৰ গুৱাহাটী পূজাৰ উৎসৱত মগ্ন হৈ পৰিছে। মাইকত বাজি উঠা গীতৰ ধ্বনিৰে গুৱাহাটীৰ আকাশ-বতাহ মুখৰিত হৈ উঠিছে। বাহিৰৰ এই উৎসৱমুখৰ পৰিস্থিতিটো বাবুলৰ অসহ্য লাগে। বাবুল সমগ্ৰ পৃথিৱীখনৰ প্ৰতি কুপিত হৈ উঠে। বিছনাত শুই শুই সমগ্ৰ পৃথিৱীখনৰ বিৰুদ্ধে সি বিদ্ৰোহ কৰাৰ কথা ভাবে। সি বিছনাতে ছট্‌ফটাই থাকে। তাৰ টোপনি নাহে। লাহে লাহে ৰাতি গভীৰ হয়। অগণন মাইকত বজা বিভিন্ন সুৰৰ গীতৰ লহৰবোৰ ৰাতিৰ নিৰ্জ্জনতাত আৰু বেছি স্পষ্ট হৈ উঠে। ৰাতি আৰু গভীৰ হয়। লাহে লাহে মাইকবোৰ স্তব্ধ হৈ আহে। নিৰ্জ্জনতাত চহৰখন মগ্ন হৈ পৰে। তথাপি শৰ্ব্বৰী উভতি নাহে। এনেদৰে আৰু কিমান দিনলৈ দিনবোৰ কাটি যাবলৈ দিব পাৰি? শৰ্ব্বৰীয়ে ৰামুকাকাক কোৱা কথা জানো সঁচা? তাৰ ভৱিষ্যতৰ বাবেই জানো শৰ্ব্বৰীয়ে এই জঘণ্য জীৱন-পদ্ধতি বাচি লবলৈ বাধ্য হ'ল? যি জীৱন-চক্ৰৰ মেৰপাকত শৰ্ব্বৰী, এদিন সোমাই পৰিল, তাৰ পৰা ওলাই আহিবলৈ সঁচাই জানো তাইৰ আৰু উপায় নাই? সঁচাই জানো সৎ শৰ্ব্বৰী? সঁচাই জানো নিৰ্দ্দোষী শৰ্ব্বৰী? এজনী অশিক্ষিতা, নিৰাশ্ৰয়া সৰল ছোৱালী। হঠাতে এদিন দাদাকৰ মৃত্যুৰ লগে লগে শেষ অৱলম্বনকণো হেৰাই গ'ল তাইৰ। অভাৱ-অনাটনৰ হেঁচা কেনে কঠোৰ, তাই সেই কথা ইতিমধ্যেই উপলব্ধি কৰিছিল। অভাৱ-অনাটন এইবাৰ তাইৰ সমুখত বিভীষিকাৰূপে দেখা দিলে। ঠিক এই সময়তেই দাদাকৰ সৰলতাৰ আৰু নম্ৰতাৰ সুযোগ লৈ শৰ্ব্বৰীৰ ওপৰত যেতিয়াই সুযোগ পায় তেতিয়াই জপিয়াই পৰিবলৈ সুযোগ বিচাৰি থকা ভদ্ৰলোকসকলে শৰ্ব্বৰীক নিৰ্ভয় দিলে, আৰ্থিক সাহায্যৰে। ভয় আৰু সংকোচ কৰিবলগীয়া শৰ্ব্বৰীয়ে একোকে পোৱা নাছিল তাত; এইবোৰ মানুহ যে শৰ্ব্বৰীৰ তেনেই চিনাকি। আগ-পাচ ভাবিবলৈ, ভাল কাম, বেয়া কামৰ বিচাৰ কৰিবলৈ আহৰি নহৈছিল শৰ্ব্বৰীৰ। সেই বয়সত আৰু সেই দুৰ্যোগময় অৱস্থাত শৰ্ব্বৰীৰ সমুখত তেওঁৰ যি পৰম প্ৰয়োজনীয়

সেয়েই যে হাতত পৰিছেহি অনায়াসে! হঠাৎ বাবুলৰ শৰ্ব্বৰীৰ প্ৰতি এক অপূৰ্ব সহানুভূতি জাগি উঠে। সি শৰ্ব্বৰীক ওচৰতে পাবৰ বাবে উদ্বাউল হৈ উঠে। সেই মুহূৰ্ত্ততে, ঠিক সেই মুহূৰ্ত্ততে শৰ্ব্বৰীৰ গলত সাৰটি ধৰি বাবুলে যেন ক'ব, 'তই মোক ক্ষমা কৰ, দিদি'?

ঠিক সেই মুহূৰ্ত্ততে ৰাস্তাত বাবুলে মটৰ আহি ৰোৱাৰ শব্দ শুনিলে। তাৰ বুজিবলৈ বাকী নাথাকিল শৰ্ব্বৰী উভতি আহিছে। সি উৰি থকা লেপখন কাণে-মূৰে টানি লৈ টোপনি অহাৰ দৰেই পৰি থাকে। অলপ পিছতেই সি লেডী চেণ্ডেলৰ খট্ খট্ আৰু লগতে কেবাজনো পুৰুষৰ জোতাৰ গেৰেপ্ গেৰেপ্ শব্দ শুনিবলৈ পায়। লগে লগে শৰ্ব্বৰীৰ প্ৰতি সহানুভূতিত সিক্ত হৈ উঠা বাবুলৰ মনটো পুনৰ নীৰস হৈ উঠে। জৈনজীহঁতে নিশ্চয় এই শেষ নিশাত গাড়ীত তুলি শৰ্ব্বৰীক ঘৰত থবলৈ আহিছে—সমগ্ৰ ৰাতিৰ সিহঁতৰ অবাধ উদ্দাম ব্যভিচাৰৰ অন্তত। লাহে লাহে জোতাৰ গেৰেপ গেৰেপ আৰু চেণ্ডেলৰ খট্ খট্ শব্দ কাষ চাঁপি আহি বাবুলহঁতৰ শোৱণি ঘৰৰ ওচৰ পালেহি। বাবুলে কাণ থিয় কৰি নিতাল মাৰি শুই থাকিল। তাৰ কাণত পৰিল, শৰ্ব্বৰীক ঘৰত সোমাবলৈ এৰি দিয়াৰ আগে আগে সিহঁতৰ শেষ ৰাত্ৰিৰ উচ্ছৃঙ্খল বিদায় সম্ভাষণ। মদৰ ৰাগীত অস্থিৰ হৈ পৰা এইয়া জৈনজীৰ মাত "চৰ্ব্বৰী মেৰা জান, মুঝেভি লে যাওনা তুমহাৰে সাথ।" এয়া চৰকাৰৰ বাবু, "তুমি যেও।" যোগিন্দৰজী "কুছ পৰোৱা নহী চুকৃৰী, ফিৰ মিলেগা।" আৰু কবিতাৰ সুৰেৰে গোৱা মিহি মিহি মাতটি কাৰ? বাবুলৰ তৎক্ষণাৎ মনত পৰিল, পাতল পাতলকৈ মিলৰ আড্ডালৈ অহা আৰু আহি একোণত নিৰৱে বহি থকা এইয়া নিশ্চয় কোমল বয়সৰ নিৰ্জ্জু চেহেৰাৰ সেই মিঃ বৰা নামৰ মানুহজনৰ মাত "Ophelia, Nymph, in thy orisions be all my sins remembered."

শৰ্ব্বৰী বোধহয় অতিষ্ঠ হৈ উঠিছিল। "আপোনালোক যাওকগৈ। ইয়াত গণ্ডগোল কৰিব নোৱাৰে। বাবুলে সাৰ পা'ব নহয়।" শৰ্ব্বৰীয়ে বোধহয় মাতালকিজনক ঠেলি লৈ গ'ল পদূলিলৈ। শৰ্ব্বৰীৰ চেণ্ডেলৰ



খট্ খট্ শব্দটো আৰু মানুহবোৰৰ জোতাৰ গেৰেপ্ গেৰেপ্ শব্দবোৰ আঁতৰি আঁতৰি গৈ ৰাস্তা পালেগৈ। তাৰ পিচত গাড়ীখন গোৰগোৰাই উঠি আঁতৰি গ'ল আৰু শৰ্ব্বৰীয়ে খট্ খট্ শব্দ কৰি পুনৰ ভিতৰলৈ সোমাই আহিল। বাবুলে কাণে-মূৰে তাৰ লেপখন আন্ধাৰত টানি ললে আৰু বেছিকৈ।

তাৰ পিছত দিনবোৰ আৰু বাগৰি যায়। বাবুলৰ মনৰ অশান্তি আশাতীতৰূপে চৰি যায়। এইখন পৃথিৱী যেন তাৰ পৃথিৱী নহয়। এইবোৰ মানুহ যেন তাৰ স'তে একে শ্ৰেণীৰ প্ৰাণী নহয়। সংসাৰত বাবুলৰ জীয়াই থাকিবলৈ আৰু ইচ্ছা নাইকিয়া হৈ যায়।

তাৰ দিদিয়েক শৰ্ব্বৰী! এদিন শৰ্ব্বৰী ন'হলে সি যে কেনেকৈ জীয়াই থাকিলহেঁতেন, তাকে ভাবি আচৰিত হৈছিল। আজি সি পুৱাৰ উদীয়মান সূৰ্য্যলৈ কৰযোৰে প্ৰাৰ্থনা কৰি, চতুৰ্দ্দিশ গ্ৰাস কৰি পৰিব্যাপ্ত হৈ পৰা নিৰবচ্ছিন্ন সন্ধ্যাৰ আন্ধাৰক প্ৰণাম জনাই, গহীন ৰাত্ৰিৰ নিদ্ৰামগ্ন পৃথিৱীত হঠাতে জাগি উঠা বলিয়াৰ দৰে দুই বাহু মেলি মনে মনে কয়, "ভগৱান, ভগৱান, শৰ্ব্বৰীক মাৰি পেলোৱা। শৰ্ব্বৰীক মৃত্যুদান কৰি তাইক তুমি ৰক্ষা কৰা।"

ভগৱানে বোধহয় নিৰুপায় বাবুলৰ কাতৰ প্ৰাৰ্থনা শুনিছিল। সোনকালেই ঘৰখনত সি কেইবাটাও পৰিৱৰ্ত্তন লক্ষ্য কৰিবলৈ পাইছিল। জৈনজীহঁত এতিয়া অহাৰ কোনো নিৰ্দ্দিষ্ট সময় নাইকিয়া হ'ল। সিহঁতৰ বাবুলহঁতৰ ঘৰত থকা সময়খিনিত আগৰদৰে কিবা এটা ঢাকি ৰখাৰ অপৰাধী সংকোচনখিনিও নাইকিয়া হ'ল। সিহঁতে হাতত এতিয়া আগৰদৰে উপহাৰৰ বোকোচা নানে। শৰ্ব্বৰীক মাত দিবলৈ ঘৰৰ ভিতৰত দহ-বাৰ মিনিটলৈকে সোমাইও নেথাকে। সিহঁতে আহে। বাহু ভঙা চকীখনত দুই এক মিনিটৰ বাবে বহে। শৰ্ব্বৰীক চোতালতে সৰু সৰুকৈ কিবাকিবি সোধে আৰু তাৰ পিচত উপদেশ দিয়াৰ দৰে কিবা কয়। আৰু তাৰ,পিচত গুচি যায়।

লাহে লাহে কথাবোৰ ইয়াতকৈয়ো আৰু বেছি পৰিৱৰ্ত্তিত হ'ল।

আগেয়ে ঘৰলৈ অহা আটাইবোৰ মানুহকে আৰু আহি থকা দেখা নাযায়। মাজে-সময়ে মাথোন আহে চৰকাৰ বাবু। আৰু কেতিয়াবা কেতিয়াবা আহে সেই মিঃ বৰা। এদিন বাবুলে লক্ষ্য কৰিলে, চৰকাৰ বাবুৱে হাতত কিবা টেবলেটৰ ফাইল এটা আনিছে আৰু লগতে এটা ডাঙৰ বটলত কিবা এটা টনিক জাতীয় বস্তু। বাবুলে শৰ্ব্বৰীৰ কি হৈছে জানিবলৈ উদগ্ৰীৱ হৈছিল। চৰকাৰ বাবু উঠি যোৱাৰ পিছতেই সি শৰ্ব্বৰীক সুধিছিল, তাইৰ কি হৈছে। শৰ্ব্বৰীয়ে একো হোৱা নাই বুলি তাক আতৰাই পঠিয়াইছিল। তাৰ পিছত এদিন মিঃ বৰা আহিল। তেওঁ শৰ্ব্বৰীক সেইদিনা মাতি নানি বাবুলক মাতি আনিলে। হাতত ইনজেকচনৰ এম্‌পুলচ কেইটামান দি মিঃ বৰাই তাক ক'লে, "ফাৰ্ম্মাচী এখনলৈ যোৱা। কম্পাউণ্ডাৰ এজনক নিতৌ এটাকৈ বেজী দিবৰ বাবে ইয়ালৈ অহাটো ঠিক কৰি আহিবা। শৰ্ব্বৰীৰ ৰোগ জটিল হৈ গৈছে। আচল ৰোগটোৰ লগতে আৰু অন্যান্য কেতবোৰ আনুসঙ্গিক ৰোগে দেখা দিয়া বুলি ডাক্তৰে মোক জনাইছে।"

এই আচল ৰোগটো নো কি ৰোগ বাবুলে সেইদিনা বুজিয়েই পোৱা নাছিল। ৰামুকাকাক এই বিষয়ে সি কোৱাৰ লগে লগে তেওঁ গজ্জি উঠিছিল, "মই আগেয়ে তাইক হাক দিছিলো। তাই মোৰ কথা নুশুনে। এতিয়া হৈছে। মৰিবতো মৰিবই। কিন্তু ভালকৈ নমৰে। পঁচি পঁচি মৰিব। কি বেমাৰ হৈছে, তই জানিব নালাগে। এইটো লাজ কথা। শৰ্ব্বৰীয়েও তোক সেই দেখিহে কোৱা নাই। যা এতিয়া আৰু তাৰ একো উপায় নাই। এতিয়া চাম নহয়, তাইক আৰু কোনে ৰক্ষা কৰে।" ৰামু কাকাৰ কথাত বাবুল যেন মূৰ্চ্ছা গৈছিল। সি নিথৰ হৈ থিয় হৈ ৰৈছিল। তাৰ মুখেৰে মাত নোলাইছিল। তাৰ মূৰটো বৰ বেয়াকৈ ঘূৰিবলৈ ধৰিছিল।

শৰ্ব্বৰীৰ গাত বাবুলে চকুৰে কোনো বেমাৰ দেখা পোৱা নাছিল যদিও, শৰ্ব্বৰী লাহে লাহে বিছনাৰ পৰা উঠিবই নোৱাৰা হৈ পৰিছিল। নিজে ৰান্ধি-বাঢ়ি খোৱাৰ উপৰিও শৰ্ব্বৰীৰ আলপৈচানৰ ভাৰো বাবুলৰ ওপৰতে পৰিছিল। বাবুলৰ বৰ অসহায় বোধ হৈছিল। তাৰ মনটো অতিশয় গধুৰ হৈ পৰিছিল। সি তাৰ চতুৰ্দ্দিশে দেখা পাইছিল নিৰানন্দ অন্ধকাৰ।



শৰ্ব্বৰীয়ে কাম কৰিবলৈ অক্ষম হৈ শয্যাশায়ী হৈ পৰাৰ লগে লগে বাবুলৰ হাতত টকাৰ গাঁঠি এটি দি দিছিল। বহুত দিন ধৰি অত ঔষধ খায়ো, অত বেজি লৈয়ো একো ফল নোপোৱাত শৰ্ব্বৰীয়ে বাবুলক আৰু চিকিৎসা বন্ধ কৰিবলৈ কৈ দিছিল। বাবুলৰ হাতত দিয়া টকাখিনি শেষ হ'ব লাগিলে আৰু চলাই টান হ'ব। এতিয়াতো আৰু সিহঁতৰ চোতাললৈ জৈনজী, চাৰাৱগীজী, ঘোষমশায় বা বৰুৱা ডাঙৰীয়া নাহে। হাতত টকা গুজি দিবলৈ, পূজাই-পৰ্ব্বই দামী দামী উপহাৰ দিবলৈ। এতিয়া আৰু শৰ্ব্বৰীৰ পৃথিৱীত কোনো শুভাকাঙ্ক্ষী নাই। হাতত থকা টকাখিনি শেষ হৈ গ'লে বাবুলে চলিব কেনেকৈ ?

বাবুলে শৰ্ব্বৰীৰ কথাত কোনো মূল্য নিদিছিল। সি ডাক্তৰৰ উপদেশমতে একে ধৰণেই ঔষধ কিনিছিল, বেজী কিনিছিল, টনিক কিনিছিল। শৰ্ব্বৰীয়ে তাৰ হাতত দিয়া টকাৰ গাঁঠটো লাহে লাহে শেষ হৈ আহিছিল। শৰ্ব্বৰী আৰোগ্য হোৱাৰ কিন্তু কোনো লক্ষণেই দেখা নগৈছিল। শৰ্ব্বৰীৰ দেহা লাহে লাহে পৰি আহিছিল। তাইৰ মাতটো খোনা পৰি গৈছিল। সেঁহাই সেঁহাই তাই আনকি প্ৰলাপো বকা কৰিছিল।

বাবুলে এতিয়া স্কুললৈ যোৱা দূৰৰে কথা, সি যে এসময়ত স্কুলত পঢ়িছিল তাকেই সি নিজেই নিজেই পাহৰি গ'ল। এনে ৰোগ ভাল হ'বলৈ বহু দিন লাগিব বুলি কোৱা ডাক্তৰৰ কথাই তাক হতাশ কৰি তুলিছে। হাতত থকা টকা শেষ হৈ আহিছে বাবে শৰ্ব্বৰীয়ে ঔষধ খাবলৈকো এৰি দিছে। তাইক ঔষধ খুৱাবলৈ, বেজী দিয়াবলৈ বাবুলে বেলা একোটি তাইৰ স'তে যুজিব লাগে। , বাবুলৰ পৃথিৱীত সমস্যাৰ শেষ নাইকিয়া হৈ পৰিছে। তাৰ চকুত টোপনি নাইকিয়া হৈ পৰিছে।

টকা এতিয়া ক'ত পাব সি? শৰ্ব্বৰীৰ চিকিৎসা চলাই থাকিবলৈকে টকা যে তাক লাগিবই। জৈনজী, যোগিন্দৰজী, চাবাৰগীজী এইসকল মানুহ এতিয়া ক'ত? তেওঁলোক উপযাচি এতিয়া সিহঁতৰ ঘৰলৈ নাহে। কিন্তু বাবুল যদি তেওঁলোকৰ ঘৰলৈ যায়, সিহঁতে জানো তাক উপেক্ষা কৰিব? শৰ্ব্বৰীৰ মঙ্গলৰ কাৰণে সিহঁতে জানো একোকে নকৰিব এনে অৱস্থাত? এৰা, সি যাব। সি তেওঁলোক সকলোৰে ঘৰে ঘৰে যাব ভিক্ষাৰ পাত্ৰ লৈ। শৰ্ব্বৰীৰ চিকিৎসাৰ বাবে, শৰ্ব্বৰীৰ মঙ্গলৰ বাবে, তাৰ আজি কোনো সংকোচ নাই, কোনো দ্বিধা নাই।

কিন্তু বাবুল আচৰিত হ'ল। জৈনজীয়ে তাক ক'লে, "এইচব বেমাৰত চিকিৎসা কৰি কিছু লাভ নাই। মিছাতে টকা খৰচ।" চাবাৰগীজীয়ে তাক চিনিয়েই নেপালে। কত ল'ৰাই কত ফাঁকি দি আজি-কালি এনেকৈ টকা আৰ্জ্জে। তাক কেনেকৈ তেওঁ বিশ্বাস কৰিব? ঘোষমশাইৰ ঘৰৰ বৃহৎ কম্পাউণ্ডৰ পদূলিত দাৰোৱান থিয় হৈ আছে। দাৰোৱানে তাক ভিতৰলৈকে যাবলৈ নিদিলে পদূলিমুখৰ দুৱাৰ খুলি। আৰু বৰুৱা ডাঙৰীয়া! ড্ৰয়িং ৰূমত বাবুলে গৈ বহিছিল তেওঁ ওলাই আহি বাবুলক দেখা দিয়াত বহুত পলম কৰাৰ বাবে। তাক ড্ৰয়িং ৰূমৰ চোফা এখনত বহি থকা দেখিয়েই বৰুৱা ডাঙৰীয়া খঙত জ্বলি উঠিল। তাক হাতেৰে ঠেলি বাহিৰলৈ আনি গৰ্জ্জিবলৈ ধৰিলে; "ইমান বাঢ়ি গৈছে এই মগনীয়াবোৰ। ড্ৰয়িংৰূমত সোমায়েই নেৰে; একেবাৰে চোফাত বহিছেগৈ।"

মানুহৰ পৰা টকা খুজি শৰ্ব্বৰীৰ চিকিৎসা চলোৱাৰ সপোন বাবুলে আৰু ত্যাগ কৰিলে। তাৰ এইবাৰ ৰামুকাকাকেই অতি আপোন যেন লাগিল। ৰামুকাকাক মাতি আনি চোতালৰ হাত ভঙা চকী খনত বহুৱাই বাবুলে সকলো বিৱৰি ক'লে। ৰামুকাকাই শুনি আছিল টলকা মাৰি। বাবুলৰ সকলো কোৱা হ'লত তেওঁ ক'লে, "বাদ দে বাবুল। ভদ্ৰলোকবোৰত বিশ্বাস নকৰিবি। শৰ্ব্বৰীক মই আগতে কৈছিলোঁ। নাই মোৰ কথা নুশুনিলে। তাই এতিয়া সাপৰ কামোৰ



খাইছে। এতিয়া বুজিছে। তই চিকিৎসা বাদ দে। শৰ্ব্বৰী চিকিৎসাত ভাল নহয়। তাইক ভাল পথ্য দে। ভালকৈ খুৱা। তাই মৰিবই। মাথোন তাইক আৰামত মৰিব দে। মই ৰামু গুণ্ডাই এইচব বেমাৰৰ কথা বেচ বুজো। এইচব বুজিয়েই মই তাইক কত গালি পাৰি, কত কথা বুজাইছিলোঁ। কিন্তু তাইৰ মোৰ কথা গাত নালাগিল। এই চালা বাবুলোকহঁতৰ কাৰোবাৰ গৰ্ম্মী আছিল। সিহঁতৰ পৰা তাইৰ গালৈ আহিল। চালা, এই গাড়ীত উঠি ফুৰা জাতটোত বিশ্বাস নকৰিবি, বাবুল। শৰ্ব্বৰীয়ে যি কৰিলে কৰিলে। তই চিন্তা নকৰিবি। মই ৰামু গুণ্ডা মৰা নাই। এতিয়া তই টকা লাগে মোৰ পৰা নিবি।" ৰামু কাকা গুচি গ'ল। বাবুলে একে ঠাইতে তলমূৰকৈ থিয় হৈ ৰৈ নখে মাটি লেখিবলৈ ধৰিলে। হঠাৎ সি অনুমান কৰিলে, শৰ্ব্বৰীৰ কোঠাৰ পৰা চেঁপা চেঁপা কান্দোনৰ সুৰ ভাঁহি আহিছে। সেই কান্দোনৰ ধ্বনিয়ে কাড়ৰ দৰে আহি বাবুলৰ বুকুত যেন আঘাত কৰিলেহি। অজ্ঞাতসাৰেই বাবুল পিছুৱাই গ'ল। বাবুল যেন গুচি যাব এখন পৃথিৱীলৈ, যিখন পৃথিৱী শৰ্ব্বৰীৰ কান্দোনে ঢুকি নাপায়, যিখন পৃথিৱীত জৈনজীহঁতৰ নিচিনা মানুহ নাই। যিখন পৃথিৱীত ৰামুকাকাৰ পৰা অৱশেষত সাহায্য গ্ৰহণ কৰাৰ প্ৰয়োজন নহয়। কিন্তু যিমানেই বাবুল পিছুৱাই গৈ থাকিল, সিমানেই শৰ্ব্বৰীৰ কান্দোন বাঢ়ি গ'ল। আৰু বাবুলৰ কাণত বেছি স্পষ্ট হৈ বাজি উঠিল—কান্দোনতে শৰ্ব্বৰীয়ে চিঞৰিব ধৰিছে, "বাবুল··· ; বাবুল···।"

যন্ত্ৰ চালিতৰ দৰে বাবুল অৱশেষত পুনৰ আগুৱাই আহিল আৰু শৰ্ব্বৰীৰ বিছনাৰ কাষ পালেহি। শৰ্ব্বৰীয়ে তাক ওচৰ চাপি যোৱা দেখিয়েই তালৈ দুই বাহু মেলি দিলে। শৰ্ব্বৰীৰ সেই আহ্বানৰ প্ৰতি উদাসীন দেখুৱাই বাবুলে তাইৰ ওচৰতে বহি ল'লে। কিন্তু শৰ্ব্বৰীয়ে জোৰকৈ তাক টানি নি তাইৰ বুকুৰ ওপৰত তাৰ মুখখন পেলাই লৈ হুৱাহুৱাৰে কান্দিবলৈ ধৰিলে। শৰ্ব্বৰীৰ কান্দোনত বাবুলৰো কান্দোন ওলাই আহিল। "তই মোৰ বাবে ঔষধ নানিবি। তই মোৰ বাবে

পথ্যও আনিব নেলাগে। মোক মৰি যাব দে, বাবুল···।" শৰ্ব্বৰীয়ে কান্দোনত থৰ পৰি গ'ল। তাইৰ মুখেৰে আৰু কথা নোলাল।

লাহে লাহে ভৰ যৌৱনত ভৰি দিয়া এই গাভৰু ছোৱালীগৰাকীৰ বিছনাতে ইকাতি সিকাতি কৰাৰ শক্তিও আনকি নাইকিয়া হৈ গ'ল। বাবুলে নিজৰ ভাত পানী পৰ্য্যন্ত বাদ দি শৰ্ব্বৰীৰ ওচৰত সততে বহি থকা কৰিলে। শৰ্ব্বৰী কোনোবা দিনা ভাল হৈ উঠিব, সেই আশা আৰু এতিয়া বাবুলৰ নাই। সি কামনা কৰে, শৰ্ব্বৰী মৰক, শৰ্ব্বৰী এই পৃথিৱীৰ পৰা নাইকিয়া হৈ যাওক। কাৰণ শৰ্ব্বৰীৰ স্থিতি, শৰ্ব্বৰীৰ জীৱনে আনে নগৰৰ বিজুলী বস্তিৰ পোহৰৰ বাহাৰত নন্দন—কেলি কৰা সেই জৈনজীহঁতৰ শ্ৰেণীৰ মানুহৰ পোষিকা শক্তি। শৰ্ব্বৰী ধ্বংস হওক, শৰ্ব্বৰী লুপ্ত হৈ যাওক। কাৰণ, শৰ্ব্বৰীৰ ধ্বংসই, শৰ্ব্বৰীৰ অৱলুপ্তিয়ে আনিব জৈনজী, যোগিন্দৰজী, ঘোষমশায়, বৰুৱাডাঙৰীয়াহঁতৰ বিদ্যুৎ-বস্তি উদ্ভাসিত ক্ৰীড়া গৃহত নিৰানন্দ শূন্যতা। এই মৃত্যুৱে আনিব, এই ধ্বংসই সৃষ্টি কৰিব সেই বিচিত্ৰ আলোৰে সমুজ্জল কেলি-গৃহৰ মদিৰ আবেশৰ সামৰণি। শৰ্ব্বৰীৰ এই জঘন্য ব্যাধিগ্ৰস্ত দেহটোত অগ্নি সংযোগ কৰি বাবুলে শৰ্ব্বৰীক পৱিত্ৰ কৰিব। শৰ্ব্বৰীৰ নশ্বৰ দেহ শূন্যতে বিলীন কৰি বাবুলে স্থায়ী কৰিব শৰ্ব্বৰীৰ প্ৰতি তাৰ স্নেহ।

কিন্তু বাবুলে শৰ্ব্বৰীৰ মৃত্যু যিমানেই কামনা কৰিলে, সেই মৃত্যু সিমানেই পিছুৱাই গ'ল। ৰামুকাকাৰ উপাৰ্জ্জনৰ কোনো সহজ আৰু স্থায়ী বাট নাই বাবে, তেওঁক নিজে গৈ টকা খুজিবলৈ বাবুলে নোৱাৰে। ৰামু কাকাই উপযাচি দুদিনো অলপ অলপ ধন বাবুলক দি গৈছিল। কিন্তু সিও এতিয়া শেষ হৈ গ'ল। বাবুলৰ নিজৰ পেটটোৰ বাবে সি কিজানি চিন্তা নকৰিলেহেঁতেন কাৰণ তাৰ পেটত এতিয়া ভোকেই নলগা হৈ পৰিছে। শৰ্ব্বৰীক জীয়াই ৰখাৰ বাবেও এতিয়া আৰু টকাৰ আৱশ্যক নাই। কাৰণ, শৰ্ব্বৰীয়ে কিবা খুজি খাব পৰাকৈ তেওঁৰ শৰীৰত চেতনাই নাই। মুখত চামুচেৰে মাজে-



সময়ে দুই এটোপা পানী দি থাকিলেই উশাহকিটা টানি থাকিবলৈ যথেষ্ট হয়। কিন্তু তথাপি বাবুলে শুদা হাতে থাকিব নোৱাৰে। শৰ্ব্বৰীক জীয়াই ৰাখিবৰ বাবে এতিয়া আৰু টকাৰ আৱশ্যক নহ'লেও, তাইৰ মৃত্যুৰ লগে লগে বাবুলক বহুত টকা লাগিব। তাইৰ দেহ যে বিধিমতে সংকাৰ কৰিব লাগিব। তাইৰ আত্মাৰ মঙ্গলৰ বাবে, শাস্ত্ৰৰ ব্যৱস্থা অনুসাৰে তাইৰ অন্ত্যেষ্টিক্ৰিয়া সমাধা কৰিব লাগিব। বাবুলক টকা লাগিব। কিন্তু ক'ত পাব সি টকা?

বাবুল থিয় হ'ল। অতি চিন্তাক্লিষ্ট ভাবে সি তাৰ মূৰৰ চুলিত আঙুলি বুলাবলৈ ধৰিলে। তাৰ পিচত অজ্ঞাতসাৰেই সি ঘৰৰ মজিয়াৰ পৰা গৈ চোতালত ভৰি দিলে; আৰু চোতালৰ পৰা ভৰি দিলেগৈ আলিবাটত। কেঁচা আলিবাটটোৰে গৈ গৈ সিহঁতৰ ৰিফিউজী কল'নিখন কেতিয়া সি এৰিলে টলকিবই নোৱাৰিলে। যেতিয়া আঠগাঁৱৰ পকা ৰাজপথত সি উঠিলগৈ, তেতিয়া সি দেখিলে পশ্চিম আকাশত বেলি লহিয়াইছে। দোকানে-পোহাৰে লাইটবোৰ এতিয়াও জ্বলি উঠা নাই। ৰাস্তাত কিন্তু মানুহৰ বেচ ভিৰ। অগনন অচিনাকি মানুহৰ অবিৰাম অহা-যোৱা। বাবুলৰ মনটো হঠাতে বৰ পাতল লাগিল। এই তাৰ অপৰিচিত অগণন নৰ-নাৰীৰ অন্তহীন ব্যস্ততাটো তাৰ ভাল লাগি গ'ল।

তাৰ মনৰ সমগ্ৰ স্থবিৰতা, তাৰ শৰীৰৰ সমস্ত জড়তা যেন আবেলিৰ ৰাজপথৰ ব্যস্ততাৰ মাজত শেষ হৈ ক্ষন্তেকতে আঁতৰি পলাল। সি মনত উৎসাহ পালে; শৰীৰত এটি নতুন শক্তি অনুভৱ কৰিলে।

আহি আহি সি 'সৰস্বতী ৰাইচ মিল'ৰ সমুখত থিয় হ'লহি। 'সৰস্বতী ৰাইচ মিল'ৰ মিতভাষী ধকৃধক্ কৰে বগা সেই বৃদ্ধ মালিকজনক বাবুলৰ সৰুতে বৰ ভাল লাগিছিল। তেওঁৰ সৰু ভায়েক জৈনজীক লগ নধৰি, তেখেতকেই লগ ধৰি দুলাল ৰয়ৰ ভায়েক বুলি চিনাকি দিলে, তেখেতে জানো বাবুলক আওকান কৰিব, বৰুৱা ডাঙৰীয়াৰ দৰে? ঘৰৰ সকলো পৰিস্থিতি বুজাই দি অলপ সাহায্য

বিচাৰিলে, তেখেতে জানো বাবুলক হতাশ কৰিব, জৈনজীৰ দৰে? নাই, তেখেত ইমান ভাল মানুহ। তেখেতে কেতিয়াও বেয়া ব্যৱহাৰ নকৰে। তেখেতে কেতিয়াও বাবুলক বিমুখ নকৰে। বাবুল মিলৰ পদূলিৰে সোমাই গ'ল। তাৰ চিনাকি কোঠাটোত সোমাই সি দেখিলে, সেই কোঠাটোৰ প্ৰকাণ্ড গাদীখন শূন্য হৈ পৰি আছে। সি তাৰ ভিতৰ কোঠাটোলৈ নিঃসঙ্কোচে সোমাই গ'ল। কিন্তু বাবুল আচৰিত হ'ল। মিলৰ বৃদ্ধ মালিকজন বহি থকা সেই চকীখনত বহি আছে এজন সুশ্ৰী সুঠাম মাৰোৱাৰী ডেকা আৰু তেওঁৰ সমুখৰ চকীখনত বহি আছে তাহানিতে এই মিলৰে অড্ডালৈ মাজে সময়ে অহা ভট্ট বোলা ওখ, বগা ডেকাজন।

নিঃসঙ্কোচে ভিতৰলৈ সোমাই যোৱা বাবুলক নিচিনি মাৰোৱাৰী ডেকাজনে বিস্মিত দৃষ্টিৰে বাবুললৈ চাইছিল। বাবুল তাত আচৰিত হোৱা নাছিল। কিন্তু যেতিয়া ভট্টৰ চকুৱে চকুৱে পৰিল, বাবুল তেতিয়া লাজত ৰঙা-চিঙা পৰি গ'ল। দাদাক মৰিবৰ এমাহমান পিছতেই জৈনজীৰ গাড়ীত তুলি তাক আৰু শৰ্ব্বৰীক মিলৰ বিশ্বকৰ্ম্মা পূজালৈ লৈ আহিছিল এক গধূলি। শৰ্ব্বৰীয়ে চাবাৱগীজী, যোগিন্দৰজী-হঁতৰ লগত ঠাট্টা মস্কৰাত ব্যস্ত হৈ থকা সময়তেই ভট্টই বাবুলক কৈছিল "আহা ভাইটি। পেচাব কৰি আহোঁ গৈ তুয়ো।" বাবুলৰ আপত্তি কৰিবলৈ সময়েই নাছিল। ভট্টই কথাখিনি কৈয়েই সপ্তমমান শ্ৰেণীত পঢ়া বাবুলৰ অকণমান হাতখনত ধৰি ভিতৰৰ পিনে একপ্ৰকাৰ টানিয়েই লৈ গৈছিল। চেনিটেৰী পাইখানাৰ ভিতৰখন বেচ বহল আছিল। ভট্টই চুইচ টিপি গোটেই পাইখানা খন পোহৰ কৰি তুলিছিল। তাৰ পিচত খুব সাৱধানে তেওঁ পাইখানাৰ তুৱাৰখন বন্ধ কৰি পেচাব কৰোঁ বুলি তেওঁ তেওঁৰ পেণ্টৰ বুটাম খুলিছিল। বাবুলে ভয়ত ভট্টৰ পিনে ঘূৰি চাব খুজিছিল। কিন্তু ভট্টই ফুচফুচাই তাক কৈছিল, "হেই নুঘূৰিবি। ঘূৰিলে মৰিছ। মই আদালতৰ হাকিম, নাজান?" ভট্টৰ কথাতকৈ



ভট্টৰ কামত বাবুলে বেছি ভয় খাইছিল। সি চিঞৰি উঠিছিল, "শৰ্ব্বৰী দিদি, শৰ্ব্বৰী দিদি,———" সেই ভট্টৰ আগত আজি এনেকৈ মুখা-মুখিকৈ আকস্মিকভাৱে থিয় হৈ বাবুলে অতিশয় লাজ পালে। মাৰোৱাৰী ডেকাজনে তাক কি লাগে সুধিলে। সি লাজ লাজকৈ তুলাল ৰয়ে সেই মিলত চাকৰি কৰাৰ পৰা আৰম্ভ কৰি আজিলৈকে সিহঁতৰ তুৰৱস্থাৰ কথাৰ এটি চমু বিৱৰণ দিলে। মাৰোৱাৰী ডেকাজনে ভট্টৰ পিনে চালে। ভট্টই মিচিকি হাঁহি এটা মাৰি ডেকাজনলৈ চকুৰে কিবা এটি তুষ্ট ইঙ্গিত দিলে। মাৰোৱাৰী ডেকাজনে বাবুলক ক'লে, "টকা এনেয়ে ক'ত পাবি। টকাতো কামাই কৰি ল'ব লাগিব।"

বাবুলে কি উত্তৰ দিব ভাবি পোৱা নাছিল। ভট্টই কৈ উঠিল, "এতিয়াই টকা নিজে আৰ্জ্জি লব পাৰ, বুজিছ? দহমিনিটতে তই কমেও আমাৰ তুয়োৰে পৰা পঞ্চাছটা টকা আদায় কৰি ল'ব পাৰ। তোৰ দিদিয়েৰই কি কৰিছিল? তই কোমল বয়সৰ ল'ৰা এজন, কিয় নোৱাৰিবি?" মাৰোৱাৰী ডেকাজনে তুষ্ট হাঁহি এটা মাৰি কৈছিল, "চা, টকা লাগে নে নাই।"

বাবুলৰ কোমল অন্তৰত অত দিনে অঙ্কিত হৈ উঠা ভাল আৰু বেয়াৰ, সৎ আৰু অসতৰ বজ্ৰ-কঠোৰ শিলা-ৰেখা ডালি হঠাতে অস্থিৰ ভাবে কঁপি উঠিল। সেই অস্থিৰ কম্পনৰ লগে লগে তাৰ স্মৃতিৰ পটত কম্পিত হৈ উঠিল ৰোগব্যথাদীৰ্ণ শৰ্ব্বৰীৰ শীৰ্ণ মুখখনি। সেই অচিন ডেকাতুজনৰ তুষ্ট প্ৰৰোচনা তাৰ সমুখত যিমানেই প্ৰবল হৈ উঠিল, তাৰ নীতি জ্ঞানৰ শিলাৰেখা ডালি আৰু তাৰ শৰ্ব্বৰী দিদিয়েকৰ ৰুগ্ন মূৰ্ত্তিটোও তাৰ চকুৰ আগতে সিমানেই দ্ৰুত গতিত তুলিবলৈ ধৰিলে। আৰু সেই দোলনত তুলিবলৈ ধৰিলে বাবুলৰ আগফাল, পিছফাল, সোঁফাল—বাওঁফাল—সমগ্ৰ পৃথিৱী। বাবুলে আৰু ৰৈ থাকিব নোৱাৰিলে। এক পৰম করুণ চাৱনিৰে সি কোঠাটোৰ চাৰিওপিনে চাই পঠিয়ালে। তাৰ

পিচত ধীৰে ধীৰে গৈ সি নিজেই দুৱাৰ খন বন্ধ কৰি দিলে। আৰু তাৰ পিচত সেই একেই ধৰণৰ গতিত সি বিছনা খনৰ ওচৰলৈ গ'লগৈ আৰু এক আহ্বানসূচক দৃষ্টিৰে চাই পঠিয়ালে সিহঁতলৈ।

* * * *

দহটকীয়া নোট পাঁচখন হাফ্‌পেণ্টৰ মোনাত ভৰাই বাবুলে দুৱাৰখন খুলি চোতালত ভৰি দিয়াৰ লগে লগেই সি শুনিবলৈ পালে, ভট্টই ক'বলৈ ধৰিছে "ইয়াক কিটো পাইছে, ইয়াৰ দিদিয়েক আৰু যি বস্তু আছিল!" কথাখিনি শুনাৰ লগে লগে বাবুলৰ বুকুত যেন কোনোবাই হাঁতুৰীৰে এটি কোবহে মাৰিলে। সি ততালিকে পেণ্টৰ মোনাৰ পৰা নোট কেখন উলিয়াই আনিলে আৰু নৰ্দ্দমালৈ দলিয়াই দিবলৈ উদ্যত হ'ল। কিন্তু নোট কেখন চকুত পৰাৰ লগে লগে সি দমি গ'ল। সি নোটকেখন এবাৰ ভালকৈ চাই ললে আৰু তাৰ পিছত পুনৰ মোনাত সুমুৱাই লৈ বেগাই খোজ দিলে ঘৰমুৱাকৈ।

ইয়াৰ কিছুদিনৰ পিছত শৰ্ব্বৰী সঁচাই শেষ হৈ গৈছিল। শেষ নিশ্বাস পেলোৱাৰ আগে আগে তাই যেন বাবুলক কিবা এটি কবলৈ বৰ চেষ্টা কৰিছিল। ৰামুকাকাই কৈছিল, তাই একো কব খোজা নাই। সেইয়া তাই মৃত্যু যন্ত্ৰনাত উচ্‌পিচ্ কৰিছে। তাই ক্ষন্তেকতে শেষ হৈ যাব। কিন্তু বাবুলৰ বিশ্বাস নহৈছিল। শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি তাই বাবুলক তাৰ গলত ধৰি নিঃসন্দেহে যেন কিবা এটি কৈ যাব খুজিছিল। কিন্তু তাই নোৱাৰিলে। তাই শেষ হৈ গৈছিল তেনেকৈয়ে। ৰামুকাকাই আথেবেথে ওচৰতে যতনাই থোৱা গাখীৰখিনি চামুচেৰে তাইৰ মুখত দিছিল।

তাইৰ কোৱাৰিৰ মাজেৰে গাখীৰবোৰ ওলাই আহি গালেৰে তললৈ নামি গৈছিল। ৰামুকাকাই তাক কৈছিল, "ধৰ, তাইৰ ভৰিৰ পিনে ধৰ, বাবুল। তাইক বাহিৰ উলিয়াবৰ হ'ল।"

বাবুলে সঁচাকৈয়ে বিধিসন্মতভাৱেই শৰ্ব্বৰীৰ মৃতদেহৰ সৎকাৰ



কৰিছিল। ৰামুকাকাই সেই কেইদিন তাৰ লগৰ পৰা এৰা দিয়া নাছিল। কিন্তু শাস্ত্ৰীয় পন্থাৰ আশ্ৰয় ৰামুকাকাৰ সহানুভূতি—এইবোৰ একোৱেই আৰু বাবুলৰ মনলৈ তাৰ আশাৰ পৱিত্ৰতা ঘূৰাই আনিব নোৱাৰিলে। শৰ্ব্বৰীৰ আত্মাৰ মঙ্গল সাধন কৰাৰ আগতে শৰ্ব্বৰীৰ আত্মাৰ শুদ্ধিৰ ব্যৱস্থা কৰাৰ আগতে, বাবুলে যি এবাৰ নিজকে অপৱিত্ৰ কৰি তুলিলে, তাৰ পৰা সি যেন আৰু কোনো দিন মুক্ত হ'ব নোৱাৰিলে। পুনৰ আৰু সি পৱিত্ৰতা ঘূৰাই আনিব নোৱাৰিলে তাৰ সংসাৰলৈ। তাৰ অনুভৱ হ'ল, শুচিতা পৱিত্ৰতা এইবোৰ কথা পৱিত্ৰ শাস্ত্ৰকল্পিত এখন পৃথিৱীৰহে যিখনৰ পৰা বাবুল সদায় বাহিৰতেই থাকি যাব লাগিব।

বাবুলে আজি আৰু পৱিত্ৰতা, সততা অথবা শুচিতাৰ কথা ভাবি মূৰ নঘমায়। শৰ্ব্বৰীৰ স্মৃতিও সি তাৰ মনৰ পৰা মোহাৰি পেলাইছে। যি ফুল মানুহৰ চিৰ অৱহেলাৰ বকৰাণিত ফুলি উঠিল, যি ফুল সেই ঘৃণাৰ বকৰাণিৰ পৰা ছিড়ি আনি সু-সজ্জিত উদ্যানৰ সোঁমাজতো তাৰ সুঘ্ৰাণ অনেকে ল'লে, আৰু তাৰ পিছত তাক ছিড়ি মোহাৰি দুৰ্গন্ধময় নৰ্দ্দমালৈ নিষ্ঠুৰভাৱে দলিয়াই দিলে তাৰ কথা সুঁৱৰি আৰু লাভ কি?

বাবুলে কামনা কৰে—সেই নষ্ট ফুলৰ সুবাস বিচাৰি কোনেও আৰু উন্মনা হৈ নুঠক।

টকৌবাৰীৰ ৰূপশ্ৰী চিনেমাহলৰ সন্মুখত আজিকালি প্ৰতি গধূলি বাবুলে শাৰী শাৰী বিদ্যুৎ বন্তিৰ তীব্ৰ পোহৰত থিয় হৈ চিনেমাৰ টিকেট চোৰাং বজাৰত বেচে। চহৰৰ বিভিন্ন ইভিনিং ক্লাবৰ বিজুলী বাতি উদ্ভাসিত আৰু ৰেডিঅ' সঙ্গীতৰ উচ্চ স্বৰ মুখৰিত মজিয়াত ভট্টৰ দৰে আৰু অনেক চহকী শিক্ষিত সুস্বাস্থ্যৱান ডেকাৰ ওচৰত বাবুলে নিজৰ কোমল মঙহৰ পৰশ আজিকালি নিয়মিতভাৱে এটি নিৰ্দ্দিষ্ট ভাওত বিক্ৰী কৰে। আৰু পেণ্টটোৰ মোনাত দিনটোৰ অৰ্জ্জিত

ধনখিনি ভৰাই লৈ, কোনোবাখন ৰাস্তাৰ কাষৰ সস্তীয়া হোটেলত ৰাতিটোৰ বাবে এসাজ খাই সি পুনৰ তাৰ ফটাশিলৰ ৰিফিউজী ক'লনিৰ সেই জৰাজীৰ্ণ পঁজাটোৰ চালপীৰাখনত পৰি দেহটোক বিশ্ৰাম দিয়েগৈ। দুপৰ নিশাৰ নিৰ্জ্জনতাত সি যেতিয়া তেনেদৰে শুই পৰি ফটাশিলৰ ৰিফিউজী ক'লনীৰ গভীৰ আন্ধাৰত বুৰ যায়, এটা ভাব তেতিয়া তাৰ প্ৰায় মনলৈ আহে ঃ নগৰৰ সভ্যতাৰ বহুতো আঁতৰৰ, আওহতীয়া এখন গাওঁৰ এটি নিৰ্জ্জু, সবল ল'ৰা কেনেকৈ এখন দেশৰ আধুনিক সভ্যতাৰ কেন্দ্ৰ স্বৰূপ এখন বৃহৎ চহৰৰ স্ৰোতটিত পৰি উটি গ'ল! চহৰৰ জন-কোলাহলৰ পৰা বাহিৰত থাকি যোৱা এটি কোমল-মতি কিশোৰে কিয় তাৰ ইচ্ছাৰ বিৰুদ্ধেও তাৰ জীৱনৰ সকলো কাম, সকলো খেলা-নেলা চহৰৰ বুকুৰ কোলাহলতে, চহৰৰ সোঁমাজৰ ৰং বিৰঙৰ কৃত্ৰিম পোহৰতে বুৰ গৈ কৰি যাবলগীয়া হ'ল অহৰহ?

# তুলতুলৰ জন্মদিনত

কিউটিকিউৰা পাউডাৰৰ টিংটোৰ পৰা পাফটোত আৰু অলপ পাউডাৰ ছটিয়াই ল'লে সি। দুয়ো কাণৰ কাষৰ ঠাই দুডোখৰত পাউডাৰ ভালকৈ লগাই নাই। আৰু এই আয়নাখনো যে! বেলজিয়ান হলে কি হব! ইমান সৰু আয়নাৰে আৰু কাম নচলে। এখন ডাঙৰ আয়না লাগিব। লাইফ্ চাইজ? এৰা, একেবাৰে লাইফ্ চাইজ্ মিৰৰ এখনকে কিনি আনি স্থাপন কৰিব নেকি সি তাৰ কোঠাত? নাই, নাই। সেইবোৰ ভাড়া ঘৰে ঘৰে ঘূৰি ফুৰা অস্থায়ী লোকৰ বাবে নহয় বোপাই। লাইফ্ চাইজ্ মিৰৰ এখন কিনাৰ বাবে তাৰ ধনৰ অভাৱ নাই। আজিয়েই দুখন লাইফ্ চাইজ্ মিৰৰ কিনি আনি দুয়োখন বেৰতে সমুখা সমুখিকৈ স্থাপন কৰি লৈ তাৰ ইচ্ছামতে সি ড্ৰেচ কৰিব পাৰে, প্ৰসাধন কৰিব পাৰে, আৰু মন গলে নিজৰ দেখিলেই দুখ লগা চেহেৰা নিজে চাই……।

যাঃ! ভাববোৰো যে কোন পিনে যায়। যাওক সেইবোৰ। তাৰ সমস্যাটো কি আছিল? অ' ভাড়াঘৰৰ। ভাড়াঘৰত থকা মানুহ সি। মানে গুৱাহাটীৰ স্থায়ী মানুহ নহয় সি। কিন্তু সি গুৱাহাটীৰ স্থায়ী মানুহ নহব কেনেকৈ? গুৱাহাটীত সি কিমান বছৰ থাকিল? ১৯৫৭ চনৰ পৰা নহয় জানো? আৰু এইচোন ১৯৬৭ পায়হিয়েই। অৰ্থাৎ তাৰ গুৱাহাটীত থকা দহ বছৰ পূৰ হয়হি এতিয়া। এই দহ বছৰে গুৱাহাটীৰ সুখ-দুখ, হাঁহি-কান্দোন, ৰং-তামচা, সন্ত্ৰাস-বিভীষিকা সকলোবোৰ কথাতে সি জানো জড়িত নাই? এই চহৰখনৰ সৈতে যোৱা দহ বছৰত অতিকৈ বেছি জড়িত আৰু কোন আছে? তেন্তে গুৱাহাটীৰ স্থায়ীলোক সি নহয় যদি আৰু কোন?

এইয়া কি? টাইডাল দেখোন এতিয়ালৈকে মৰাই নাই সি। সময় ইপিনে গৈ গৈ শেষেই। চাৰে পাঁচ হ'লেই। তাক হেপিভিলালৈ গৈ পাবলৈ লাগিব পোন্ধৰ মিনিট। ছয় বজাত সি গৈ পাবই লাগিব বুলি সি কেতিয়াবাই স্থিৰ কৰি লৈছে। অৰ্থাৎ তাৰ হাতত মাথোন এতিয়া পোন্ধৰ মিনিট সময়। ইয়াৰ ভিতৰতে পেণ্ট পিন্ধা, জোতা মোজা পিন্ধা, টাই মৰা আৰু……। এই আটাইবোৰ কাম। ধেৎ! টাইৰ গাঁঠিটো সি পাহৰিলেই নেকি? নাপাহৰিনো হ'ব কি? যোৱা মাৰ্চ্চ মাহতেই সি টাই তুডাল ওৱাৰ্ডৰোবটোত ভৰাই থলে! আজি কেইমাহ? এপ্ৰিল, মে, জুন, জুলাই, আগষ্ট, চেপ্তেম্বৰ, অক্টোবৰ। সাত মাহ। এই সাত মাহে সি টাইমৰা নাই, কোট পিন্ধা নাই। মাথোন হাৱাইন চাৰ্ট আৰু পেণ্ট। টাইৰ গাঁঠিটো নাপাহৰি কি হ'ব?

চাবাচ। হঠাৎ দেখোন গাঁঠিটো খাই গ'ল। গুৱাহাটীখনো কিন্তু বেচ চহৰ। বছৰৰ সাতমাহ মানুহবোৰৰ হাৱাইন চাৰ্ট আৰু পেণ্ট। বাকী পাঁচটা মাহ কি চাবা। কোট্ পেণ্ট টাই পিন্ধা ফিট্‌ফাট্ চাহাব। এই কথাটোৰেইতো তাৰ মুঠেই ভাল নালাগে। যোৱা বছৰেই সি সিদ্ধান্ত লৈছিল, বাৰ মাহেই সি কোট-পেণ্ট-টাই পিন্ধি থাকিব। গৰমৰ দিনত উলৰ চুট পিন্ধা অসম্ভৱ বুলি গুৱাহাটীৰ আন আন মানুহৰ দৰে সিও জানে। কিন্তু টেৰিলিন? টেৰিলিনৰ কোট-পেণ্টতো সি পিন্ধিব পাৰে। বহুৰূপী সি কেলেই হব? চাহাব হৈছে, চাহাবেই হৈ থাকিব গোটেই বছৰ। পিছে ভবা মতে সি কাম কৰিব নোৱাৰিলে। গোটেই চহৰখনত অকল সি সেইটো ৰূপ ধৰিলে তাৰনো কি লাভ হব? বাটেৰে গ'লে তাক কুকুৰেও নুভুকিব নে? গুৱাহাটীত আকৌ কুকুৰৰ যিহে উৎপাত!

টাইডালৰ ওপৰত এতিয়া চুৱেটাৰটো কিন্তু সি পিন্ধিবই লাগিব। ভিভিৰ তলৰ বুকুৰ খালী ঠাইখিনিত চাৰ্টটোৰ ওপৰেদি টাইডাল ওলমি থাকিব। এছ কালাৰৰ টাই, নেভি ব্লু চুৱেটাৰ, আৰু তলত—অৰ্থাৎ



বেক্ গ্ৰাউণ্ডত বুলিয়েই কব পাৰি আৰু লাইট গ্ৰীণ চেদৰ টেৰিলিন চাৰ্ট। কেনে বঢ়িয়া দেখা যাব। ৰাইট্। আয়নাখনৰ সন্মুখত থিয় হৈ বুজা গ'ল, সঁচাই বঢ়িয়া দেখা গৈছে তাক। পিছে…। পিছে মানে আৰু কি? দুখ কৰি লাভ কি সেইটোত। তাৰ যে স্বাস্থ্য বেয়া সেইটো নহয়। শৰীৰৰ গঠনেই সেইটো তাৰ। চুটি চাপৰ মানুহ সি। মাথোন পাঁচ-ফুট চাৰি ইঞ্চি ওখ সি। হওক। সেইটোনো কিনো দুখ কৰিবলগীয়া কথাটো হ'ল? তাৰ অফিচৰ এছ, ডি, ও নবীন বৰা কিমান ওখ মানুহনো! তাতকৈতো কমেও দুই ইঞ্চি চাপৰ হ'ব? পিছে এছ, ডি, ও নবীন বৰাক তাতকৈ ডাঙৰ দেখি যে? এৰা, সেইটোৰেইতো দুখৰ কথা। নবীন বৰা মানুহজন বেছ হৃষ্ট-পুষ্ট। অস্বাভাৱিক নেদেখি। কিন্তু তাক? তাক মানুহে চুটি-চাপৰ ক্ষীণ-মীণ মানুহ বুলি কয়। এৰা, মই হয়তো ক্ষীণ-মীণ, কিন্তু চুটি-চাপৰ কেনেকৈ হলোঁ? আৰু মই যদি চুটি-চাপৰ, নবীন বৰা কি?

পিছে সিনো অন্ততঃ অলপ শকত হৈ লব নোৱাৰিলে কেলেই আজিলৈকে? অলপ শকত হবলৈ কত চেষ্টা যে সি চলালে আজিলৈকে। প্ৰথমতে সি ডাক্তৰৰ ওচৰলৈকে গৈছিল কিবা অসুখ আছে নেকি পৰীক্ষা কৰাবলৈ। কিমান ডাক্তৰ বগৰালে, সকলোৰে সেই একেটা উত্তৰ, 'কোনো অসুখ নাই। খালী ডাইজেষ্টিভ চিষ্টেমটো উইক্। তাৰ বাবে কোনো ঔষধৰ প্ৰয়োজন নাই। মাত্ৰ খোৱা-লোৱাত সাৱধান হৈ চলিলেই হ'ল।' খোৱা-লোৱাত সাৱধান হৈ সি কিমান্ চলিলে। কিন্তু তাৰ চেহেৰা হ'লে সেই আগৰ দৰেই হৈ ৰ'ল। তাৰ পিছত সি ডাক্তৰ বাদ দি নিজৰ স্বাস্থ্যৰ বাবে নিজেই চেষ্টা কৰাত লাগি গ'ল। প্ৰথমতে খালে ওকাচা টেব্‌লেট্, তাৰ পিছত খালে সাত বছৰৰ পুৰণি সাধনা ঔষধালয়ৰ মৃতসঞ্জীৱনী সুৰা আৰু মহাদ্ৰাক্ষা-ৰিষ্ট। আৰু সৰ্ব্বশেষত খালে চাৰভাই কেমিকেলৰ ভীমগ্ৰেণ টেব্‌লেট্। কিন্তু তাৰ চেহেৰা হ'লে একেদৰে বৈ গ'ল। এই বিজ্ঞাপনবোৰো যে। এইবোৰ চৰকাৰে বাৰু আইনৰ দ্বাৰা বন্ধ নকৰে

কিয় ? কিন্তু চৰকাৰে বন্ধ কৰিব কিয় ? চৰকাৰ নিজেই এটা মিছা বিজ্ঞাপনদাতা !

ওলাই যাবলৈ শেষবাৰৰ বাবে সাজু হৈ সি আয়নাখনৰ সন্মুখত থিয় দিছিল। প্ৰতিচ্ছবিটো দেখাৰ লগে লগেই তাৰ মনটো দ'মি গ'ল। কি পুতৌলগা চেহেৰা তাৰ। মুখখন তাৰ বেছ ধুনীয়াই আছিল। মণিকাই তাক প্ৰায়েই কয়, "এনে মৰমলগা আপোনাৰ মুখখন।' পিছে ক্ষীণ-মীণ চেহেৰাৰ ঘুটমুটীয়া মানুহ এজনৰ তেনে এখন মুখেৰে কি কামত আহিব ? কিন্তু ক'তা ? নাহে বুলিনো কয় কেনেকৈ ? মণিকাৰ দৰে ছোৱালী এজনীয়েও তাক যদি তেনেকৈ কয় তাক আৰু লাগে কি ? মণিকাই তাক তাৰ মুখখনৰ বাবে এদিনহে প্ৰশংসা কৰিছেনে ? বহুত দিন। আৰু সেইয়া তোষামোদ নহয়। তোষামোদ কৰা ছোৱালী মণিকা নহয়। তেওঁলোকৰ ঘৰখন সি ভাল বুলি নকয়। কিন্তু সেইখন ঘৰত মণিকা হৈছে ব্যতিক্ৰম।"

ইতিমধ্যে, দুৱাৰত তলা লগাই কেতিয়ানো সি ৰাস্তাত থিয় দিছিলহি কবই নোৱাৰে।

ৰাস্তাত দুখোজ আগুৱাই আহিয়েই তাৰ মনত পৰিল—ধেৎ! আচল বস্তুটোৱেই দেখোন সি পাহৰি আহিছে। উপহাৰটো ? সি পুনৰ উভতিল। তলা খুলি, বিচনাত পেলাই থোৱা কাঠ-বকলাৰ বাকচটো সি ল'লে আৰু পুনৰ দুৱাৰ বন্ধ কৰি ওলাই আহিল।

উপহাৰটোত অৱশ্যে দাম যথেষ্ট গ'ল। পূৰা ওঠৰ টকা। এটি কেচুৱাৰ জন্মদিনত এইয়া যথেষ্ট খৰছ কৰা হ'ল। সেই হিচাপে ঘৰখনৰ সৈতে তাৰ সম্পৰ্ক কিটো ? তাৰ পেহীয়েকৰ ল'ৰা প্ৰণৱ দাদাকৰ শহুৰেকৰ ঘৰ সেইখন। প্ৰণৱ দাদাকৰ লগত কেইদিনমান ঘৰখনলৈ অহা-যোৱা কৰাৰ পিছত প্ৰণৱ দাদাকৰ খুলশালীয়েক মণিকাজনীক তাৰ বেছ ভালেই লাগি গ'ল। তাৰ পিছত অকলে অকলেও সি মণিকাহঁতৰ তালৈ যাবলৈ ধৰিলে। যোৱা এবছৰে সি ঘৰখনৰ লগত বেছ ঘনিষ্ঠ হৈয়েই পৰিছে। অৱশেষত আজি মণিকাৰ দাদাকৰ



নতুনকৈ হোৱা প্ৰথম ছোৱালীজনীৰ প্ৰথম জন্মদিনৰ উৎসৱলৈ নিমন্ত্ৰণো পালে। ওঠৰটা টকা সি খৰছ নকৰিব কেলেই তাৰ বাবে ? আৰু তেওঁলোকৰ ঘৰখনৰ দৰে ঘৰ এখনলৈ গৈ সাধাৰণ উপহাৰ জানো এটা দিব পাৰি? মণিকাৰ দাদাক মেজিষ্ট্ৰেট। তাৰে তলৰজন আকৌ বিলাতফেৰৎ ইঞ্জিনিয়াৰ। ইঞ্জিনিয়াৰিং কলেজৰ এচিষ্টেণ্ট প্ৰফেচৰ। অলপতে প্ৰমোচন পাই প্ৰফেচৰেই হ'ব হেনো। তেনেকুৱা ঘৰ এখনলৈ জানো কম দামী উপহাৰ এটা লৈ যাব পাৰি ? তাতে আকৌ ঘনিষ্ঠ মানুহ।

পিছে, সি জানো তেওঁলোকৰ ঘৰখনৰ সৈতে সঁচাই ঘনিষ্ঠ ? মণিকাই সদায় তাক তেওঁলোকৰ তালৈ যাবলৈ কয়। সিও যায়। ঘণ্টাৰ পিছত ঘণ্টা কটাই দিয়ে মণিকাৰ লগত কথা পাতি সি। কিন্তু সেইবুলি সি জানো তেওঁলোকৰ ঘৰখনৰ লগত ঘনিষ্ঠ ?

"হেৰি অলপ সাৱধানে খোজ কাঢ়িবচোন ৰাস্তাত। এতিয়াই দেখোন গাড়ীৰ আগত পৰি গ'লহেঁতেন ?" ভদ্ৰলোকজনে গাড়ীখনৰ স্পীড কমাই দি তাক তেনেদৰে গালি পাৰি পুনৰ স্পীড বঢ়াই দি গুছি গ'ল।

এই গাড়ীবোৰৰ কাৰণে আৰু গুৱাহাটীৰ ৰাস্তাত খোজ কঢ়াৰ উপায় নাই। তাৰো অলপ দোষ নোহোৱা নহয়। সি অন্যমনস্ক ভাৱে গৈ থকা বাবে ৰাস্তাৰ মাজেৰেই খোজ কাঢ়ি আহি আছিল। গাড়ীখনে বোধ হয় হৰ্ণ দিছিল। সি শুনা নাছিল। - 'সেই বুলি তুমি এনে অভদ্ৰ ব্যৱহাৰ কৰিবা নেকিহে, ভদ্ৰলোক ? গাড়ী দেখুৱাইছা ? আমি গাড়ী দেখা নাই ? আমি নিজে গাড়ী চলোৱা ভদ্ৰলোক দেখা নাই ?' পিছে যাঃ, গতস্য শোচনা নাস্তি।

এৰা, মণিকাহঁতৰ তালৈ গ'লে দেউতাকে তাৰ ওচৰলৈ আহি 'ভালে আছা নে নাই' বা তেনে দুই এষাৰ কথা কৈ তাক অৱশ্যে দেখা দি যায়। মণিকাৰ মাকৰ ব্যৱহাৰো একেই। ভাত বহা গোটেই খিনি সময় তাৰ লগত থাকে কেৱল মণিকা।

তেওঁৰ দাদাক তুজনৰ এজনতো যোৰহাটতে থাকে। ইজনে পিছে তাক তাৰ গাত খুন্দা লাগিলেও মাতিব নোখোজে। এনে অৱস্থাত সি জানো ঘনিষ্ঠ সেইখন পৰিয়ালৰ সৈতে ?

হঠাৎ তাৰ খোজৰ বেগ হ্রাস পালে। মণিকাৰ দাদাকজনৰ কথা তাৰ মনত স্পষ্ট হৈ উঠিল। ডাঙৰ মানুহ সি বহুত দেখিছে। কিন্তু এনেকুৱা এজন মানুহ! মেজিষ্ট্রেট! মেজিষ্ট্রেটতো সি বহুত দেখিছে। মেজিষ্ট্রেটনো কি ? এটি প্রতিযোগিতামূলক পৰীক্ষা পাছ কৰিলেই হৈ গ'ল। প্রতিযোগিতামূলক পৰীক্ষা মানেই যে টান পৰীক্ষা, সেইটোতো নহয়। আচল মেধাবী ল'ৰাবোৰেতো টেকনিকেল লাইনত গুছি যায়। সাধাৰণ শিক্ষাৰ বাবে যিবোৰ ৰয়, তাৰেও প্রকৃত মেধাবী, প্রকৃত জ্ঞান-পিপাসুবোৰ গবেষণা আদিৰ বাবেই থাকি যায়। প্রশাসনীয় চাকৰি পচন্দ নকৰে তেওঁলোকে। বাকী-বোৰেহে প্রতিযোগিতা মূলক পৰীক্ষা দি মেজিষ্ট্রেট হয়, এছ. ড়ি. ছি. হয়। 'তাতে আকৌ গৌৰৱ কিহৰ! অৱশ্যে তোমাৰ ওচৰলৈ বহুতো অসৎলোকে নিজৰ গলত লগা চিপজৰীৰ পৰা উদ্ধাৰ পাবলৈ আহি তোমাৰ ভৰিত পৰি কাও-বাও হয়তো কৰে। তথাপিও তোমাক গলাব নোৱাৰি সিহঁতে অৱশেষত টকাৰে বশ কৰে। তুমি টকাৰ গোলাম হোৱা। সেয়ে যদি তোমাৰ অহঙ্কাৰৰ কাৰণ, তেন্তে অৱশ্যে তোমাৰ বিৰুদ্ধে কবলৈ একো নাই।'

কিন্তু তাৰ বাবেতো সি তেওঁৰ ছোৱালীৰ জন্মদিনলৈ অহা নাই। সি আহিছে মণিকাৰ বাবেহে, মণিকাৰ আমন্ত্রণ ক্রমে, মণিকাক অসন্তুষ্ট নকৰিবলৈ। কিন্তু মণিকাই সঁচাই জানো তাক বৰ খাতিৰ কৰে? তাক ভাল পায়? কি চিন বাৰু মণিকাই তাক ভাল পোৱাৰ? উৱা! এই ভেটেৰীনাৰী কম্পাউণ্ডটোৰ ভিতৰৰ পথাৰ-খনৰ এই ঘাঁহবোৰ কেনে লহপহীয়া কৈ বাঢ়ি আহিছে। সেউজীয়া ৰংটোও সন্ধিয়াৰ পাতল আন্ধাৰ মিহলি হ'লে ইমান যে ধুনীয়া হৈ পৰে সি আগতে জনাই নাছিল। সঁচাকৈ ইমান সেউজীয়া এই



ঘাঁহবোৰ। ইমান ধুনীয়া। পিচে ধুনীয়া ঘাঁহবোৰ, এই ধুনীয়া ঘাঁহবোৰ বাঢ়ি আহিছে গৰুৰ পেটত সোমাবৰ বাবেহে! এইয়া চেনীকুঠীৰ তিনি আলিটো পাৰ হৈ আহি সি মূল ৰাস্তাত উঠিছিলহি কেতিয়া ? যাওক এইবোৰ।...

পিচে, কি চিন বাৰু মণিকাই তাক ভাল পোৱাৰ? কেলেই ? বেলেগ চিন আৰু তাক কি লাগে? ঘৰখনৰ বাকীবোৰ লোক তাৰ প্রতি ইমান উদাসীন হোৱা স্বত্বেও, মণিকাই যে তাক ইমান আদৰ সাদৰ কৰে, সেইটোৱেই যথেষ্ট নহয় জানো? আজিৰ কথাটোকে ধৰা যাওক। ঘৰখনৰ কোনেও তাক মতা নাছিল। মণিকাই মাথোন আজি সাতদিনমান আগৰে পৰা তাক কৈ আছিল, সি তেওঁলোকৰ তুলতুলৰ, তেওঁলোকৰ এধানমানিৰ জন্মবাৰ্ষিকী-লৈ আহিব লাগিব। প্রথমতে সি কথাটোত একো যেন গুৰুত্বকেই আৰোপ কৰা নাই, তেনে দেখুৱাইছিল। যদিও কথাষাৰ প্রথম শুনাৰে পৰাই তাৰ গৌৰৱৰ সীমা নাছিল। অৱশেষত আজি চাৰিদিন মান আগতে মণিকাই তাক পুনৰ নিমন্ত্রণ কৰি সি আহিবনে নাই পোনপটীয়া ভাৱে সোধাত তামচা কৰি সি কৈছিল, "এই খন ঘৰতো তোমাৰ অকলে নহয়। অকল তুমি মাতিলেই কেলেই আহিম?" "নাহেনেকি মই অকলে মাতিলে? বাৰু মাইও মাতিব। মাই মাতোঁ মাতোঁকৈ আছিলেই নিজে। মইহে কৈছিলোঁ, মই মাতিলেও হ'ব বুলি। মায়েই বাৰু মাতিব তেন্তে আপোনাক।"

মণিকাৰ মাকে নিজে, মাতিব খোজা কথাষাৰ মণিকাই নিশ্চয় সাজি কৈছিল।

তথাপি সি মণিকাৰ কথাত বিশ্বাস কৰা যেন দেখুৱাইছিল। মুঠৰ ওপৰত সিটো নিমন্ত্রণটো বিচাৰেই যেনেকৈয়ে নহওক কিয়। টানত পৰি কলেও মাকে তাকে আহিবলৈ কৈছেতো? সেইটোৱেই তাৰ গৌৰৱ। তদুপৰি মাকে যে নিজে অৱশেষত তাক মাতিছিল, সেইটোও কম আশাজনক কথা নহয় তাৰ পক্ষে। মণিকাৰ কথামতেই মণিকাৰ

মাকে তাক জন্ম-উৎসবলৈ নিমন্ত্ৰণ কৰিলে। গতিকে এদিন যেতিয়া মাকে মণিকাক তালৈ বিয়া দিবলৈ নুখুজিব (নুখুজিব পাৰে। সি ওভাৰচিয়াৰহে। ওভাৰচিয়াৰবোৰক সৰু মানুহ বুলিয়েই ভাবে গুৱাহাটীত), তেতিয়াও তেওঁ অৱশেষত মণিকাৰ কথামতেই সন্মতি দি দিব। মণিকাৰ লগত তাৰ বিয়া হৈ যাব তেনেকৈয়েই।

মণিকা আৰু তাৰ সম্বন্ধৰ ক্ষেত্ৰত অকল জানো এইটোৱেই তাৰ উৎসাহৰ বিষয়? সি যিবাৰ ইলিক্‌ট্ৰিকেল ওভাৰচিয়াৰৰ চাকৰিটো গুৱাহাটীতেই স্থায়ীভাবে পাই গ'ল, সেইবাৰ মণিকাই জানো কম আনন্দ কৰিছিল তাৰ বাবে? মণিকাহঁতৰ তাত সি গৈ তাৰ খবৰটো কোৱাৰ পিছদিনাই তাক তেওঁ নিমন্ত্ৰণ কৰিলে। সি ভবাই নাছিল যে কিবা বিশেষ উদ্দেশ্যত কৰা এইটো নিমন্ত্ৰণ। সদায়ে যোৱাৰ দৰে সেই গধূলিও গৈছিল সি মণিকাহঁতৰ তালৈ। পিছে গৈ সিতো অবাক। কি এক বিৰাট টি-পাৰ্টি। তাৰ সন্মানাৰ্থে। য'ত একমাত্ৰ অতিথিও সিয়েই। চাহৰ লগত হৰেক ৰকমৰ খোৱা বস্তু। মণিকাই নিজ হাতেৰে কৰা বস্তু অৱশ্যে এটাও নাছিল। মিঠাইবোৰ খাই খাই কোনটো বস্তু কোন দোকানৰ পৰা অনা হৈছিল তাক সি সুন্দৰকৈ বুজিছিল। আনকি আজিও তাৰ মনত আছে সেইদিনাৰ মণিকাৰ ওৱান-মেন্ টি পাৰ্টিটোত কোনটো মিঠাই ক'ৰ পৰা অনা হৈছিল। তাৰ ওচৰত মিচিকিয়া হাঁহিৰে মুখখন উজ্জলাই থিয় হৈ থকা মণিকাক সি কৈছিল,—কোনটো বস্তু কোন দোকানৰ পৰা অনা হৈছে সি নিৰ্ভুলকৈ কৈ দিব পাৰে। মণিকাই কথাষাৰত মনোযোগ দিয়াত সি কৈ গৈছিল, 'পুডিং চন্দেছটো যে খালোঁ, সেইটো "কল্পনা"ৰ, ৰসগোল্লাটো আছিল "ৰাজহংস"ৰ, কেক দুটা নিশ্চয় "চেখ ব্ৰাদাৰ্চ"ৰ আৰু এই ভুজিয়াবোৰ কমাৰ পট্টিৰ "জে বি মঙ্খাৰাম"ৰ।' খোৱা হোৱাৰ লগে লগে মণিকাই তাক কৈছিল, 'আপোনাক ধন্যবাদ। কিন্তু এই স্বভাৱটো হ'লে এৰিব লাগিব আপোনাৰ।' উঃ কেনে গম্ভীৰভাৱে যে নিজৰ কৰ্তৃত্ব তাৰ ওপৰত জাৰি কৰি মণিকাই কৈছিল,



'এই স্বভাৱটো হ'লে এৰিব লাগিব আপোনাৰ।' নুবুজাৰ ভাও ধৰি সি মণিকাক সুধিছিল, 'কি স্বভাৱ?' মণিকাই কৈছিল 'এই দোকানে দোকানে চাহ খাই ফুৰা স্বভাৱটো। ইমান বেয়া স্বভাৱটো কৰি লৈছে আপুনি। তাকে লৈ আকৌ ইমান গৌৰৱ!' ইঃ! সি যেনিবা সৰু ল'ৰাটোহে, আৰু মণিকাজনী যেনিবা একেবাৰে মাতৃজনী। কেনে মৰম লাগি যায় মণিকালৈ এইবোৰ কথা মনত পৰিলে। কিন্তু তাৰ ওপৰত কৰ্তৃত্ব স্থাপন কৰিবলৈ মণিকাজনী কোন? যদি মণিকাই তাক ভালেই নাপায়?

হঠাৎ হেপিভিলাৰ চ'কটোত থিয় হৈ থাকি কিবা এটা ৰহস্যৰ কথা উলিয়াই চেমনীয়া ল'ৰাকেইটাই কৰা অট্টহাস্যত সি যেন এখন বেলেগ জগতলৈ ঘূৰি আহিল। উৱা! সি চোন চেনিকুঠিৰ পৰা আহি আহি হেপিভিলাৰ চ'কটো কেতিয়াবাই পালেহি! সি ঘড়ী-টোলৈ চালে। ছয় বাজিবলৈ তিনি মিনিটহে বাকী। বেছ। ঠিক সময়মতেই পাব গৈ সি। সি হেপিভিলালৈ সোমাই গ'ল চ'কটোৰ পৰা। মণিকাহঁতৰ ঘৰ পাবৰ হ'লেই। ইচ্! তাৰ যে কেনে লাজ লাগিছে। বুকুখনেও দেখোন বৰকৈ ধপ্ ধপাবলৈ ধৰিলে। তাৰ ভয় লাগিছেনেকি কব নোৱাৰাকৈয়ে? যাঃ! ভয় লাগিবলগীয়া আছে কি ইয়াত?

এৰা, সি ভয় কৰে কাক? নাই, নাই। সি কোনো মানুহক ভয় নকৰে, কেতিয়াও। কিন্তু তেওঁলোকৰ ঘৰলৈতো আজি বহুত মানুহ আহিব। তাৰে এজনকো সি চিনি নেপাব কিজানি। এটা চুকত যদি অকলে অকলে জুপুকা মাৰি বহি থাকিব লাগিল সি, তাতকৈ দুৰ্য্যোগৰ কথা আৰু কিবা আছেনে?

আৰু উপহাৰটো? তাৰ উপহাৰটো? মণিকাৰ দাদাকৰ বন্ধুবোৰ বৰ ডাঙৰ ডাঙৰ মানুহ চাগৈ। সিহঁতে কিজানি বৰ দামী দামী উপহাৰবোৰ আনিব। সেইবোৰৰ আগত তাৰ উপহাৰটো বৰ নিঃকিন হৈ যাব নেকি বাৰু? বেচেৰী, মণিকাজনীহে লাজত পৰিব তাৰ হৈ

তেতিয়া! অন্ততঃ নবৌৱেকৰ আগত তেওঁ লাজ পাব। নবৌৱেকে হেনো মণিকাক ঠাট্টাই কৰে তাক লৈ। মণিকাই কেবাদিনো জানো তাক ইঙ্গিত দিয়া নাই, নবৌৱেকে তাৰ সৈতে জোৰা দি তেওঁক জোকোৱা সম্পৰ্কে? এই কথা জানিব পাৰি তাৰ পিছে বেছ ভালেই লাগিছে। মণিকাৰ নবৌৱেকজনীক আঁতৰৰ পৰাই তাৰ ভাল লাগি যায়। আজিৰ এই উপহাৰটো লৈয়ো তেখেতে মণিকাক জোকাব নেকি? জোকালে বাৰু মণিকাই কেনে কৰিব? তেখেতে মণিকাক তাকে লৈ ঠাট্টা কৰিলে পিছে? এজন ডেকাক লৈ লগৰ ছোৱালীবোৰে এজনী গাভৰুক যদি সদায় জোকাই থাকে, তাই জানো সেই ডেকাজনৰ প্ৰেমত নপৰি পাৰে? বেছি ভাগ প্ৰেমতো ঠাট্টাৰ ছলেৰেই হৈ উঠা দেখা যায়—বাস্তৱতো আৰু গল্প-উপন্যাসবোৰতো—।

আ—ৰে! সি চোন সঁচাকৈয়ে পালেহিয়েই। মণিকাহঁতৰ পদূলিত আজি কি চোকা বিজুলীপোহৰ। মানুহো চাগৈ হৈছে বহুত। সৌ মানুহবোৰ তেওঁলোকৰ ঘৰৰ পৰাই ওলাই এই ফাললৈ উভতি আহিব ধৰিছে। আই ঔ! হঠাৎ দেখোন তাৰ তলপেটটোত বিষ উঠিল। হাৰে! তাৰ দেখোন অলপ শৌচৰ ভাবো হ'ল লগে লগে! আঃ পেটটোৱে যে কেনে গণ্ডগোলখন লগাই দিলে সঁচাকৈয়ে! বিষাইছেই নে কামুৰিছেই, একো ততকেই ধৰিব নোৱাৰি। ৰাস্তাৰ কাষৰ আন্ধাৰথিনিত সি থিয় দিলে উপাই নেপাই! এনে এটি আনন্দমুখৰ পৰিস্থিতিলৈ গৈ লাভেই বা হ'ব কি, সি যদি গৈ তাত যোগ দিব নোৱাৰে নিজেও। আৰু, মণিকাই যেতিয়া তাৰ ওচৰলৈ আহিব, সি তেতিয়া বাকী সকলো আওকাণ কৰি ঘণ্টাৰ পিছত ঘণ্টা জানো কথা পাতিব নেলাগিব তেওঁৰ লগত? কিন্তু এনেকুৱা এটি ভাব লৈ সেইটো তাৰ পক্ষে কেনেকৈ সম্ভৱ হ'ব?

পেটৰ গোলমালটো অলপ কমিছে নেকি? সঁচাকৈয়ে। পেটৰ কামোৰটোতো নাই এতিয়া। এৰা, অলপ পিছতে সি সম্পূৰ্ণ ভাল পাই যাব। তাৰ এনেকুৱা প্ৰায়েই হয়। অলপ অলপ ভয় লাগিলে,



মনত অলপ অলপ সঙ্কোচ হ'লে, তাৰ প্ৰায়ে তেনে ভাব হয়। তদুপৰি ডাক্তৰে তাকচোন কৈছেই, তাৰ ৰোগ একো নাই; কিন্তু তাৰ ডাইজেষ্টিভ্ চিষ্টেম্‌টো উইক্। অৰ্থাৎ তাৰ খোৱা বস্তুবোৰ হজম হোৱাত গোলমাল হয়।

সি আগুৱাই গ'ল মণিকাহঁতৰ পদূলিলৈ। চোতাল পোৱাৰ লগে লগে সি বাৰাণ্ডালৈ চোঁচা ললে। বাৰাণ্ডাত বেঁতৰ চকী কে'খনমানত চাৰিজনমান মানুহ বহি আছে। মণিকাৰ দেউতাকে তাক তাৰে খালী চকী এখনত বহুৱালে। এৰা, এটা বৰ সংকটৰ মুহূৰ্ত্ত শেষ হ'ল। ইয়াত যদি মণিকাৰ দেউতাক নাথাকিলহেঁতেন, তেন্তে এই অচিনাকি মানুহবোৰৰ মাজত তাৰ যে কেনে এটা অৱস্থা হ'লহেতেঁন!

কিন্তু ইয়াত বহি দেখোন তাৰ আজিৰ এই উৎসৱটো সম্পৰ্কে ধাৰণা সম্পূৰ্ণ সলনি হৈ গ'ল। এটি আনন্দমুখৰ পৰিস্থিতিত সকলোকে আত্মহাৰা হৈ থকা অৱস্থাত সি আহি পাব বুলি ভাবিছিল। এই সময়টিও ঘৰখনত অলেখ মানুহৰ সমাগম হ'ব বুলি সি আশা কৰিছিল। কিন্তু কথা সম্পূৰ্ণ ওলোটাহে দেখা গ'ল। চাৰিজন মাথোন মানুহ ইয়াত বহি আছে। কেনে গম্ভীৰ আটাইকেইজন মানুহেই। যেন একোটা শিলৰ মূৰ্ত্তিহে। সিফালৰ ড্ৰয়িং ৰুমটোৰ পৰা অৱশ্যে মানুহৰ আলাপৰ গুণগুণনি ভাঁহি আহিছে। অ', সেয়া দেখোন মণিকাৰ দাদাক মেজিষ্ট্ৰেটৰ মাতো। ড্ৰয়িং ৰুমটোত তেনেহলে সেইবোৰ তেওঁৰ বন্ধু। বন্ধুবোৰৰ সৈতে তেওঁ ৰং-তামচা কৰিছে। তাৰ লগৰ এই চাৰিজন তেন্তে কোন? তেখেতৰ লগৰ নহয় নেকি? অৰ্থাৎ এই চাৰিজনক মণিকায়েই তাক মতাৰ দৰে মাতিছে নেকি? অৰ্থাৎ এই চাৰিজনৰ সম্পৰ্ক তাৰ লগত তেওঁৰ সম্পৰ্কৰ দৰে এঁকেই নেকি? কি ঠিক! আজিকালিৰ ছোৱালী যিহে। কাৰ্বন কাগজৰ সহায়ত এখন চিঠিৰে ছয় সাতটো কপি কৰি ছয় সাতজন প্ৰেমিকলৈ বিয়াৰ প্ৰতিশ্ৰুতি পঠিয়ায় আজিকালিৰ ছোৱালীবোৰে। পিছে ক'তা? এই মানুহবোৰতো তাৰ বয়সৰ নহয়।

বয়সস্থ মানুহ আটাইবোৰে। ইমান সময়ে সি ভালকৈ চোৱাই নাছিল।

"তুমি অকণমান বহা, উৎপল। আপোনালোক উঠক।" মানুহ চাৰিজন উঠি মণিকাৰ দেউতাকৰ লগত ভিতৰলৈ গ'ল। সি হঠাৎ চিঞৰি দিলে, "মণিকাক মই অলপ মতা বুলি কব দেই।" "বাৰু মই তাইক এতিয়াই পঠিয়াই দিম। তুমি অকণমান বহা।" এৰা, মণিকা সোনকালে আহিলেই হয় এতিয়া। এই উপহাৰটো সোনকালে পঠিয়াই দিয়াই ভাল। লেঠা এটা মৰি থাকে। পিছে এজনী তিৰোতাৰ অচিনাকি মাত ক্ৰমে ক্ৰমে তাৰ পিনে আগুৱাই আহিব ধৰিছে দেখোন ভিতৰৰ পৰা। লগত মণিকাৰ মাতো। সি অলপ প্ৰস্তুত হৈ বহি ললে। বাৰাণ্ডাত এই দুৱাৰমুখতে তাক বহিব দিয়াটো কিন্তু ঠিক হোৱা নাই। তাৰ সমুখেৰে মানুহ অহা-যোৱা কৰিলে তাৰ কেনেবা নালাগে জানো? মাইকী মানুহ আহিলে যে আৰু দিগ্‌দাৰি। অৱশ্যে ধুনীয়া হ'লে কথাটো বেলেগ।

· এইয়া নীহাৰিকা বৰুৱা দেখোন? কবি সাহিত্যিকা নীহাৰিকা বৰুৱা। এখেতো আহিছিল? এতিয়া যায় গৈ চাগৈ? ইমান ওচৰৰ পৰা সি দেখাই নাছিল মানুহজনীক আগতে। তেওঁলোক আহি বাৰাণ্ডাত থিয় হোৱাৰ লগে লগে মণিকাই তাক কলে, "অ' আপুনি আহিছে নহয়? অকণমান বহিব দেই। মই বাইদেউক আগবঢ়াই দি আহোঁগৈ।" এটি শান্ত চাৱনিৰে লেখিকা গৰাকীয়ে তাৰ পিনে চাই পঠিয়ালে। সি যেন অলপ কোঁচ খাই গ'ল। তাৰ পিছত মণিকাই বাৰাণ্ডা পাৰ হৈ চোতালত ভৰি দিলে গৈ। লেখিকা গৰাকীয়ে মণিকাক অনুসৰণ কৰিলে। সি পুনৰ স্বাভাৱিক হৈ বহি ল'লে। এই গৰাকী লেখিকাৰ কবিতাবোৰ যে তাৰ কিমান ভাল লাগে। সি কিয় চিনাকি নহ'ল তেখেতৰ সৈতে? তেখেতেতো বাৰাণ্ডাত বৈ প্ৰশ্নসূচক দৃষ্টিৰে চাইছিলেই তাৰ পিনে। নমস্কাৰ এটি দি সি কিয় কব নোৱাৰিলে তেখেতক,— সি তেখেতক



চিনি পায়? সি তেখেতৰ কবিতাবোৰ পঢ়ে? ধেৎ বৰ সুবিধা এটি গ'ল সঁচাকৈয়ে।

আৰু মানুহজনীলৈকো চাবা কি? কেনে গাভৰুজনী হৈ আছে এতিয়াও। বয়সতো কম হোৱা নাই। তথাপি। আৰু দেখাতো যে ইমান ধুনীয়া। গাৰ ৰংটোও চাবা কি, গালৰ ৰংটোৱেই বা চাবা কি? মানুহজনীও বৰ ভদ্ৰ যেন লাগিল। তাক যে মাতিবই খুজিছিল। সুবিধা এটা সঁচাই নষ্ট হৈ গ'ল আজি। পিছে এয়া তাৰ জানো দোষ? কেলেই? মণিকাই তাক চিনাকি কৰি নিদিলে কেলেই মানুহজনীৰ লগত? এই ভদ্ৰতাখিনি শিকা নাই কেলেই এতিয়াও? নাই এইখিনি ভদ্ৰতা মণিকাই জানে নিশ্চয়। কিন্তু তাক নীহাৰিকা বৰুৱাৰ সৈতে চিনাকি কৰি নিদিয়াৰ কাৰণ বেলেগ কিবাহে। সি কিবা নুবুজে নেকি? সিতো মূৰ্খ নহয়। মণিকাহঁতৰ ঘৰ ডাঙৰ মানুহৰ ঘৰ। এনে এঘৰ মানুহৰ তালৈ তাৰ দৰে এজন ওভাৰচিয়াৰো যে আহে, তাৰ সন্দেহ তেখেতক দিবলৈ মণিকাই লাজ কৰিলে। এই কথা বুজিবলৈ তাৰ বাকী নাই। মণিকাও তেন্তে একে গছৰে গুটি? ইমান ছলনা কিয় তেন্তে মাজতে?

সি মণিকালৈ চাই পঠালে বাহিৰৰ পিনে। মণিকাই তেতিয়া পদূলিত নীহাৰিকা বৰুৱাক বিদায় দি এই পিনে উভতি আহিব ধৰিছে। মণিকাই এইবাৰ তাক দূৰৰ পৰাই মাত দিলে, 'উৎপল ভিনদেউ', (হোঃ! এতিয়া হ'লে ভিনদেউ! নীহাৰিকা বৰুৱাৰ আগত হ'লে ভিনদেউ বুলিলে জাত যায়!) আপোনাক অকলে অকলে বহুত সময় বহুৱাই থলোঁ, বেয়া নাপাব দেই।" "বেয়া কিহৰ পামহে? তুমি জানো শুই আছা?" "এৰা, আপুনি ইমান বুজি পায়, উৎপল ভিনদেউ।" (হোঃ এতিয়া হ'লে ভিনদেউ শব্দটো মুখত আখৈ ফুটাদি ফুটে।)

"পিছে এটা কাম কৰি সহায় কৰি দিয়া।" কথাষাৰ কৈ সি মণিকাৰ মুখলৈ চালে। ইমান ধুনীয়া সঁচাকৈ মণিকাজনী। পাতল

স্বাস্থ্যৰ, সৰু মুখৰ, নিয়মিয়াকৈ ওখ মণিকাজনী। কেনে যে ধুনীয়া। সিমান অথচ বগাও নহয়। বগা হয়তো নহয়েই বুলিব পাৰি। ইমান ধুনীয়া তথাপি।

"কি সহায় কওক।"

"আগতে কৰি দিবানে নাই কোৱা।"

"ঐ ৰাম, আপোনাৰো কথা। পাৰিলে কেলেই নিদিম ?"

"অতিথিক জানো ভেনেকৈ কয় ?"

"সেইবুলি অতিথিৰ কাৰণে হেলা ফুল নাইবা সৰগৰ তৰাতো আৰু আনি দিব নোৱাৰি।"

"তোমালোকৰ কলেজীয়া ছোৱালীবোৰক মুখেৰে আমি বলে পাৰিমনে ?"

"আপোনাৰ মুখখনহে কম ? পিছে কওক কি !" "তুলতুলক লৈ আহা গৈনা।"

"অ' সেইটোহে। তেতিয়াৰ পৰা কোৱা নাই কেলেই ?" মণিকা সোমাই গ'ল। ইমান ধুনীয়া সঁচাকৈয়ে মণিকাজনী। তাৰ মনটো কেনে যে চঞ্চল হৈ উঠিল হঠাৎ। কেনে এখন ধুনীয়া মুখ। এনেকুৱা এখন মুখ সি আৰু কেতিয়াও ক'ত দেখা নাই। দেখাৰ আগৰে পৰাই ঠিক এনেকুৱা এখন মুখাবয়বৰ সন্ধানতেই যেন সি বৈ আছিল। মণিকাক যেন ঈশ্বৰে সঁচাকৈয়ে তাৰ বাবে সৃষ্টি কৰিছিল। পিছে আচৰিত ! পেপচোডেন্ট টুথপেষ্টটো প্ৰথমতে উলিয়াই লগে লগে তাৰ বিজ্ঞাপনত এটি শেঁতা হাঁহি মাৰি ওপৰৰ পিনে চাই থকা যিজনী গা পাতল ছোৱালীৰ ছবি প্ৰচাৰ কৰিছিল, সেই ছবিখন সাইলাখ দেখোন মণিকাৰ ছবি যেন লাগে ? সেই ছবি আঁকা শিল্পীজনে মণিকাক দেখা পাইছিল নেকি ক'ৰবাত ?

সঁচাই এটি অপূৰ্ব্ব সৃষ্টি সেই ছবিখন। পেপচোডেন্টৰ বিজ্ঞাপনৰ কিমান যে ছবি ইতিমধ্যে সি "ফিল্মফেয়াৰ", "ইলাষ্ট্ৰেটেড্ উইক্‌লি", "এছাম্ ট্ৰিবিউনৰ" পৰা কাটি আনি তাৰ ট্ৰাঙ্কত সুমুৱাইছে। পেপচোডেন্ট অৱশ্যে সি ব্যৱহাৰ নকৰে। তাৰ দাঁত পোকে খাব ধৰিছে। তদুপৰি তাৰ দাঁতৰ আলুবোৰ মাজে মাজে উখহে। গতিকে 'ফৰহাঞ্চ' নঘঁহি তাৰ উপায় নাই।



হঠাৎ মণিকা তুলতুলক লৈ সোমাই আহিল। কেনে মৰম লগা এই এবছৰীয়া কেচুৱাজনী। সি তুলতুলৰ আতোল তোলকৰে— কোমল গোলাপী গাল দুখনত টিপা এটা মাৰি চপ্‌কৈ ওঁঠেৰে চুমা এটি খোৱাৰ শব্দ কৰিলে। কেচুৱাজনী খিল্-খিল্‌কৈ হাঁহি উঠিল। সি উপহাৰৰ বাকচটো কেচুৱাজনীলৈ আগবঢ়াই দিলে। কেচুৱাজনীয়ে উপহাৰটো লৈ হাত এখন মেলি তাৰ পিনে চাই হাঁহি থাকিল। মণিকাই উপহাৰটো লৈ ভিতৰলৈ গ'ল গৈ।

মণিকাৰ দৰে ছোৱালী এজনীক পোৱা জানো সহজ পিছে ? ৰূপে গুণে শিক্ষাই মণিকাৰতো তুলনা নাই। এৰা শিক্ষা'ওতো কম নহয় মণিকাৰ। এইবাৰ বি, এৰ প্ৰথমভাগৰ পৰীক্ষা পাছ কৰিলে। অহাবাৰলৈ বি, এৰ ফাইনেল পৰীক্ষা পাছ কৰিব। মণিকা বি, এ হ'ব। উস্ ! মণিকা বি, এ হ'ব—এইভাবতো তাৰ মনলৈ অহাৰ লগে লগে তাৰ বুকুখন কেনে গধুৰ লাগি গ'ল। এৰা মণিকাই যেতিয়া বি. এ পাছ কৰিব তেতিয়াও বাৰু তেওঁ তাক ভাল পাবনে ? তেওঁ তাক বিয়া কৰাবনে ? এজন ওভাৰচিয়াৰক ? সিও কিন্তু সাধাৰণ ওভাৰচিয়াৰ নহয় আকৌ। মেট্ৰিক পাছ কৰিলেইটো ওভাৰচিয়াৰ হ'ব পাৰি। অৰ্থাৎ বহুত ওভাৰচিয়াৰ কলেজ নেদেখা ওভাৰচিয়াৰ। তাৰ কথা কিন্তু সম্পূৰ্ণ সুকীয়া। সি কলেজ দেখাই অকল নহয়। সি কটন কলেজৰ দৰে কলেজ দেখিছে। কটন কলেজত সি দুবছৰ পঢ়িছে। দুবছৰ দস্তুৰমত পঢ়ি আই. এছ. ছি ফেল কৰিছে। তাৰ পিছতহে সি ওভাৰচিয়াৰী পঢ়িছে।

ওভাৰচিয়াৰৰো আকৌ সি ইলেকট্ৰিকেল ওভাৰচিয়াৰ। মণিকাটো সন্দিকৈ কলেজৰ ছাত্ৰী। তদুপৰি হাইস্কুল পাছ কৰাৰ পিছত বি. এ পাছ কৰালৈকে মণিকাৰ আৰু কেইবছৰ পঢ়া হ'ব ? চাৰি বছৰ।

আৰু তাৰ ? কটন কলেজত আই. এছ. ছি. দুই বছৰ ; তাৰ পিছত ওভাৰচিয়াৰীত তিনি বছৰ। পাঁচ বছৰ। তেন্তে মণিকাই বি. এ পাচ কৰিলে বুলিয়েই জানো তাতকৈ বেছি শিক্ষিত হৈ যাব ?

পিছে, এই কেইজন আকৌ কোন কোন সোমাই আহিল ? দুখন গাড়ীৰ পৰা দুজন মানুহ নামি আহিল দেখোন ? কেনে ধুনীয়া স্বাস্থ্যৰ দুয়োজনেই। পোছাক পৰিচ্ছদো বেছ পৰিপাটিয়েই। ডাক্তৰ ইঞ্জিনিয়াৰ বা কোনো এম্. এ পাছ বিষয়া তেন্তে ? তাৰ মনটো কিবা উগুল থুগুল লাগি গ'ল দেখোন। মানুহ দুজন কিজানি অবিবাহিত। উচ্চ শিক্ষা বা ভাল চাকৰি থকা বাবে মণিকাৰ দেউতাকে নিশ্চয় দুয়োকে ভবিষ্যতলৈ মণিকাৰ কাৰণে হাতত ৰাখি থৈছে। ন'হলে আৰু কি হ'ব ? তাৰ মনটো, তাৰ বুকুখন সঁচাই বৰ গধুৰ হৈ পৰিল। চাওঁতে চাওঁতে তেওঁলোক আহি বাৰান্দাত উঠিলহিয়েই। মানুহ দুজনে তাতেই বহিবনে ভিতৰলৈ সোমাই যোৱাৰ কথা ভাবিছে নিশ্চয়। সি কিন্তু নকয় সিহঁতক তাতে বহিবলৈ। সি কিয় ক'ব ? সিও অতিথিহে আৰু।

"অ' তোমালোক আহিছা ? বে'ছ, বে'ছ। তোমালোক নাহাই নেকি বুলি চিন্তাই হৈছিল।" মণিকাৰ দেউতাকে মানুহ দুজনক এনে উষ্মভাবে সম্ভাষণ কৰাত তাৰ মনটো আৰু বেছি গধুৰ, আৰু বেছি বিষণ্ন হৈ পৰিল। 'তোমালোক নাহাই নেকি বুলি মোৰ চিন্তাই হৈছিল।' বাঃ কি যে সম্ভাষণ। ক'তা ? তাকতো তেনেকৈ সম্ভাষণ জনোৱা নাছিল বুঢ়াই। উঃ ! ভগৱান ! কি যে মূৰ্খৰ দৰে মিছা আশাত বন্দী হৈ সি ইমান দিন নষ্ট কৰিলে ইয়াতে। হেৰা অচিনাকি ডেকা দুজন, তোমালোকেই ভাগ্যৱান !

এয়া কি ? মণিকাৰ দেউতাকে আৰু কি কব ধৰিছে তেওঁ-লোকক ? "তোমাৰ নবৌৱেৰা আৰু মাৰা আগেয়ে আহি ভাল কৰিছে। পিছে তোমাৰ দাদাৰা কেতিয়া আহিব ? ......"এঃ যোৱাহে ! যোৰ পুখুৰীৰ পৰা হেপিভিলালৈ আহিবলৈনো কিমান



কষ্ট হয়, যে কামৰ পৰা অহাত অলপ দেৰি হ'লেই ইয়ালৈ আহিব নোৱাৰে ?" মণিকাৰ দেউতাকৰ এই কথাৰ পৰা কি বুজা যায় বাৰু ? তেওঁলোক, অন্ততঃ সৌজন ডেকা যোৰপুখুৰীৰ পাৰৰ। মাক-দেউতাক-নবৌৱেক চব আছে। মানে তেওঁ ইয়াৰ স্থায়ী মানুহ। উঃ ! তাৰ ইমান গৰম লাগিছে কেলেই ! এই এতিয়া কাতিৰ মাহেই পৰেহি ; অথচ সি চোন ঘামিছে গৰমতে ? এৰা, সিও এক মূৰ্খ ! সি কিহৰ স্থায়ী মানুহ গুৱাহাটীৰ ? ভাড়াঘৰত দহ বছৰ থাকিলেই মানুহ জানো গুৱাহাটীৰ স্থায়ী মানুহ হয় ? তাৰ মাটি ক'ত গুৱাহাটীত ? আৰু গাড়ীয়েই বা ক'ত তাৰ ? এৰা, তাৰ বৰ গৰম লাগিছে সঁচাকৈ !

মণিকাৰ দেউতাকে আকৌ ওচৰৰ মানুহজনৰ লগতো কথা পাতিছে। কি বুলিছে, বাপা ? অ' ঠিক আছে। সি বে'ছ বুজিলে। সেই মানুহজন কোন ? মণিকাৰ ডাঙৰ ভিনদেৱেক—যিজনৰ কথা মণিকাই বৰকৈ কয়। উঃ তাৰ মনটো আৰু যে কি হৈ গ'ল ! কিন্তু নাযাবই বা কিয় ? মণিকাৰ ভিনদেৱেকৰ লগত যোৰপুখুৰীৰ পাৰৰ সেই স্থায়ী ডেকাজন আহেই বা কিয়, তেওঁ যদি মণিকাৰ ভাবী স্বামী নহয় ? উঃ, কেনে নিষ্ঠুৰ এই শব্দ দুটা—মণিকাৰ ভাবী স্বামী ! পিছে নিষ্ঠুৰ হ'লেওতো সত্যই কিজানি ! এজনী ছোৱালীক বিয়া দিব পৰাৰ পিছত পুনৰ কন্যাদায়ত থকা পিতৃবোৰে কন্যাদায়ৰ সকলো উৎকণ্ঠাৰ পৰা ৰক্ষা পৰে জোৱাঁয়েকৰ হাতত বাকীবোৰ ছোৱালীক বিয়া দিয়াৰ সেই বোজা অৰ্পণ কৰি। মণিকাৰ দেউতাকেও নিশ্চয় মণিকাৰ ভাবীস্বামী হিচাপে পাইছে যোৰপুখুৰীৰ পাৰৰ এই গুৱাহাটীৰ স্থায়ী ডেকাজনক। পিছে ফল জানো ধৰিব ইয়াৰ পৰা ? এঃ, ডেকাজনৰ শিক্ষা কিমান, কি কাম কৰে—এইবোৰ একো বুজাই নগ'ল নহয় মণিকাৰ দেউতাকৰ সৈতে তেওঁ পতা কথাৰ পৰা। দেউতাক ইতিমধ্যে ভিতৰলৈ গৈছে গৈ। মণিকাৰ ভিনদেৱেকো ভিতৰলৈ গ'ল। বাৰান্দাৰ চকীবোৰত মাথোন সি আৰু সেই ডেকাজন। কেনে থম্ থমকৈ যে বহি আছে দুয়ো। কাৰো মুখত মাত নাই। সি সুধিয়েই পেলাব নেকি ডেকাজনক,

ডেকাজনৰ শিক্ষা কিমান, চাকৰি কি ইত্যাদি? কিন্তু সেয়া যে অভদ্ৰতা। এজন মানুহক তেওঁ কি পাছ আৰু কি চাকৰি কৰে সোধাটো অভদ্ৰতা। এই দুয়োটা কথাকেই এজন অপৰিচিত মানুহক লগ পোৱাৰ লগে লগে আটাইতকৈ বেছিকৈ জানিবৰ মন যায়। এতিয়া এই দুটাই যদি তাক সুধিব নোৱাৰি, তাক মাতিয়েই বা কি লাভ হ'ব তাৰ? বহি আছে, বহি থাওক ভদ্ৰলোক।

শিক্ষা পিছে তাৰ যিমানেই নহওক, তাতকৈ কিন্তু বহুতো ওপৰত এই ভদ্ৰলোক। যিহে কাৰ্ত্তিকৰ দৰে চেহেৰা ভদ্ৰলোকৰ! এই বিষয়ততো সি তাক নোৱাৰে, তাতে আকৌ ভদ্ৰলোক গুৱাহাটীৰ স্থায়ী ডেকা। গুৱাহাটীৰ মানুহবোৰে তেওঁলোকৰ ছোৱালীবোৰ গুৱাহাটীৰ স্থায়ী পৰিয়ালৰ ল'ৰালৈকে দিব খোজে। তাতে ল'ৰাজন যদি ধনী পৰিয়ালৰ ল'ৰা হ'ল তেতিয়াতো আৰু কথাই নাই। ল'ৰা ইপিনে যেনেকুৱা প্ৰকৃতিৰেই নহওক। এনে ধৰণৰ একে ঠাইৰে স্থায়ী ল'ৰা বিচৰাত ছোৱালীৰ মাকবোৰ আৰু বেছি কাল। বিয়াৰ পিছতো যাতে জীয়েকক দিনত অন্ততঃ এবাৰকৈ দেখা পায়, এই কামনা গুৱাহটীয়া মাকবোৰে এৰিব নোখোজে সহজে। গতিকে তোমাৰ কিন্তু বে'ছ আশা আছে, হেৰা, যোৰপুখুৰীয়া ডেকা। তাতে তোমাৰ আকৌ মটৰ গাড়ীও আছে। আৰু সি? সি নিজে কিন্তু সঁচাই এটা ডাঙৰ মূৰ্খ। সিতো ইমান দিনে তাক নিজকে গুৱাহাটীৰ স্থায়ীলোক বুলি ভাবি, মিছাকৈয়ে মণিকাক আশা কৰি কটালে। গুৱাহাটীৰ স্থায়ী হ'ব লাগিলে যে গুৱাহাটীত ঘৰ লাগে, মাটি লাগে, গাড়ী লাগে, এই জ্ঞান তাৰ কিয় নহ'ল ইমান দিনে?

"জোৱাঁই ক'ত গ'ল? অ' ভিতৰলৈ গৈছে নেকি? ভালেই হৈছে বাৰু। আহা তোমালোকে দুয়ো ভিতৰলৈ আহা।" ইঃ কথা চোৱা। 'আহা, তোমালোক দুয়ো ভিতৰলৈ আহা।' মুখত কৈছে তেনেকৈ। অন্তৰত কিন্তু মাতিছে অকল এই যোৰপুখুৰীপৰীয়া ডেকাকহে। নহ'লে অকল তাৰ পিনে চাইহে কথাখিনি নকলে-



হেঁতেন। কিন্তু ভিতৰলৈ এতিয়াতো নগৈ উপায় নাই। আহিছেই যেতিয়া।

ভিতৰলৈকো যাব লাগিল আকৌ ড্ৰয়িং ৰুমৰ মাজেদিহে। অৰ্থাৎ য'ত তুলতুলৰ দাদাক, সেই মেজিষ্ট্ৰেট চাহাব বহি আছে। ধেৎ! জোতাৰ ফিটাডাল আকৌ কেতিয়া স্থুলকি আছিল? জোতাৰ ফিটাডালত গাঁঠিটো মাৰোঁতে যোৰপুখুৰীয়া ডেকা ড্ৰয়িং ৰুমৰ মাজেদি গৈ ভিতৰৰ কোঠা পালেগৈয়েইচোন। ড্ৰয়িং ৰুমত মেজিষ্ট্ৰেটে অলপ আগতে ভিতৰলৈ গৈ অহা মানুহকেইজন আৰু আন মানুহ দুজনৰ লগত বহি আছে। ড্ৰয়িং ৰুমত সোমাই সি মেজিষ্ট্ৰেটৰ চকুৰ পিনে চালে। মানুহজনৰ চকুত কি গম্ভীৰতা! অসহ্য! তাৰ পিনে চাই তেওঁতো নাচাঁহিলেই, আনকি তাক ভিতৰলৈ যাবলৈ ইঙ্গিত এটাও নিদিলে।

পিছে সিও যে কি! ছোৱালীৰ দেউতাকে তাক নেমাতে, নামাতক। সিও যদি তেওঁৰ সমানে গম্ভীৰ দেখুৱাই ড্ৰয়িং ৰুমেৰে গেৰেপ্ গেৰেপ্ খোজ দি পাৰ হৈ গুচি আহিব পাৰিলেহেঁতেন! কিন্তু পাৰিলে ক'ত সি? ৰুমটোত সোমোৱাৰ লগে লগে সি চোন নিজকে ঘুটমুঁটীয়া অকণমান মানুহ এটি যেন অনুভৱ কৰিলে। তাৰ বুকুখন যেন আগতকৈয়ো সৰু হৈ গ'ল। শৰীৰটো আগতকৈয়ো চেপেটা পৰিল, আৰু তাৰ উচ্চতাটো যেন আগতকৈ এফুটমানেই কমি গ'ল। এনে এটা চেপেটা পৰা অকণমান মানুহে চাৰ্টৰ ওপৰতনো বাৰু চুৰেটাৰ পিন্ধি আহিব লাগেনে? চুৰেটাৰটো অকল পিন্ধিলে তাক সঁচাসাঁচকৈয়েই বৰ চেপেটা দেখি। পিচে চুৰেটাৰৰ ওপৰত কোট পিন্ধাৰ উপায় আছে ক'ত এতিয়া? কোট পিন্ধি আহিব পৰাকৈতো জাৰ পৰা নাই। ইপিনে আকৌ শুদা চাৰ্টটো পিন্ধি আহিব পৰাকৈয়ো গৰম নহয়। অক্টোবৰ মাহটোও যে! গান্ধী জন্মিলে কি হ'ব এইটো মাহত?

মণিকাৰ মাকৰ ব্যৱহাৰ কিন্তু সদায় ভাল। কেনে মৰমেৰে

তেখেতে চাহ-মিঠাই খাবলৈ বহা আটাইবোৰ মানুহৰে যত্ন লৈছে। নিজৰ জোঁৱায়েকক যেনেকৈ ইটো সিটো সুধি আছে, যোৰপুখুৰীয়া ডেকাজনকো তেনেকৈ, আৰু তাকো। মণিকাজনী কিন্তু? এওঁ কি সঁচাকৈয়ে বজৰুৱা, খচ্ছৰ ছোৱালী নেকিহে? তাক এই অচিনাকি মানুহমখাৰ মাজত বহুৱাই ক'ত সোমাই আছেগৈ তেওঁ নিজে? 'খোৱাৰ সময়ত যদি এবাৰ এবাৰি মাত দিবৰো সময় নাই, মাতিছিলা কেলেই মোক? ভিনদেৰেৰাৰ কথা তোমাৰ মুখত আখৈ ফুটা দি ফুটে। আজিৰ বাবে নিমন্ত্রণ কৰোঁতে তুমি মোক কি কৈছিলা? ভিনদেৰেৰাৰ লগত চিনাকি কৰি দিম বোলা নাছিলা নেকি? তোমাৰ কথাৰ মূল্য ৰ'ল ক'ত এতিয়া? ভিনদেৰেৰাৰ লগত তোমাক মই সন্দেহ নকৰি কি কৰিম? ভিনদেৰেৰাৰ তুমি প্রেমত পৰিছা। ভিনদেৰেৰাৰ কথা তুমি যেতিয়াই তেতিয়াই কৈ থাকি ভাল পোৱা। সেইদিনাও তোমাৰ ভিনদেৰেৰাৰ, তোমাৰ প্রেমিকৰ কথা কবলৈ তোমাৰ মন গৈছিল। গতিকে এনেয়ে মিছাকৈ মোক কৈছিলা, মোক তেওঁৰ লগত চিনাকি কৰি দিবা বুলি আজি। আৰুময়ো যে কি মূৰ্খ!' তাইৰ এই কথাবাৰো সি বিশ্বাস কৰিছিল। সি ভাবিছিল, ভিনদেৰেকৰ লগত মণিকাই তাক চিনাকি কৰি দিব খোজে, যাতে ভিনদেৰেকৰ সহায়ত মণিকাই তাক সহজতে আৰু সোনকালে স্বামী হিচাবে পাব পাৰে! মূৰ্খ!

তুলতুলৰ মাক কিন্তু বেছ। হাকিমৰ ঘৈণীয়েক এজনী। অথচ কোনো অহমিকা ভাব নাই। চাহ মিঠাই বিলাই দিয়া মানুহতো বহুতেই আছে। তথাপি ভদ্রতাৰ খাতিৰত তেখেতেও এবাৰ কোঠা-টোলৈ আহি সকলোকে পুডিং অকণ অকণ বিলাই দিছে। মুখত কেনে লাজ লাজ ভাৱ; অন্তৰত কেনে নম্রতা। তোমাৰ ছোৱালীক লৈ তুমি সুখী হ'বা হেৰা লক্ষ্মীজনী। উৱা! পিছে তেওঁচোন মণিকাৰ ভিনদেৰেক আৰু যোৰপুখুৰীয়া ডেকাজনক পুডিং বিলোৱা হোৱাৰ পিছত মাত একোষাৰ দিলে; অথচ তাক হ'লে লাজতে যেন নেমাতে,



তেনে ভাব দেখুৱাই গুচি গ'ল। যোৰপুখুৰীপৰীয়া ডেকাজনক যদি মাতিবলৈ লাজ নালাগে, মোক মাতিবলৈ কিহৰ লাজ? মণিকাক এই ডেকাজনলৈ দিবলৈ সঁচাকৈয়ে তেন্তে এটি বিৰাট ষড়যন্ত্র চলিছে ঘৰঘনত? যদি সেইটোৱেই হয়, তাকে স্পষ্টকৈ কৈ নিদিয়ে কেলেই ঘৰখনৰ কোনেও তাক? এই সামান্য কথাটোকে লৈ কিহৰ ইমান লুকাভাকু!

মিঠাইবোৰ খোৱা হোৱাৰ পিছত চাহ আহিল। মিঠাই মানে লগতে লুচি আৰু তৰকাৰীও আছিল। সেইটোৱেহে সৰ্বনাশ কৰিব তাৰ। লুচি মানে যে ভেজিটেবুলত ভাজা লুচি—তাততো আৰু সন্দেহ নাই। আৰু তৰকাৰী মানেতো তাত মচলা লাগিবই। কিন্তু তথাপি সি নোখোৱাকৈ থাকিব নোৱাৰিলে। ইমানবোৰ মানুহৰ আগত সেইবোৰ নোখোৱাকৈ এৰা যায় কেনেকৈ? কিন্তু খোৱাৰ পৰিণতি এতিয়া হ'বগৈ কি? কাইলৈ শৌচ কোঁচা, পৰহিলৈ বা তাৰ পিছদিনালৈ দিনটোৰ ভিতৰত যে কেইবাৰ শৌচ কৰিব লাগিব তাৰ ঠিকনা নাথাকিব।

"অ' ভিনদেউ? আপোনালোকৰ খোৱা হ'লেই? আপুনি ইমান দেৰি কৰিছে, আবেলিতে আহিম বুলি কৈ!" ইঃ ভিনদেৰেককহে দেখা পালে আগতে! ইমান পৰৰ মূৰত অৱশেষত যিও আহিল, তাতো আগতে দেখা পালে ভিনদেৰেককহে। আৰু সুধিছেও কি? 'আপুনি ইমান দেৰি কৰিছে, আবেলিতে আহিম বুলি কৈ!' অৰ্থাৎ এই যোৰপুখুৰীপৰীয়া ডেকাজনক দেখা পাবৰ বাবে তাই অধীৰ হৈ আছিল। আবেলিৰ পৰা তাইৰ গাত তত নাছিল এই ডেকাজনক লৈ ভিনদেৰেক নহালৈকে। 'আৰে, ইমান যদি আকৰ্ষণেই এই বলধৰ দৰে চেহেৰাৰ ডেকাজনৰ প্রতি, মোক কেলেই হাতত ৰাখি থৈছিলা। ইমান দিনে? গুৱাহাটীত কি ছোৱালীৰ অভাৱ নেকি মোৰ বাবে?'

"অ' আপোনাৰ খোৱা হ'ল নহয়? ('ইঃ এতিয়াহে যেন দেখা পালে মোক! ছলনা চোৱা'!) বে'ছ আপোনাক ভিনদেউৰ লগত

পৰিচয় কৰি দিম বুলি যে কৈছিলোঁ। বুজিছে ভিনদেউ, এইয়াই মই যে কৈছিলোঁ উৎপল ভিনদেউ।" (ইঃ এতিয়া হলে উৎপল ভিনদেউ বুলি কৈছা। এই যোৰপুখুৰীপৰীয়া ডেকাজনে যাতে মোক সন্দেহ নকৰি, তোমাক এৰি নাযায়—তাৰে কৌশল। এতিয়া হলোঁ উৎপল ভিনদেউ। তেতিয়া নীহাৰিকা বৰুৱাৰ আগত তেন্তে কিয় নুবুলিলা উৎপল ভিনদেউ?)

"উৎপল ভিনদেৱৰা মানে? ঘৰ ক'ত এখেতৰ?"

(এঃ বৰ ভদ্রলোকটো নোলাবাহে। উৎপল ভিনদেৱেক কোন ক'বই নোৱাৰে। নিজে যেনিবা ইমানহে ডাঙৰ মানুহ, ইমানহে ব্যস্ত মানুহ যে মণিকাৰ উৎপল ভিনদেৱেক কোন তাৰ খবৰ ৰাখিবৰ তেওঁৰ সময় নাই। তুমিনো কিমান ডাঙৰ মানুহহে ভদ্রলোক? ৰিফাইনেৰীৰ একাউন্টেন্ট। মানে একপ্রকাৰ কেৰাণীয়েই আৰু। তাতে তোমাৰ মোক চিনিবলৈ ইমান দিনে সময় হোৱা নাই!)

"কেলেই প্রবীণ ভিনদেউৰ সম্পৰ্কীয় ভায়েক। আপোনাক দেখোন কৈছিলোঁ, মনত নাই?" (কৈছিলাই যদি মনত নাথাকিব কেলৈ। মনত নোহোৱাৰ ভাও জুৰিছে। সহজে মনত থাকে কাৰ? সৰু মানুহৰহে।)

"আপুনি ক'ত থাকে?"

"কেলেই উৎপল ভিনদেউ চেনিকুঠীত থাকে।" মণিকাই তাক বৰ ৰক্ষা কৰিলে। এনে এজন মানুহৰ এই প্ৰশ্নৰ উত্তৰ দিবলৈ সি কেতিয়াও ইচ্ছুক নহয়। মণিকা! তোমাক ধন্যবাদ। তথাপি ভদ্ৰতা বোলা কথা এটা আছেতো। সি মণিকাৰ উত্তৰৰ পিছত মণিকাৰ ভিনদেৱেকৰ পিনে চাই হাঁহিলে! মণিকাই যোৰপুখুৰীৰ পাৰৰ ডেকাজনক 'থাকিব দেই' বুলি কৈ গুচি গ'ল।

হাত মুখ ধুই তেওঁলোক যেতিয়া ড্ৰয়িং ৰুম পালে তেতিয়া ড্ৰয়িং ৰুমত আগতে দেখি যোৱা মানুহবোৰৰ বেছি ভাগেই নাই। মাথোন তাৰ অপৰিচিত দুজন মানুহ মেজিষ্ট্রেটৰ লগত বহি কথা পাতি আছে।



যোৰপুখুৰীৰ পাৰৰ ডেকাজন আৰু মণিকাৰ ভিনদেৱেক ড্ৰয়িং ৰুমতে মেজিষ্ট্ৰেটৰ লগত বহিলত সিও তাতে বহিল। তেওঁলোক বহাৰ খন্তেক পিছতেই মণিকাৰ ভিনদেৱেকে মাছৰ চৰা দাম আৰু চাউলৰ অভাৱৰ বিষয়ে দুআষাৰমান ক'লে। আন কেইজনে এই কথাত যোগ দিলে। মেজিষ্ট্ৰেটেও তেওঁলোকৰ লগত সমানে কথা পাতিলে। কি অভদ্ৰ এই মানুহবোৰ। তাকো তেওঁলোকৰ এই কথাত যোগ দিয়া আশা কৰা দূৰৈৰ কথা, কোনেওচোন তাৰ পিনে উভতিয়েই চোৱা নাই। একোণৰ চোফাখনত সি মাথোন জুপুকা মাৰি বহি আছে।

মেজিষ্ট্ৰেটে চাউল বিতৰণৰ ক্ষেত্ৰত চহৰত চলা দুৰ্নীতি দুটামানৰ কথা তেওঁৰ হাকিমী জীৱনৰ অভিজ্ঞতাৰ পৰা বৰ্ণালে। তেওঁ নিজে উপযাচি এই ৰহস্যজনক দুৰ্নীতিৰ বৰ্ণনা দিয়াত, বাকীবোৰে বৰ যেন উৎসাহিত হৈ অতি আগ্ৰহেৰে শুনিছে।

হাঁহিবলগীয়া কোনো কথা নোহোৱাতো হোৱাই নোহোৱাই তেওঁলোকে খেক্‌খেক্‌কৈ হাঁহিছে। তাৰ বৰ অসহ্য লাগিল।

মেজিষ্ট্ৰেটৰ টাইডাল বাৰু নাইলনৰ নে টেৰেলিনৰ? নাইলনৰ হ'লেও কিন্তু তাৰ টেৰেলিনৰ টাইডালতকৈ দামী হ'ব যেন লাগে। টাইডাল দেখা গৈছে, একেবাৰে বেলেগ ধৰণৰ টাই। ফোৰেইন্ টাইয়েই হ'বলা। সেই গুৱনি টাইডালেৰে মানুহজনকো কিন্তু বেছ ভাল দেখা গৈছে। তেওঁৰ গোটেই বুকুখনতে কেনে এটা সৌন্দৰ্য্য ফুটি উঠিছে সেই টাইডালেৰে। বুকুৰ সেই সৌন্দৰ্য্যবোৰে তেওঁৰ তাৰ চকুত আহি যেন বিন্ধিছে! হঠাৎ তাৰ নিজৰ টাই ডালেৰে তাৰ নিজকে বৰ কুৎসিত যেন লাগিল। আৰু তাৰ এই কুৎসিৎ টাইডালেৰে সি নিজেও যেন একেবাৰে কুৎসিৎ হৈ পৰিছে। ছিঃ! এই টাইডাল পিন্ধি আহিবলৈ তাক বাৰু কিহে পাইছিল? সৌ মণিকাৰ ভিনদেৱেক, সৌ যোৰপুখুৰীৰ পাৰৰ ডেকাজন, আৰু আনকি সৌ অধ্যাপক জনো— এৰা সৌজন অধ্যাপকেই হয়, সি এতিয়াহে চিনি পাইছে তেওঁক— তেৱোঁ টাই পিন্ধি অহা নাই। সৌ মেজিষ্ট্ৰেটৰ গলত অকল টাই—

আৰু ইপিনে মাথোন তাৰ। ছিঃ, কেনে যে বিসদৃশ। নাই, নাই। ইয়াত আৰু থাকিব নোৱাৰি। সি উঠাই ভাল ইয়াৰ পৰা। তৎক্ষণাৎ।

কিন্তু মেজিষ্ট্ৰেটে সেয়া কি ক'ব ধৰিছে? "নীহাৰিকা বৰুৱা অলপ আগতে গ'লগৈ। তেওঁ ইয়াত থকা হ'লে তেওঁৰ এই ৰহস্যজনক দুৰ্নীতিৰ কাহিনীবোৰ শুনি গল্পই লিখিলেহেঁতেন নিশ্চয়।" হাৰে, গল্প লিখিলেহেঁতেন? তেওঁ কয় কি? নীহাৰিকা বৰুৱাই গল্প লিখা তেওঁ দেখিলে ক'ত? নীহাৰিকা বৰুৱাইচোন কবিতাহে লিখে। আৰু মেজিষ্ট্ৰেট চাহাবৰ লগত কথা পাতি থকা এই মানুহবোৰৰে পাণ্ডিত্য চোৱা! সকলোৱে সুধিছে, আনকি সৌ অধ্যাপকজনেও, সৌ সাহিত্যৰ অধ্যাপকজনেও সুধিছে "তেখেতে গল্প লিখে নেকি?" গল্প লিখা মানুহবোৰ কিন্তু সাংঘাতিক প্ৰাণী। তেওঁলোকৰ পৰা সাৱধানে চলিব লাগে।" যোৰপুখুৰীপৰীয়া ডেকাজনে আকৌ সুধিছে কি মেজিষ্ট্ৰেটক? "নীহাৰিকা বৰুৱা আপোনালোকৰ কিবা লাগে নেকি?" বাপৰে বাপ। এই প্ৰশ্নৰ উত্তৰত মেজিষ্ট্ৰেটে তেওঁৰ বুকুখন কেনেকৈ ফিন্দাই উঠি সগৌৰৱে উত্তৰ দিছে, "তেখেত আমাৰ খুড়ীদেউৰ ভনীয়েকৰ জীয়েক। মোৰ ভনী।"

অ' এতিয়াহে বুজিলে সি, উৰহী গছৰ ওৰ ক'ত। নীহাৰিকা বৰুৱাই গল্প লিখে নে নাটক লিখে নে কবিতা লিখে—সেইটো লৈ যে মেজিষ্ট্ৰেটে মূৰ ঘমায় সেইটো নহয়। মাথোন তেওঁ মানুহবোৰক জনাব খোজে, প্ৰখ্যাত নতুন লেখিকা নীহাৰিকা বৰুৱা তেওঁৰ সম্পৰ্কীয় আৰু তেওঁলোকৰ ঘৰলৈ আহে। অৰ্থাৎ তেওঁলোকৰ পৰিয়াললৈ সাহিত্যিকবোৰো আহে, তেওঁলোকৰ পৰিয়ালৰ সম্পৰ্কীয় মানুহৰ ভিতৰত সাহিত্যিকো আছে।

পিছে হেৰা মেজিষ্ট্ৰেট ডাঙৰীয়া, এনেবোৰ কথালৈ তুমি যে গৌৰৱ কৰা, তাৰ বাবে তোমাক ধন্যবাদ। কিন্তু নীহাৰিকা বৰুৱাৰ দৰে স্বনাম ধন্যা কৰি এগৰাকীয়ে গল্প লিখে নে কবিতা লিখে তাক তুমি জনা উচিত



আছিল। কিন্তু আচৰিত কথা এই যে নীহাৰিকা বৰুৱা সম্পৰ্কে মানুহবোৰে মেজিষ্ট্ৰেটক কেতবোৰ সাৰমৰ্মহীন প্ৰশ্ন সুধি আছে আৰু মেজিষ্ট্ৰেটেও তদ্ৰূপ উত্তৰ এটি বিৰাট কৰ্তৃত্বৰ সুৰত দি গৈছে। বেচেৰী নীহাৰিকা বৰুৱা! তাৰ অসহ্য হ'ল। সি আৰু নীৰৱে থাকিব নোৱাৰিলে। সি এজন সামান্য ওভাৰচিয়াৰ হ'ব পাৰে। সৌ মেজিষ্ট্ৰেটৰ দৰে, সৌ প্ৰফেচৰৰ দৰে সি উচ্চ শিক্ষা নাপাব পাৰে; কিন্তু সি অন্ততঃ নতুনকৈ ওলোৱা অসমীয়া কিতাপ কেইখন পঢ়ে। সময় বুজি বঙালী কিতাপো পঢ়ে। আৰু অন্ততঃ বৰুৱাই যে গল্প নিলিখে, তেওঁ কবিতাহে লিখে, সেই কথাটো সি ভালকৈ জানে। সাহিত্যৰ অধ্যাপকে যদি মাছৰ দাম, চাউলৰ অভাৱ—এইবোৰৰ আলোচনাতে সময় কটায়, তাৰ তাত ক'বলগীয়া একো নাই। কিন্তু আধুনিক অসমীয়া সাহিত্যত নীহাৰিকা বৰুৱাই কবিতা লিখে নে গল্প লিখে, তাকতো তেওঁ জানিব লাগে! এয়া হ'ল সাহিত্যৰ অধ্যাপক। প্ৰফেচৰ।

তাৰ আৰু অসহ্য হ'ল। সি ৰৈ থাকিব নোৱাৰিলে। সি কৈ উঠিল "পিছে নীহাৰিকা বৰুৱাই গল্প নিলিখে। তেখেতে কবিতাহে লিখে।" কথাষাৰ কৈ সি এটা বিৰাট ডাঙৰ কাম কৰি পেলোৱা যেন পাইছিল। কিন্তু কি আচৰিত। এই পণ্ডিত মণ্ডলীয়ে দেখোন তাৰ কথাত কোনো গুৰুত্বই নিদিলে। কোনেও তাৰ পিনে কেৰাহি-কৈয়ো আনকি চোৱা নাই। অৱশ্যে গোটেই কেইজনে তেওঁলোকৰ নীহাৰিকা বৰুৱা সম্পৰ্কে চেনিমাৰ খন বন্ধ কৰিলে লগে লগে। যি হ'ক, এইখিনি যে কৰিব পাৰিলে সি। আৰু কি? এয়া দেখোন সাহিত্যৰ অধ্যাপকজনে তাৰ পিনে নোচোৱাকৈ ক'লে, "গল্প, কবিতা যিয়েই হ'ক এবিধ হ'লেই হল আৰু দুয়োবিধেই সাহিত্যৰ অন্তৰ্গত। আৰু সাহিত্যই হ'ল জীৱনৰ দাপোন।"

তাৰ খং উঠিল। সি উঠিল। যাওঁ বুলি বিদায় ললে সি। কোনেও তাৰ কথাত অৱশ্যে গুৰুত্বই নিদিলে। বাৰাণ্ডালৈ ওলাই

আহি সি মণিকাক লগ পালে। মণিকাক সি যাওঁ বুলি ক'লে। "ইচ্ যায়েই ? অলপ নবহে ? ব'লক তেন্তে আপোনাকে আগবঢ়াই দিওঁ।"

মণিকাই তাক বাৰাণ্ডাৰ পৰা চোতালখন পাৰ কৰি পদূলিলৈ লৈ গ'ল। পদূলি খুলি মণিকাও তাৰ লগত ৰাস্তাত থিয় হ'ল গৈ। ৰাস্তাত তিনিখন গাড়ী ৰৈ আছিল। প্ৰথম গাড়ীখনলৈ আঙুলিয়াই মণিকাই তাক ক'লে, "এই যে ফিয়েটখন দেখিছে, এইখন ড্ৰয়িংৰুমত দাদাৰ লগত যে প্ৰফেচৰ জন বহি আছে, তেখেতে আনিছে। তেখেতৰ দেউতাক ডাঙৰ এড্ভোকেট নহয়! মাহে হেজাৰ হেজাৰ টকা উপাৰ্জ্জন কৰে।" তাৰ পিছত মণিকাই দ্বিতীয়খন গাড়ীলৈ দেখুৱাই ক'লে, "আৰু যে এই এম্বেছেডৰখন, এইখন সেই যে যোৰপুখুৰীৰ পাৰৰ ল'ৰাজন আহিছে তেওঁলোকৰ। তেওঁৰ মাক নবৌৰেক আৰু ল'ৰা-ছোৱালীবোৰ আগেয়েই আহি আছেহি। তেওঁলোকক লৈ যাবলৈ আহিছে গাড়ীখনেৰে।" সি মণিকাক এই ছেগতে ল'ৰাজন সম্পৰ্কে টপৰাই সুধি পেলালে, "সেই ল'ৰাজন কোন ?" মণিকাই ক'লে "তেওঁৰ দেউতাক আমাৰ দেউতাৰ এজন পুৰণি বন্ধু। সেইকাৰণে তেওঁলোকৰ গোটেই ঘৰখনৰ আমাৰ ঘৰৰ লগত বৰ মিল, যদিওবা জাতত তেওঁলোক আমাৰ লগত নিমিলে। ল'ৰাজনে পলিটিকেল চাইঞ্চত এম্. এ পঢ়ি আছে। পিছে তেওঁৰ ৰহস্যৰ কথা কি শুনিব। অলপতে কোনোবা এজনী স্কুলীয়া ছোৱালীৰ লগত পলাই গৈছিল। ছোৱালীৰ দেউতাকে পুলিচৰ হতুৱাই ধৰাই আনিছে দুয়োকো ক'ৰবাৰ পৰা।"

তাৰ মনটো হঠাৎ বৰ পাতল লাগিল। আকাশখন যেন মেঘেৰে ঢাকি ধৰি আছিল। হঠাৎ যেন মেঘবোৰ আঁতৰি গ'লগৈ। তাৰ চাৰিওফালে যেন মণিকাই নিয়ন লাইটৰ পোহৰেৰে পোহৰাই তুলিলে। মণিকাক সি যে পাবই তাত সন্দেহ নাই। কেনে বিদ্ৰূপৰ সুৰত মণিকাই ল'ৰাজনৰ বিষয়ে ক'লে তাৰ আগত। মণিকাজনী ইমান



ভাল ছোৱালী। ধেৎ, ইমান পৰে সি তেওঁক যে কেনেকৈ সন্দেহ কৰি আছিল। ইমান ঠেক তাৰ মনটো। আৰু মণিকাৰ গৃহস্থয়ো মণিকাক তালৈ নিদিয়াকৈ নাথাকে। মণিকাইতো ক'লেই, ল'ৰাজন অন্য জাতৰ। অন্য জাতৰ ল'ৰাৰ লগত মণিকাক কেলেই বিয়া দিব মণিকাৰ দেউতাকে ? দিয়া উচিত নহয়। দিয়া উচিত নহয় মানে সি যে জাতি ভেদ মানি চলে সেইটো নহয় আকৌ। জাতি ভেদ সি কেতিয়াও নেমানে। বিভিন্ন জাতিৰ মাজত বিয়া হোৱাটো সি সদায় কামনা কৰে। আনকি, কটন কলেজত আই. এছ. চি. পঢ়োতে এজনী ছোৱালীয়ে এজন ল'ৰাক ভাল পাই শেষত তাইৰ দেউতাকহঁতে জাতি-ভেদ মনা বাবে ল'ৰাটোলৈ তাইক বিয়া নিদিয়াত কেনেকৈ আত্মহত্যা কৰিলে, তাৰ এটা বৰ কৰুণ গল্প লিখিও সি কটন কলেজৰ আলোচনীত দিছিল। অৱশ্যে গল্পটো নোলাল।

"ৰ'ব, আপুনি দেখোন যায় হে যায়। এই গাড়ীখন চিনি নলয় ? এই চিল-চিলকৰে নতুন ফিয়েটখন ? এইখন বুজিছে, আমাৰ কিনিলে। পৰহি মাথোন খালাচ কৰিছে। কেনে ধুনীয়া চাওকচোন। দাদা আৰু দেউতা—দুয়োৰে গাড়ীখন কিনাৰ একান্ত মত আছিল। গাড়ী এখন নহ'লে নো আজিকালি চলে কেনেকৈ ? আপুনি যাওক গৈ দেই।"

সি আগবাঢ়ি আহিল। কিন্তু কি আচৰিত। খোজবোৰ তাৰ ঠিক মতে পৰা নাই কিয় ৰাস্তাত ? মণিকাই কি ক'লে ? গাড়ী এখন নহ'লেনো আজি কালি চলে কেনেকৈ ? এঃ! তাৰ দেখোন কপালখন ঘামিছে আকৌ! 'গাড়ী এখন নহলেনো চলে কেনেকৈ ?' আৰু, সিও যে এমে এটা মূৰ্খ। গধূলি জন্ম উৎসৱলৈ ওলোৱা সময়ত সি বৰ গৌৰৱ কৰা নাছিল জানো, সি এখন কিয়, দুখন লাইফ চাইজ মিৰৰ আনি তাৰ ড্ৰয়িং ৰুমত স্থাপন কৰিব পাৰে ? কিন্তু মণিকাক ? মণিকাক জানো সি স্থাপন কৰিব পাৰে নি তাৰ ঘৰত ? 'গাড়ী এখন নহ'লেনো চলে কেনেকৈ ?' বাপৰে বাপ! সংসাৰখন যে কি হৈছে!

সি বৰ বেগাই খোজ দিছে নেকি ঘৰলৈ ? তাৰ খোজবোৰ ক'ব নোৱাৰাকৈয়ে বৰ খৰ হৈ পৰিছে নেকি ? মানুহে তাক কিবা ভবা নাইতো ? কিন্তু কেনে যে লাগিছে তাৰ। কেনে খাপ-নোখোৱা, খাপ-নোখোৱা সকলোবোৰ কথা। সেই বৃহৎ ছুমহলীয়া অট্টালিকাটোৰ কাষত সৌ খেৰী ঘৰটো বাৰু কেলেই থাকে ? এই একেখন গুৱাহাটী-তেই ? সৌ কাঠৰ ওখ ইলেকট্ৰিক খুটাটোৰ কাষতে লোৰ চুটি ইলেকট্ৰিক খুটাটো বাৰু কেলেই পোতা হৈছে ? একেখন মিউনিচি-পালিটিৰ দ্বাৰাই ? আকৌ এইয়া কেইবজাৰ কোব পৰিল ? সাত-বজাৰ ? সাত বাজিলেই নেকি গুৱাহাটীৰ ঘড়ীত ? ক'তা ? তাৰ ঘড়ীত দেখোন এইয়া ছয় বাজি পঞ্চল্লিছ মিনিটহে ? এইয়া কি ? আকৌ অন্য এঠাইতো সাত বজাৰ কোব পৰা শুনা গ'ল ? এইয়া কেনেকৈ হ'ব ? তাৰ ঘড়ীত দেখোন এয়া ছয় পঞ্চল্লিছ ? উ···আ ! আকৌ অন্য এঠাইত সাত বজাৰ ঘণ্টা বাজিব ধৰিছে ? তেন্তে কি তাৰ নিজৰ সময়টোৱেই অশুদ্ধ ?

হঠাৎ তাৰ গোটেই গুৱাহাটীখন কিবা সাঁথৰ যেন লাগিল ; গুৱাহাটীৰ গোটেই মানুহবোৰক কিবা বিসদৃশ যেন লাগিল। অতি বেগাই সি ঘৰলৈ খোজ দিলে।

আৰু যিমানেই বেগাই খোজ দিলে সিমানেই তাৰ মনত বাজিবলৈ ধৰিলে মণিকাৰ সেই কথাষাৰ "গাড়ী এখন নহ'লেনো চলে কেনেকৈ ? আপুনি যাওকগৈ।"

# এটি আধুনিক প্ৰেমৰ গল্প

বিদ্যুৎ-বন্তি আলোকিত ডিব্ৰুগড়ৰ এক শীতকালিৰ গধূলি। নিউ-মাৰ্কেট'ৰ মেইন ৰোডৰ ফুট-পাথত থিয় হৈ প্ৰমথ ভট্টাচাৰ্য্য ৰৈ আছিল কল্পলতা বৰগোহাঁইৰ অপেক্ষাত। চকুত তেওঁৰ ওপৰলৈ মূৰ দাঙি থকা এক পিয়াসী, নিঃসঙ্গ বগলীৰ দৃষ্টি। মুখত চিন্তাৰ ছাপ। শীতৰ ঠেৰেঙা লগা জাৰক আওকাণ কৰিও ডিব্ৰুগড়ৰ লোকসকলে সেই ডিচেম্বৰৰ গধূলি চহৰৰ জনাকীৰ্ণ ব্যস্ত অঞ্চলটো আৰু বেছি জনাকীৰ্ণ আৰু ব্যস্ত কৰি তুলিছে। প্ৰমথ ভট্টাচাৰ্য্যৰ কিন্তু সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। তেওঁ ফুট-পাথত থিয় হৈ মাথোন একান্তমনে অপেক্ষা কৰিছে—কল্পলতা বৰগোহাঁইৰ আগমনলৈ, নিবিষ্টচিত্তে নিৰীক্ষণ কৰিছে—ৰাজ-বাটেৰে পাৰ হৈ গৈ থকা লানি নিছিগা ৰং বিৰঙৰ মটৰ কাৰবোৰ ; এনেকুৱা কোনো এখন মটৰ গাড়ীতে—নতুন ফিয়েট্ মটৰকাৰতে—কল্পলতা বৰগোহাঁই আহিব। আহি তেওঁৰ ওচৰত ৰৈ যাব। ৰৈ গৈ তেওঁৰ ধুনীয়া ওঁঠ-যুৰিৰে, তেওঁৰ মৰমসনা চকুযুৰিৰে হাঁহি এটি মাৰি দিব মিচিকিকৈ প্ৰমথৰ চকুৰ পিনে চাই। ফেমিনা ষ্টাইলত বন্ধা চুলিৰ খোপাৰে, কৃত্ৰিম হেয়াৰ-ডাইৰে কিচকিচীয়া কৰি তোলা চকুৰ চেলাউৰিৰে, বোৰোলিন বেছ্ কৰি তাৰ ওপৰত হেজ্‌লিন স্নো আৰু ৰোজ পাউডাৰ সানি কমনীয় কৰি তোলা মুখখনিৰে কল্পলতাক যে কেনে ধুনীয়া দেখা যাব তেতিয়া! প্ৰমথ ভট্টাচাৰ্য্য সেই মুহূৰ্ত্তত কল্পলতা বৰগোহাঁইক তেনেই ওচৰতে পাবলৈ উদগ্ৰীৱ হৈ উঠিল আৰু বেছিকৈ। মানুহ, ৰিক্সা আৰু মটৰ গাড়ীৰে ভৰপূৰ ৰাস্তাটোৰ বহুতো দূৰলৈ প্ৰমথে চাই পঠিয়ালে এক পৰম উৎকণ্ঠাৰে—কিজানিবা কল্পলতাহঁতৰ তেওঁৰ চিনাকি ফিয়েটখন তেওঁৰপিনে আহি থকা চকুত পৰেই।

কল্পলতা বৰগোহাঁই যে আহিব তেওঁৰ ওচৰলৈ এই গধূলি—সেই বিষয়ে প্ৰমথ ভট্টাচাৰ্য্যৰ কোনো সন্দেহ নাই। শেষ হৈ যাব ধৰা এই বছৰটোৰ বহুতো গধূলিৰ মাজৰ এই গধূলিটো কল্পলতাই নিজেই বাছি উলিয়াইছিল। কল্পলতাই নিজেই তাক আমন্ত্ৰণ জনাইছিল শীতৰ এই গধূলি ডিব্ৰুগড় চহৰত দুয়ো উন্মুক্ত, অবাধ গতিত ফুৰি-চাকি, হাঁহি-মাতি তেওঁ নিজ হাতে গুঁঠি প্ৰমথক চুৰেটাৰ উপহাৰ দিয়া সেই কথাটো এটি উৎসৱ হিচাপে পালন কৰিবলৈ। কল্পলতাই কৈছিল—এসপ্তাহৰ আগতে হ'লেও কল্পলতাই নিজেই তাক কৈছিল, সেই উদ্দেশ্যেৰে তেওঁ প্ৰমথক উপহাৰ দিয়া তেওঁৰ নিজ হাতে গোঁঠা সেই চুৰেটাৰটো আজি এই সন্ধিয়া পিন্ধি আহিবলৈ। তেন্তে কল্পলতা জানো নাহি পাৰে তাৰ ওচৰলৈ এই গধূলি? এৰা, কল্পলতা আহিব।

কিন্তু তথাপি কিয় কল্পলতা আহি নাপালেহি এই পৰ্য্যন্ত? প্ৰমথ ভট্টাচাৰ্য্যই তেওঁৰ হাতৰ ক'লা ডায়েলৰ, চেপেটা, ডাঙৰ ঘড়ীটোলৈ চাই পঠিয়ালে—৫ বাজি ৩০ মিনিট। তেন্তে কল্পলতা অহা সময় এতিয়াও পাৰ হৈ যোৱা নাই? তেন্তে সি বহুত আগেয়ে আহি পাইছিল নেকি এইখিনি? কল্পলতাই দিয়া সময়তকৈ বহুত আগেয়ে? প্ৰমথ ভট্টাচাৰ্য্যই সেই সময়ত অনুভৱ কৰিলে—তেওঁৰ ভৰি দুখনত বিষ উঠিছে, বহুসময় একে ঠাইতে থিয় দি থাকি তেওঁ ভাগৰি পৰিছে। 'বটমৰ ফোল্ড্ নোহোৱা, টাইট্ ফিটিং ট্ৰাউজাৰ্চ পৰিহিত প্ৰমথ ভট্টাচাৰ্য্যই তেওঁৰ আগজোঙা দীঘলীয়া, ক'লা জোতাজুৰিৰে সেইখিনি-তেই দীঘল দীঘল খোজ দি অলপ যেন বিশ্ৰাম বিচাৰিলে। তেওঁৰ ভাব হ'ল তেওঁৰ যেন অকল ভাগৰ লগাই নহয়, সেই ডিচেম্বৰৰ গধূলি তেওঁৰ যেন গৰমো লাগিছে। তিনিটা বুটামৰ আটিল কোটটোৰ তিনিওটা বুটামেই খুলি দিবলৈ প্ৰমথৰ ইচ্ছা হ'ল।

হঠাৎ পিছ পিনে তেওঁ শুনিব পালে কল্পলতাৰ মাত, "মাই ডিয়াৰ প্ৰমথ দা', এক্সকিউজ্ মি দেই। অক'মান দেৰী হৈ গ'ল।" ভট্টই তৎক্ষনাৎ উভতি চালে আৰু কৈ উঠিল, "ওঃ নেভাৰ মাইণ্ড, নেভাৰ



মাইণ্ড, মিচ্ কল্পলতা। মোৰ এই সময়খিনি ইয়াত অকলে অকলে থিয় হৈ থাকি বেছ ভালেই লাগিছিল।" কল্পলতাই ৰিক্সাৱালাক বিদায় দিলে, আৰু তাৰ পিছত প্ৰমথৰ তেনেই ওচৰলৈ আহি অপৰাধীৰ দৰে ক'লে, "মোৰ সঁচাই অক'মান দেৰী হৈ গ'ল, ভট্টদা। কি কৰিব! ড্ৰাইভাৰটোক কৈছিলোঁ, গাড়ীখন সোনকালে ওভোতাই আনিবলৈ। জানেই নহয়, ককাইদেউৰ পাইল্‌চৰ অপাৰেশ্যন্ হৈছে। নবৌ নিতৌ আবেলি ককাইদেউক লগ কৰিবলৈ যায় হস্পিতাললৈ গাড়ীখনেৰে। আজি সোনকালে গাড়ীখন আনিবলৈ কোৱা স্বত্বেও দেৰি কৰি পেলালে। অৱশেষত গাড়ীৰ আশা এৰি, ৰিক্সাৰেই গুচি আহিলোঁ। বেয়া নেপাবদেই সঁচাকৈ।" ভট্টই টপৰাই কৈ উঠিল, "তোমাকো যে বেয়া পাম বুলি ভাবিব পাৰা!" এটি নৃত্যৰ ভঙ্গীত কল্পলতাই—মূৰটো হাওলাই দি সুধিলে, "সচা কৈছে?" মিচিকিয়া হাঁহি এটি মাৰি প্ৰমথে কলে, "তোমাকো আৰু মিছা কওঁ?"

কল্পলতা আশ্বস্ত হ'ল। তেওঁ প্ৰমথক সুধিলে, "বলক এতিয়া, কলৈ যাব?"

"কলৈ যাবা?" প্ৰমথে ওলোটাই প্ৰশ্ন কৰিলে।

"আপুনি যলৈকে নিয়ে। আপোনাক মই এটি উপহাৰ দিছোঁ—মোৰ মনৰ সমগ্ৰ মনোযোগেৰে মোৰ দুই হাতৰ আঙুলিৰ সমস্ত আহৃত কৌশলেৰে, মোৰ জীৱনৰ দিনবোৰৰ ভালেখিনি সময়েৰে মই সাজি তুলিলোঁ আপোনাৰ বাবে ক্ষুদ্ৰ কিবা এটি। তাক মই মোৰ অন্তৰৰ সকলোখিনি মৰমেৰে আপোনাক উপহাৰ দিছোঁ। তাক আপুনি কেনেদৰে গ্ৰহণ কৰে, তাৰ বাবে আপুনি কিভাৱে আনন্দ কৰে—সেয়া আপোনাৰেই কথা।"

"কিন্তু আজিৰ এই প্লেন্‌টোতো তোমাৰ নিজৰ আছিল। বহুতো দিনৰ মাজৰ পৰা এই এটা দিন তুমি বাছি উলিয়াইছিলা। এতিয়া কলৈ যাম, সেইখিনিও তুমি কৈ নিদিয়া কেলেই? বাৰু ময়েই ক'লোঁ, এতিয়া অকণমান ৰিফ্ৰেচ্ড্ হৈ লওঁহক। কোন ৰেষ্টোৰাঁত, কোৱা?"

লগে লগেই কল্পলতা বৰগোহাঁয়ে এটি মিচিকিয়া হাঁহি মাৰি দিলে আৰু প্ৰমথ ভট্টাচাৰ্য্যৰ কাণৰ ওচৰলৈ তেওঁৰ মুখখন আনি কৈ উঠিল, "ডায়েমণ্ড"।

"এজ্ ইউ লাইক্ ইট্।" প্ৰমথ ভট্টাচাৰ্য্যই সন্মতিত মূৰ দোঁৱালে।

লগে লগে দুয়ো ফুট্ পাথেৰে সমানে সমানে খোজ দিলে ডায়েমণ্ড ৰেষ্টুৰেণ্টলৈ।

ডায়েমণ্ড ৰেষ্টুৰেণ্টৰ এটি সৰু কোঠাত সোমাই এখন টেবুলক কেন্দ্ৰ কৰি দুয়ো বহি লোৱাৰ পিছত প্ৰমথ ভট্টাচাৰ্য্যই দেখিলে, কল্পলতাৰ মুখখন ফ্লুৰোশেচেণ্ট্ লাইটৰ পোহৰত অস্বাভাৱিক ধৰণে উদ্ভাসিত হৈ উঠিছে। প্ৰমথ ভট্টাচাৰ্য্যই তধা লাগি চাই ৰল কল্পলতাৰ মুখখনিৰ পিনে। কল্পলতাই যেন বুজি পালে প্ৰমথৰ মনৰ ভাব; তেওঁ সুধিলে, "কি চাইছে এই পিনে? কিবা নেদেখা বস্তু দেখিছে মোৰ মুখত?"

প্ৰমথে কৈ উঠিল, "এৰা যিমানেই তোমাক বেছিকৈ দেখিছোঁ, যিমানেই তোমাৰ বেছিকৈ সান্নিধ্যত আহিছোঁ সিমানেই ভাব হৈছে, মই যেন তোমাক নতুনকৈ দেখিব ধৰিছোঁ। তুমি কি আচৰিত, কল্পলতা!"

কল্পলতাৰ মুখত হাঁহি বিৰিঙি উঠিছিল। এক পৰম নম্ৰতাত লেতুসেতু হৈ পৰি সমুখৰ টেবুলখনত হাত দুখনি থৈ, তেওঁৰ উঠন বুকুখন টেবুলতে হেঁচি ধৰি কল্পলতাই চকুযুৰি মুদি দিছিল। লগে লগে অজ্ঞাতসাৰেই প্ৰমথৰ হাতখন কল্পলতাৰ পিঠিলৈ গ'লগৈ। প্ৰথমতে কল্পলতাৰ পিঠিৰ কাপোৰৰ ওপৰত আৰু তাৰ পিছত ক্ৰমে ক্ৰমে ওপৰলৈ হাত তুলি আনি প্ৰমথে তেওঁৰ আঙুলিবোৰ কল্পলতাৰ গলত আৰু গলৰ তলৰ বগা, কোমল মঙহখিনিত বুলাই দিলে। কল্পলতাই তৃপ্তিত চকুযুৰি মুদি একে ধৰণেই টেবুলত হাতত ভৰ দি বহি ৰ'ল। ক্ৰমে কেমে প্ৰমথে তেওঁৰ হাত কল্পলতাৰ গল আৰু পিঠিৰ পৰা বগৰাই গাললৈ আনিলে। এনেতে চাহ দোকানৰ 'বয়্' এজনে পৰ্দ্দাখন দাঙি



দি সুধিলেহি, "কি খাব?" লগে লগে প্ৰমথ ভট্টাচাৰ্য্য আৰু কল্পলতা বৰগোহাঁয়ে উচপ খোৱাৰ দৰে উঠি সংযত হৈ ললে। প্ৰমথে ক'লে, "দুকাপ স্পেচিয়েল্ কফি, আৰু?" এটি প্ৰশ্নসূচক দৃষ্টিৰে প্ৰমথে 'বয়্'টোৰ পৰা চকু ঘূৰাই আনি কল্পলতাৰ পিনে চালে। লগে লগে কল্পলতাই 'বয়্'টোক কৈ উঠিল, "দুটা ফ্ৰুট্ কেক্, আৰু দুটা চিকেন্ কাট্লেট্!"

ল'ৰাটো ওলাই যোৱাৰ লগে লগে কল্পলতাই প্ৰমথৰ পিনে চাই এটি হাঁহি মাৰিলে। প্ৰমথে ক'লে, "এনে এটা দিন সদায় নাহে, নহয়?"

কল্পলতাই শলাগিলে, "এৰা, এনে এটা দিন সদায়ে পোৱা নাযায়।"

তেওঁলোকে আনিবলৈ দিয়া বস্তুবোৰ এবিধ এবিধকৈ লাহে লাহে আহি পাইছিল। কাট্লেট্ কাটি কাটি কল্পলতাই কৈছিল, "অল ইণ্ডিয়া ৰেডিঅ'ই মোক আৰু চাৰিটা গানৰ বাবে মাতিছে। কি গান গাম এইবাৰ, কওকচোন। কাৰ কাৰ গান?"

প্ৰমথে তেওঁৰ প্লেটৰপৰা এটুকুৰা কাট্লেট্ কল্পলতাৰ প্লেটত দিলে। কল্পলতাই জিভাখন উলিয়াই কৈ উঠিল, "মাই গড্! কি কৰিলে?" প্ৰমথে যেন একো কৰাই নাই তেনে ভাবত গম্ভীৰ হৈ কৈ গ'ল, "আৰু প্ৰগ্ৰেম্ পাইছা? বেছ। এয়া গৌৰৱৰ কথা। নহয় জানো?"

"কাৰ গৌৰৱ?" কল্পলতাই সুধিলে তেনেই আজলীজনীৰ ভাও লৈ।

"প্ৰমথে ক'লে, তোমাৰ। আৰু লগতে, মোৰো।"

কল্পলতাৰ মুখত পুনৰ হাঁহি বিৰিঙি উঠিল। তেওঁ সুধিলে, "আপোনাৰ গৌৰৱ কেলেই?"

প্ৰমথে উত্তৰত কল্পলতাৰ চকুৰ পিনে চাই মাথোন এটি হাঁহি মাৰিলে। দুয়ো তাৰ পিছত খোৱাত লাগিল। কিছুসময় নীৰৱে

খোৱাৰ পিছত কাট্‌লেট্ খোৱা শেষ হ'ল। এইবাৰ কেক্ দুটা খাবলৈ দুয়ো কেকৰ প্লেট দুখন ওচৰলৈ টানি আনিলে। কল্পলতাই তেওঁৰ কেকৰ পিচটোৰ পৰা কিছু অংশ চামুচৰ আগেৰে কাটি প্ৰমথৰ প্লেটত দিলে। প্ৰমথে কৈ উঠিল, "মাই গড! কি উৎপাত।" একো যেন ঘটাই নাই, তেনে এটি ভাবত কল্পলতাই প্ৰমথক এজনী কেঁচুৱা ছোৱালীৰ দৰে ঠেঁহ পাতি সুধিলে, "কওক না, প্ৰমথদা। কোন চাৰিটা গান মই গাম এইবাৰ ৰেডিঅ'ত?"

প্ৰমথে উত্তৰত একোকে নামাতি মাথোন কল্পলতাৰ চকুলৈ চাই হাঁহিলে। এটি দুষ্ট হাঁহি। কল্পলতাই ক'লে "ধেৎ, আপুনি ইমান বেয়া, প্ৰমথ দা। মোক লৈ আপুনি মাথোন খেলাকেই খেলি গৈ থাকে।"

ভট্টই এইবাৰ কৈ উঠিল, "হয় তোমাক লৈ মই খেলা কৰোঁ, সেইটো মোৰ নিচা। মোৰ ব্যক্তিগত নিচা। কিন্তু তোমালোক ছোৱালীবোৰে যে নিয়মিত ভাবে ল'ৰাক লৈ খেলা কৰা, সেইটো তোমালোকৰ সামূহিক পেশা।"

"ধেৎ, আপুনি এনেকুৱা নিষ্ঠুৰ কথাও কব পাৰে!" কল্পলতাৰ মুখত কৃত্ৰিম খং।

এক আত্মতুষ্টিৰ ভাৱত প্ৰমথ ভট্টাচাৰ্য্যই ক'লে, "এৰা, এটা নিষ্ঠুৰ সত্য।"

ভট্টৰ এই কথা মুখৰপৰা ওলোৱাৰ লগে লগে কল্পলতাই ভট্টৰ ওঁঠত তেওঁৰ হাতেৰে হেঁচি ধৰি ভট্টৰ মুখখন বন্ধ কৰি দিলে। ভট্টই তাৰে মাজতে হাঁহি দিবৰ চেষ্টা কৰিলে।

পূৰা পঞ্চল্লিছ মিনিট তেওঁলোকে ৰেষ্টুৰেণ্টত বহি কটোৱাৰ পিছত দুয়ো তাৰপৰা ওলাই আহিবলৈ থিয় হ'ল। সেই সময়তে প্ৰমথে দেখিলে আগ মূৰৰ কেইডালিমান চুলি কল্পলতাৰ কপাললৈ ওলমি পৰিছেহি। প্ৰমথে অতি মৰমেৰে চুলি কেইডালি কপালৰপৰা তুলি সংযত কৰি দিলে। কল্পলতাই তেনেই ভাল ছোৱালীজনীৰ দৰে অলৰ-অচৰ হৈ থিয় হৈ ৰ'ল সেইখিনি সময়! তাৰ পিছত দুয়ো ওলাই আহিল।



"এতিয়া কলৈ যাবা? ঘৰলৈ?" প্ৰমথে সুধিলে।

"নাই, ঘৰলৈ উভতিবলৈ এতিয়াই মন যোৱা নাই, প্ৰমথ দা। অন্য কৰবালৈ বলক, এনে এডোখৰ ধুনীয়া ঠাইলৈ—য'ত আমি দুয়ো নিৰ্বিঘ্নে সময়বোৰ আমাৰ ইচ্ছামতে কটাই দিব পাৰোঁ।"

"কলৈ যাবা, তুমিয়েই কোৱা। তোমাৰ ইচ্ছাই জানো মোৰ ইচ্ছা নহয়?"

"আপুনি যলৈকে যোৱাটো ভাল দেখে তালৈকে বলক ভট্টদা, এডোখৰ ধুনীয়া ঠাইলৈ, এটি শান্তিৰে ভৰা পৰিবেশলৈ।"

প্ৰমথ আৰু কল্পলতাই ফুটপাথেৰে লাহে লাহে খোজ কাঢ়ি গৈ আছিল। প্ৰমথে সুধিলে, "একেবাৰে প্ৰকৃতিৰ বুকুলৈ যাবা—নীৰৱ-নিতাল প্ৰকৃতিৰ বুকুলৈ?"

"ওহো, প্ৰমথ দা। নীৰৱ-নিতাল প্ৰকৃতিৰ বুকুলৈ কেতিয়াও নাযাওঁ। এনে এডোখৰ ঠাইলৈ বলক—য'ত প্ৰকৃতিৰ নিৰিবিলি বুকুত মানুহৰ নিপুণ হাতৰ পৰশ আৰু সৌন্দৰ্য্য-পিপাসু মনৰ ৰহণ পৰিছে।"

প্ৰমথে লগে লগে মূৰ দুপিয়াই কৈ উঠিল, "বচ, হৈছে তেন্তে। বলা বৰবাৰীলৈ।" ৰাস্তাৰে যাব ধৰা টেক্সী এখন লগে লগে প্ৰমথে হাত দাঙি ৰখালে আৰু দুৱাৰখন খুলি দি তেওঁ নিজেই কল্পলতাক তাত উঠিবলৈ নিৰ্দ্দেশ দিলে। কল্পলতাই উঠি লৈ কোলাত ডাঙৰ লেডীজ্ হেণ্ড্ বেগটো লৈ বহাৰ লগে লগে প্ৰমথো তেওঁৰ ওচৰতে বহি পৰিল। গাড়ীখন চলিবলৈ ধৰিলে বৰবাৰীমুৱাকৈ।

চলমান মটৰ গাড়ীখনৰ দোলনটো কল্পলতা আৰু প্ৰমথ দুয়োৰে ভাল লাগিল। কল্পলতা বৰগোহাঁয়ে তেওঁৰ পথ পৰিক্ৰমাৰ এই সময়ছোৱাত এবাৰ বাহিৰৰ পিনে, এবাৰ ভিতৰৰ পিনে চাই পঠিয়ালে। কানৈ কলেজৰ সেই অঞ্চলটো পোৱাৰ লগে লগে কল্পলতাই কৈ উঠিল, "কেনে যে লাগে মনটো এই অঞ্চলটো পালেই। পঢ়া অৱস্থাৰ

ৰঙীণ দিনবোৰ চকুৰ আগত ভাঁহি উঠে। লগে লগে মনটো বিষণ্ণ হৈ উঠে নে আনন্দত নাচি উঠে জানো!"

প্ৰমথে ক'লে, "আৰু মোৰ? এই অঞ্চলটো পালে মনত পৰে গুৱাহাটীৰ পাণবজাৰ খনলৈ—পাণৰজাৰৰ কটন কলেজৰ চৌহদটোলৈ। কেনে যে লাগে মনটো সঁচাকৈয়ে।"

মটৰখন আগবাঢ়ি গৈ আছিল। লাহে লাহে তেওঁলোকৰ গাড়ীখনে ৰেল লাইনৰ কাষৰ ৰাস্তাটো এৰি বাওঁপিনৰ নালিয়াপুলৰ পিনলৈ ঘূৰি আহিছিল! তাৰ পিছত চাৰ্কিট হাউচৰ পিনলৈ বুলি পুনৰ সোঁপিনে ঘূৰিছিল। চাৰ্কিট হাউচৰ সমুখৰ মুকলি পথাৰখন তেতিয়া সেমেকা জোনৰ পোহৰেৰে উপচি আছিল। ঘাঁহনিৰ ওপৰৰ কুঁৱলীবোৰ যেন ঘাঁহনিৰ ওপৰতে গোট খাই খাই ডাঠ হৈ বৰফ হৈ পৰিব খুজিছিল। জোনৰ শেঁতা পোহৰৰ মাজেৰে দেখা সেই হিমকণাবোৰলৈ চাই চাই কল্পলতাই আমোদ পাইছিল। মটৰ আগবাঢ়ি গৈছিল।

অৱশেষত তেওঁলোকৰ গাড়ী গৈ বৰবাৰীৰ মেডিকেল কলেজৰ চৌহদ পোৱাৰ আগৰ চাহ-বাগিচাখন পাইছিল। লগে লগেই প্ৰমথে ড্ৰাইভাৰক গাড়ী ৰখাবলৈ নিৰ্দ্দেশ দিলে। গাড়ীখন বিদায় দি কল্পলতা বৰগোহাঁই আৰু প্ৰমথ ভট্টাচাৰ্য্য ৰাস্তাত থিয় হল। চাফ-চিকুণ, পকা, নিৰ্জ্জন ৰাস্তা—চাহ বাগিচাৰ মাজে মাজে পৰি আছে দীঘল হৈ। বাওঁ ফালে সমান সমান দূৰত্বত শাৰী শাৰী উজ্জ্বল পোহৰৰ টিউব্ লাইটে—চৌপাশৰ তুষাৰকণাবোৰ ঠেলি ঠেলি পোহৰাই তুলিছে গোটেই অঞ্চলটো। দুয়োকাষে দূৰলৈ জোনৰ সেমেকা, নিস্তেজ পোহৰত শুই আছে চাহগছবোৰ—নীৰৱ, নিতাল আৰু নিথৰ হৈ। কল্পলতা আৰু প্ৰমথ গৈছিল সেই মানুহ আৰু প্ৰকৃতিৰ সংযোগত সৃষ্টি হোৱা নৈশ সৌন্দৰ্য্যৰ মাজত। মাত নাছিল তেতিয়া কোনো জনৰ মুখতেই। দুয়ো ৰাস্তাৰ কাষলৈ গৈছিল আৰু চাই পঠিয়াইছিল চাহ-বাগিচাৰ ওপৰেদি দূৰলৈ। বহুতো সময়লৈ চাই আছিল দুয়ো একেলগে বহুতো দূৰলৈ।



কিমান সময় দুয়ো তেনেদৰে কটাই দিছিল তাৰ হিচাপ ৰখা নাছিল তেওঁলোকৰ কোনেও। তাৰ পিছত তেওঁলোকে মেডিকেল কলেজৰ চৌহদৰ ভিতৰলৈ সোমাই গ'ল। কলেজৰ চৌহদৰ নিৰ্জন, পৰিস্কাৰ, বিদ্যুৎ-বন্তি আলোকিত ৰাস্তাবোৰেৰে দুয়ো তেনেই ওচৰা-ওচৰিকৈ খোজ কাঢ়ি ফুৰিছিল। দুয়োৰে মাজত চলি আছিল অন্তহীন, সংযোগহীন টুকুৰা-টুকুৰি অনেক কথা—যি কথাই একোকে নুবুজায়, অথচ যি কথাই ইটোৰ আৰু সিটোৰ মাজত পৰম এক সৌহাৰ্দ্দ্যৰ সৃষ্টি কৰি টানি আনে দুয়োকে তেনেই ওচৰলৈ।

বিক্সা এখন লৈ যেতিয়া তেওঁলোক দুয়ো উভতি আহে, বৰবাৰী তেতিয়া নিতান্ত নিৰ্জ্জন, নিঃশব্দ। নিৰ্জ্জন-নিঃশব্দ তেতিয়া ইফালৰ খলিহামাৰী, বিহাবাৰী, চৌকিডিঙ্গি, চিৰিং চাপৰিও।

লাহে লাহে শীত আঁতৰি যায়; বসন্ত আহে। ডিব্ৰুগড় চহৰৰ বুকুলৈ, যান্ত্ৰিক যুগৰ মানুহৰ হাতেৰে নিৰ্ম্মিত, কৃত্ৰিম সৌন্দৰ্য্য সৃষ্টিৰ বাবে সুসজ্জিত ডিব্ৰুগড় চহৰৰ বুকুৰ ঠায়ে ঠায়ে বৈ থকা হাবি-বনবোৰলৈ গছ-লতিকাবোৰলৈ বসন্ত আহে। বসন্ত আহে—ডিব্ৰুগড় চহৰৰ পৰিয়ালবৰ্গৰ ঘৰৰ সমুখৰ ফুলনিবোৰলৈ; লুইতৰ বুকুৰ খৰালিৰ বিস্তৰ বালি-চাপৰিবোৰলৈ। বসন্ত আহে প্ৰমথ ভট্ট আৰু কল্পলতা বৰগোহাঁইৰ মনলৈ, প্ৰাণলৈকো।

বসন্তৰ এটি উদাস দুপৰীয়া এদিন অতি স্বাভাবিক ভাৱেই প্ৰমথৰ মনটো অশান্ত হৈ উঠিল। তেওঁৰ নিজকে বৰ নিঃসঙ্গ লাগিল। চৌকিডিঙ্গিৰ তেওঁলোকৰ সেই প্ৰকাণ্ড, প্ৰাচীন ঘৰটোৰ বৃহৎ পৰিয়াল-টোৰ অতবোৰ মানুহৰ মাজতো প্ৰমথৰ মনটো তেনেই বিষণ্ণ তেনেই উদাস হৈ পৰিল। প্ৰমথে আৰু ঘৰত বহি থাকিবলৈ টান পালে। দুপৰীয়া ভাত খাই উঠিবৰ কিজানি এঘণ্টাও হোৱা নাই। এতিয়াই মানুহৰ ঘৰলৈ, কল্পলতাহঁতৰ ঘৰলৈ ফুৰিবলৈ যাবৰ নিশ্চয় হোৱা নাই। তথাপি ঘৰতে আৰু এনেকৈ জুপুকা মাৰি বহি থাকিব নোৱাৰি। প্ৰমথ ভট্টাচাৰ্য্য পিন্ধি উৰি ওলাবলৈ লাগি গ'ল। খন্তেক

পিছতে তেওঁ ৰাস্তাত খোজ দিলে—চিৰিং চাপৰিৰ অভিমুখে, কল্পলতা বৰগোহাঁইৰ ঘৰৰ পিনে।

এনে এটি বসন্তৰ দুপৰীয়া চিৰিংচাপৰিখন সুশান্ত নিতাল কল্পলতাৰ চিৰিং চাপৰিখন কেনে যে মোহনীয় হৈ উঠিছে চাগৈ। আগন্তুক গৰমকালিৰ উষ্ণ আভাসে সোৰোপা কৰি তোলা মানুহবোৰ এই দুপৰীয়া ঘৰত সোমাই বিশ্ৰাম লৈ আছে, সিহঁতৰ ঘৰৰ সমুখৰ ফুলনিবোৰত ফুলি উঠা গোলাপ, তগৰ, কামিনীকাঞ্চনবোৰ, সিহঁতৰ পদূলিত ফুলি উঠা মাধৱী লতা, কুঞ্জলতা অথবা গুলঞ্চবোৰ ফাগুনী বতাহত তুৰু তুৰু কঁপি আছে। সেই সৌন্দৰ্য্য চাই চাই, নিতাল নিৰ্ব্বাক চিৰিং চাপৰিৰ সেই মাধৱী সৌন্দৰ্য্য চাই চাই প্ৰমথ যাব কল্পলতাৰ ঘৰলৈ।

চিৰিং চাপৰি সোমোৱাৰ লগে লগে প্ৰমথৰ মনটো যেন আৰু অলপ বিষণ্ণ হৈ উঠিল, আৰু অলপ উদাস হৈ উঠিল। চিৰিং চাপৰিৰ দুপৰীয়াৰ জনপাতল বাটটোৰ দুই কাষৰ ঘন গছ-গছনি, বাঁহনি-বোৰত উঠি থকা পাছোৱা বতাহৰ জৰ জৰ শব্দটোৱে যেনিবা তেওঁৰ বুকুতহে কঁপনি তুলিলে। তেওঁ আৰু বেছি অশান্ত হৈ উঠিল। ৰাস্তাৰ কাষতে কোনোবাখিনিত কেতেকী ফুল ফুলিছে। কেতেকী ফুলৰ তীব্ৰ গোন্ধটোৰ মাদকতাত প্ৰমথ চঞ্চল হৈ উঠিল। অৱশেষত তেওঁ কল্পলতাৰ ঘৰৰ পদূলিত থিয় হ'লগৈ। মাধৱীলতাৰে আবৃত কল্পলতাহঁতৰ ঘৰৰ পদূলিটোৰ সমুখত থিয় হৈ প্ৰমথৰ কেনে যেন লাগিল। ঘৰখন তেনেই নিতাল—তাত যেন কোনো ন্যাথাকেই। এই দুপৰীয়াতে প্ৰমথক ইয়ালৈ আহিবলৈ কিহে পাইছিল বাৰু?

কিন্তু তেতিয়া আৰু উভতি অহাৰ কথা ভাবিব নোৱাৰি। প্ৰমথ সোমাই গ'ল। ড্ৰয়িং ৰুমৰ খট খটিৰে উঠি গৈয়েই তেওঁ ভাবিলে কলিংবেলটো টিপি দিব নেকি। নাই। এই দুপৰীয়া অতিথি হৈ তেওঁ এইখন ঘৰত সোমোৱা নাই। তেওঁ কলিং বেলেৰে কাকো ড্ৰয়িং ৰুমলৈ মাতি নানে। তেওঁ সোমাই যাব একেবাৰে কল্পলতাৰ কোঠালৈ।



কল্পলতাৰ কোঠাৰ দুৱাৰত টুকুৰিয়াই দিয়াৰ লগে লগে দুৱাৰ মেল খালে। কল্পলতাৰ কি মোহনীয় ৰূপ! আলুলয়িত কেশদাম, অপ্ৰসাধিত মুখমণ্ডল, অযত্ন পৰিহিত বেশভূষা, তন্দ্ৰালস নেত্ৰদ্বয়। কি যে অপৰূপ ৰূপ এই মোহময়ীৰ। কল্পলতাই দুৱাৰ খুলি প্ৰমথক দেখাৰ লগে লগে ভিতৰলৈ সোমাই যাবলৈ ইঙ্গিত দিলে, এটি অলস হাঁহি মাৰি। পৰম আত্মতুষ্টিত প্ৰমথৰ বিষণ্ণ মুখমণ্ডল উদ্ভাসিত হৈ উঠিল। তেওঁ সোমাই গ'ল কল্পলতাৰ কোঠালৈ।

"বহক।" বিছনাৰ ওচৰতে থকা চকীখনলৈ আঙুলিয়াই দি কল্পলতাই কলে।

"আজি বতৰটো ইমান বেয়া!" বহি পৰাৰ লগে লগে প্ৰমথে যেন নিজকে কৈ উঠিল! দুয়ো যেন কিছু সময়লৈ সহজ হব নোৱাৰিছিল। আড়ষ্টতাৰ মাজেদিয়েই কিছুসময় কাটি যোৱাৰ পিছত, প্ৰমথৰ চকুত পৰিল বাহিৰৰ ফুলনিত ফুলি থকা অনেক ডালিয়া ফুল। প্ৰমথে সুধিলে, "ডালিয়া ফুল তুমি বৰ ভাল পোৱা বুলি কৈছিলা নহয়? সেই কাৰণেই নেকি ফুলি উঠিছে। তোমাৰ-ফুলনিত ইমানবোৰ ডালিয়া ফুল?"

"এৰা, ডালিয়া ফুল মোৰ ইমান ভাল লাগে।"

"সেই কাৰণেই পাইছা। তুমি বৰ ভাগ্যৱতী, নহয়? যি ভাল লাগে, তাকে পোৱাই।"

লগে লগে কল্পলতাই কৈ উঠিছিল, "তথাপি, জানে, আপোনাৰ সমান ভাগ্য মোৰ নাই!" প্ৰমথে লগে লগে কল্পলতাৰ মুখলৈ তীব্ৰ দৃষ্টিত চাই পঠিয়াইছিল। কিন্তু কল্পলতাৰ মুখত আৰু চকুত তেতিয়া এটি সাঁথৰ সাঁথৰ লগা হাঁহিৰ বাহিৰে আৰু একোৱেই নাছিল।

উপায়ান্তৰ হৈ প্ৰমথে সুধিলে, "কিন্তু ডালিয়া ফুল তোমাৰ কিয় ভাল লাগে?

লগে লগে কল্পলতাই তেওঁক ওলোটাই প্ৰশ্ন কৰিলে, "ক্ৰিচেন্থিমাম বাৰু আপোনাৰ কিয় ভাল লাগে?"

"ক্রিচেন্থিমাম মোৰ ভাল লাগে তাৰ কণ কণ পাহবোৰৰ বাবে, তাৰ ক্ষুদ্ৰ আকাৰৰ বাবে, তাৰ পাহিৰ বিষণ্ণ হাঁহিটোৰ বাবে "—প্ৰমথে কৈছিল।

"আৰু ডালিয়া মোৰ ভাল লাগে তাৰ অজস্ৰ পাহিৰ বৃহৎ মুখখনিৰে মাৰি থকা প্ৰাণখোলা, আকৰ্ষণীয় হাঁহিটোৰ বাবে।" কল্পলতাই কলে।

"তুমি নিজেও ইমান প্ৰাণখোলা, ইমান আকৰ্ষণীয় কাৰণেই হয়তো।"

প্ৰমথৰ কথাত কল্পলতা কোঁচ খাই গল, এক বিশেষ আত্মতুষ্টিত।

হঠাৎ কল্পলতাই দেখা পালে, প্ৰমথৰ মূৰৰ বাওঁ পিনৰ চুলিখিনি কপাললৈ ওলমি পৰিছে। কল্পলতাই তেওঁৰ হাতখন ধীৰে ধীৰে প্ৰমথৰ মূৰলৈ আনিলে, দুটি আঙুলিৰে চুলিখিনি ওপৰলৈ তুলি দিলে আৰু কলে, "আপুনি ইমান কেয়াৰলেচ, ভট্ট দা।"

প্ৰমথে কৈ উঠিল, "নহয়। এয়া ফাগুনমহীয়া বতৰহটাৰহে দোষ —ফিৰফিৰীয়া ফাগুনমহীয়া বতাহজাকৰ।"

"এনে বতাহত ওলাই আহিছিল কেলেই? ওঁঠত কি লগাই আহিছিল? একোকেই লগোৱা নাই? একোকে নলগোৱাকৈয়েই ওলাই আহিছে এই বতাহত? ওঁঠযুৰি ফাটি নাযাব?"

কল্পলতাৰ এনে ভৰ্ৎসনা প্ৰমথৰ বৰ মধুৰ লাগিছিল। তেওঁ এটি অজলা শিশুৰ দৰে কল্পলতাৰ পিনে চাইছিল।

কিছু সময় নীৰৱে থকাৰ পিছত হঠাৎ কল্পলতা ওলাই গ'ল। অলপ পিছতে প্ৰমথে খিৰিকীৰে দেখিলে, তেওঁ ফুলনিত সোমাই দুটি ক্ৰিচেন্থিমাম ফুল ছিঙি লৈ উভতি আহিব ধৰিছে। কল্পলতা কোঠালৈ সোমাই আহিয়েই এপাহ ফুল প্ৰমথৰ হাতত গুজি দি আনপাহ কোটৰ ব্ৰেষ্টত লগাই দি কলে, "কেনে বঢ়িয়া দেখা গৈছে এতিয়া।" প্ৰমথে কল্পলতাৰ পিনে চাই এটি অৰ্থপূৰ্ণ হাঁহি মাৰিছিল। কিছুসময় নীৰৱে কাটি যোৱাৰ পিছত তেওঁ কলে, "এটি গীত গোৱা, কল্পলতা!"

"কি গীত গাম?" উৎসাহেৰে কল্পলতাই সুধিলে।



"তোমাৰ যি ভাল লাগে।"

"নাই। আপোনাৰ যি ভাল লাগে, তাকেহে গাম। কওঁক।"

"এই মুহূৰ্ত্তত তোমাৰ যি ভাল লাগে, সেয়েই মোৰো ভাল লাগিব। তাকেই তুমি গোৱা।"—প্ৰমথে কলে।

"আপুনি নিজেই লিখি দিয়ক এটি গান। মোৰ বাবে আপুনি এটি গান লিখি দিয়ক। মই প্ৰাণভৰি গাম সেই আপুনি ৰচি দিয়া মোৰ গান।"

পুনৰ অজলা শিশু এটিৰ দৰে হৈ পৰিল প্ৰমথ ভট্টাচাৰ্য্য। তেওঁৰ মুখৰপৰা একোকে নোলাইছিল। মাথোন কল্পলতাৰ মুখৰ পিনে তেওঁ চাই আছিল। হঠাৎ কল্পলতাই কৈ উঠিল, "আই ঐ দেহি! আপোনাৰ ওঁঠ দুটি যে কেনেকৈ শুকাই গৈছে। ৰব, একাপ চাহ লৈ আহিছোঁ। অক'মান বহিব দেই, প্ৰমথ দা।"

কল্পলতা ওলাই গ'ল। অকলে অকলে কল্পলতাৰ কোঠাত বহি প্ৰথমে প্ৰমথে হাত দিলে হাৰমোনিয়ামটোৰ ওপৰতে পৰি থকা দৰ্পনাথ শৰ্ম্মাৰ "কৰবী" খনত। তাৰ পাতবোৰ এটি এটিকৈ লুটিয়াই যাওঁতে দুই এটি গীত পঢ়ি প্ৰমথৰ ভাল লাগিল। এৰা, এনে এটি গীত— 'স্মৃতিৰ সোঁতত হক অৱসান জীৱনৰ যত মোৰ ভুল' নাইবা 'আজিৰ এই শাৰদী ৰাতি এৰা প্ৰিয়া এৰা অভিমান'—এনে এটি গীত ৰচনা কৰিব পৰা হ'লে! কল্পলতাৰ বাবে তেৱোঁ ৰচি দিব পৰা হলে! তেওঁ 'কৰবী'খন হাৰমোনিয়ামৰ ওপৰতে থৈ দি বেৰৰ কাষৰ এটি চেল্‌ফত সজাই থোৱা ইংৰাজী আলোচনীবোৰত চকু দিলে। তাৰ পৰা "ইভ্‌চ্‌ উইক্‌লি" এখন উলিয়াই আনিলে ছবি চোৱাৰ মানসে। তথাপিও সময় নাযায়। প্ৰমথে এইবাৰ কল্পলতাৰ ড্ৰেচিং মিৰৰখনৰ পিনে চাই পঠিয়াই দেখিলে তাৰ সমুখতে থোৱা আছে—বিভিন্ন চুলিৰ তেল, পাউডাৰ, স্নো, চেম্পু, ও-ডা-ক'লন্—ইত্যাদি। সেইবোৰৰ মাজতে থকা প্ৰমথৰ কিবা এখন কিতাপতো চকু পৰিল। তেওঁ তেওঁৰ মনটোক ব্যস্ত ৰখাৰ উদ্দেশ্যে সেইখনকে আনি তাতে চকু ফুৰাবলৈ ড্ৰেচিং

মিৰৰখনৰ সমুখলৈ উঠি গ'ল। কিতাপখন তেল-পাউডাৰৰ মাজৰপৰা আনি হাতত লৈ প্ৰমথে দেখে—সেইখন নীহাৰৰঞ্জন গুপ্তৰ এখন উপন্যাস বেটুপাত ফালি এৰাই যোৱা, তেল-সেন্দুৰ-স্নো লাগি পাতবোৰ লেতেৰা হোৱা অৱস্থাত অনাদৃত হৈ পৰি আছে উপন্যাসখন। তেওঁ তাকেই আনি নিজৰ চকীত বহিলহি। তাৰ অলপ পিছতেই কল্পলতা সোমাই আহিল। হাতত চাহ একাপ আৰু বিস্কুট কেইখনমান। মুখত এমোকোৰা হাঁহি।

চাহত এঢোক মাৰিবলৈ ওলাই প্ৰমথে কল্পলতাক সুধিলে, "তুমি নোখোৱা ?"

কল্পলতাই টপৰাই উত্তৰ দিলে,—"এক্স্‌কিউজ্ মি। এইমাত্ৰ ভাত খাই উঠিছোঁ।"

প্ৰমথে আপত্তি কৰি ক'লে, "ময়োতো এইমাত্ৰ ভাত খাই উঠিছোঁ। মই যদি খাব লাগে, তুমিও খাব লাগিব। আনা, এটি কাপ লৈ আহা।"

"নাই নাই। আপত্তি নকৰিব। মোৰে শপত। আপুনি খাওক, ভটুদা।"

"কাপ এটাকে যদি আনি নিদিয়া, নালাগে বাৰু।" কৈয়েই প্ৰমথে কাপৰ তলৰ প্লেটখনতে কাপটোৰ পৰা আধাখিনি চাহ বাকি লৈ কাপটো কল্পলতালৈ আগবঢ়াই দি ক'লে, "লোৱা। টেক্ ইট্।"

কল্পলতাই মুখমণ্ডলত এটি বিৰক্তিৰ ভাব প্ৰকাশ কৰি কাপটো ঠেলি প্ৰমথলৈকে পুনৰ আগবঢ়াই দিলে আৰু চাহৰ প্লেটখন নিজে লৈ খাবলৈ আৰম্ভ কৰিলে। প্ৰমথে তাৰ পিছত এখন বিস্কুট কল্পলতালৈ আগ বঢ়াই দি নিজে চাহ-বিস্কুট খোৱাত লাগিল। ইতিমধ্যে ঘৰৰ বাকীবোৰেও দুপৰীয়াৰ অলসতা আঁতৰি যোৱাত বিছনা এৰি, মুখ-হাত ধুই, চাহ খাই নীৰৱ ঘৰখন সৰৱ কৰি তুলিছিল। কল্পলতাই তেওঁক কৈছিল, "এতিয়া শুনিব মোৰ গীত ?"

প্ৰমথে হাঁহি মাৰি কৈছিল, "এতিয়াই মাথোন নহয়। অনন্তকাললৈ শুনি বম তোমাৰ গীত।"



কল্পলতাই প্ৰমথক দেউতাকৰ লগত ড্ৰয়িং ৰুমত অলপ সময়ৰ বাবে বহিবলৈ দি মুখ-হাত ধুবলৈ ভিতৰলৈ গ'ল গৈ। প্ৰমথে ড্ৰয়িং ৰুমত কল্পলতাৰ দেউতাকৰ লগত বহি কথা-বতৰা পতা সময়খিনিতে কল্পলতাই মুখ-হাত ধুই আহি নিজৰ কোঠাত মূৰ ফনিয়ালে, প্ৰসাধন কৰিলে আৰু নতুন এযোৰ কাপোৰ পিন্ধি ললে। তাৰ পিছত, তেওঁ ড্ৰয়িং ৰুমলৈ আহি দেউতাকক ক'লে "দেউতা, অহা মাহলৈ মই আকৌ এটি ৰেডিঅ' প্ৰ'গ্ৰেম পালোঁ নহয়। মই গানৰ আখৰা দিওঁ। প্ৰমথ দাই শুনক। নহয় জানো ?"

দেউতাকে কলে "এৰা, তেতিয়াহলে আখৰা দে। যোৱা প্ৰমথ, তুমি শুনাগৈ। তাইক অকণ সহায় কৰি দিয়া।"

প্ৰমথ সোমাই আহিল পুনৰ কল্পলতাৰ কোঠালৈ।

গধূলি হোৱাৰ লগে লগে কল্পলতাৰ গীত গোৱা শেষ হ'ল। হাৰমোনিয়াম বন্ধ হ'ল। মাজতে দুয়ো চাহ আৰু লুচি-তৰ্কাৰী খাই লৈছিল। প্ৰমথ যাবলৈ ওলাল। লগে লগে কল্পলতাই প্ৰমথৰ বুকুৰ 'ক্ৰিচেন্থিমাম্' ফুলটো আৰু অলপ ভালকৈ খুৱাই দিলে। প্ৰমথ ওলাই গ'ল। পদূলিমুখৰ মাধৱীলতা ডালিৰ তলত থিয় হৈ প্ৰমথক বিদায় দি কল্পলতাই ক'লে, "গুড্ বাই টু মিট্ এগেইন্।" প্ৰমথেও হাতখন দাঙি কৈ উঠিল "গুড্ বাই টু মিট্ এগেইন্।"

দিনবোৰ বাগৰি যায়। গ্ৰীষ্ম আৰু বৰ্ষাৰ ৰিমজিম বৰ্ষণৰ মাজত ডিব্ৰুগড় চহৰ বুৰ যায়। মানুহৰ মনবোৰ গোমোঠা হৈ পৰে, গধুৰ হৈ পৰে। চৌকিডিঙ্গিৰ ঘৰৰ খিৰিকীমুখত বহি প্ৰমথে ষ্টেন্‌লি গাৰ্ড্‌নাৰৰ উপন্যাস খুলি লয় কেতিয়াবা ; আৰু কেতিয়াবা অজ্ঞাতসাৰেই চাই ৰয় নিৰানন্দ, নিষ্প্ৰভ বাহিৰখনৰ টোপাটোপে পৰি থকা বৰষুণৰ টোপালবোৰলৈ। প্ৰমথৰ মনত পৰে কল্পলতাৰ সঙ্গত কটোৱা আনন্দমুখৰ সেই পাৰ হৈ যোৱা মুহূৰ্ত্তবোৰলৈ। সেই কোনো দিন আৰু উভতি নাহিবলৈ আঁতৰি যোৱা তেওঁৰ জীৱনৰে আনন্দ-উদ্বেল মুহূৰ্ত্তবোৰৰ স্মৃতিবোৰে তেওঁক আৰু নিৰানন্দ, আৰু অস্থিৰ, আৰু

অশান্ত কৰি তোলে। আৰু সিপিনে চিৰিংচাপৰিৰ ঘৰত কল্পলতাই বহি বহি অনুভৱ কৰে, সময়বোৰ যেন আগবাঢ়ি যাবলৈ পাহৰি ৰৈ গৈছে স্তব্ধ হৈ। সময়ৰ এই স্তব্ধতাক পাহৰি থাকিবলৈ কল্পলতাই চেষ্টা কৰে। অকাৰণতে তেওঁ অস্থিৰ হৈ উঠে, অকাৰণতে ঘৰৰ ভিতৰতে ইফালে-সিফালে খোজ কাঢ়ি ফুৰে, ঘৰৰ ভিতৰতে বহি থাকিব বুলি জানিও অকাৰণতে মুখত প্ৰসাধনৰ প্ৰলেপ সানে, মূৰটো বাৰে বাৰে আচোৰে, বাৰে বাৰে "ইভচ্ উইক্লি," "উইমেন্ এণ্ড্ হোম্," নীহাৰ-ৰঞ্জন গুপ্তৰ উপন্যাসখন খুলি লয় আৰু বন্ধ কৰে।

তেনেকৈয়ে গ্ৰীষ্ম আঁতৰি যায়। শৰৎ পৰাৰ লগে লগে এদিন কল্পলতাই প্ৰমথক কয়, কল্পলতাই বোম্বে, দিল্লী আদিলৈ যোৱাৰ এটি সুবিধা পাইছে—এটি এক্স্কাৰ্চন্ পাৰ্টিৰ লগত। তেওঁ এই সুযোগ গ্ৰহণ কৰিব। শুনিয়েই প্ৰমথৰ মতামত নিবিচৰা কল্পলতাক প্ৰমথৰ মতটো অজ্ঞাতসাৰেই সি হাঁহি মাৰি দি দিছিল। কিন্তু আচৰিত কথা, কল্পলতাক এক্স্কাৰ্চনত যাবলৈ কৈ প্ৰমথ যেতিয়া উভতি আহিল, তেওঁ তেতিয়া অশান্তিত ছটফটাবলৈ ধৰিলে। কিবোৰ ভাব যে প্ৰমথৰ মনলৈ আহিবলৈ ধৰিলে। পুৰুষ আৰু তিৰোতাৰ, ডেকা আৰু গাভৰুৰ সন্মিলিত এটি এক্স্কাৰ্চন্। কোনে জানে কাৰ ক'ত কি হৈ যায়! এবা, কল্পলতাই তেওঁ ঘৰৰপৰা আতৰি থকা এই দীঘলীয়া কালছোৱাত উন্মুক্ত, অবাধ হৈ হাঁহিব, নাচিব, মাতিব—যাৰে তাৰে লগত, যিকোনো ডেকাৰ লগত, তেওঁৰ ভাল লগা যিকোনো ডেকাৰ লগত, তেওঁৰ ভাল লাগি যোৱা যিকোনো এজন ডেকাৰ লগত। হঠাৎ এই শেষৰ ভাবটো অহাৰ লগে লগে প্ৰমথৰ মনটো কেনেবাযেন লাগিল। এবা, কল্পলতাই উন্মুক্ত, অবাধ গতিত হাঁহিব, মাতিব, নাচিব তেওঁৰ ভাল লাগি যোৱা এজন ডেকাৰ লগত—এই এক্স্কাৰ্চনলৈ যোৱা কালছোৱাত! তাৰ পিছত? তাৰ পিছত নাই, নাই। প্ৰমথে আৰু ভাবিব নোৱাৰিলে। তেওঁৰ যেন মূৰ ঘূৰি যাব। তেওঁৰ যেন হৃৎপিণ্ড স্তব্ধ হৈ যাব।



সময়ত কল্পলতা সঁচাই যাবলৈ ওলাইছিল। হাঁহি হাঁহি বিদায় দিওঁ বুলিও প্ৰমথে হাঁহিব নোৱাৰিছিল। কল্পলতাই কিন্তু হাঁহি হাঁহিয়েই তেওঁক সুধিছিল, "আপোনালৈ মই কি আনিব লাগিব, ভট্ট দা।"

প্ৰমথে কৈছিল, "মই জানো এটি কেঁচুৱা ল'ৰা আৰু তুমি সেই ল'ৰাৰ মাক যে কৰবালৈ যোৱাৰ আগতে কেঁচুৱাটোক সুধি যোৱা, তাক বিস্কুট লাগিবনে, টফি লাগিব?"

"কিন্তু মই যে আনিমেই, কিবা নহয় কিবা এটা। তাতকৈ কওক, আপোনাৰ চইচ্ মতেই আনি দিম কিবা এটা।"

প্ৰমথৰ মুখৰপৰা একোকে নোলাইছিল তথাপি। কল্পলতাই অলপ পিছতে কৈছিল, "বাঁছ, হৈছে বাৰু। মোৰ চইচ্ মতেই আনি দিম আপোনাক কিবা এটা।"

কল্পলতা আতৰি গৈছিল। পুৰী গৈ পাই, খাজুৰাহো চাই উঠি, বোম্বাই মহানগৰীত ঘূৰি ঘূৰি, অজন্তাৰ মূৰ্ত্তিসমূহত চকু ফুৰাই কল্পলতাই প্ৰমথলৈ লিখিছিল উৎফুল্ল, আপ্লুত, স্তব্ধ, বিস্মিত হোৱা অনেক চিঠি। প্ৰমথে সেইবোৰ পঢ়ি পঢ়ি ঠিক যেন আনন্দ নাপাইছিল। কিবা এটি ভাবে, অনুভূতিয়ে তেওঁক যেন ক'তোৱেই স্থিৰ হৈ থাকিব নিদিছিল সেই কেইদিন। বোম্বাইৰপৰা লিখা এখন চিঠিত কল্পলতাই তেওঁক জনাইছিল, তেওঁৰ বাবে কল্পলতাই কিবা এটি বস্তু কিনিছে। আনি যেতিয়া উপহাৰ দিব তেওঁক, তেতিয়াহে তেওঁ দেখিব। প্ৰমথে তথাপি আনন্দ নাপায়। এটা ভাব মাথোন তেওঁৰ মনলৈ বাৰে বাৰে আহি থাকে, আহি আহি তেওঁক অস্থিৰ কৰি তোলে। কল্পলতাই আনন্দত নিজকে পাহৰি গৈ অবাধ উন্মুক্ত গতিত—হাঁহিব, মাতিব, নাচিব—তেওঁৰ ভাল লাগি যোৱা যিকোনো এজন ডেকাৰ লগত এক্স্কাৰ্চনৰ এই কালছোৱাত! এনে এছোৱা কালতেই, এনে এটি পৰিবেশতেই কি যে ঘটি নাযাব পাৰে এজনী গাভৰু ছোৱালীৰ জীৱনত! তেন্তে এনে এটি অৱস্থাত আমি এৰি দিওঁ কিয় আমাৰ গাভৰুহঁতক? আমাৰ

সমাজে ভাবি নাচায় কিয় এই এক্স্‌কাৰ্‌চন্‌, এই পিক্‌নিক্‌—এই বোৰৰ পৰিণতি কেনে হ'ব পাৰে আমাৰ সমাজত ? এৰা, এৰা, আমাৰ সমাজে ভাবি চোৱা উচিত। আমাৰ সমাজে উঘালি পেলোৱা উচিত—আমাৰ সমাজত দেখা দিয়া পাশ্চাত্যৰ এক্স্‌কাৰ্‌চন্‌ পিক্‌নিক্‌ আদিৰ এই ৰঘুমলাবোৰ !

ব্ৰহ্মপুত্ৰৰ পাৰৰ বেজবৰুৱা পাৰ্কৰ এখন পকা বেঞ্চত অকলে অকলে বহি ভাবি আছিল প্ৰমথে এই কথাবোৰ। ভাবৰ গতি প্ৰমথৰ মনত যিমানেই খৰ হ'ল, সিমানেই প্ৰমথে যেন ঘামি যাব ধৰিলে ডিব্ৰুগড়ৰ সেই শৰতৰ আবেলিত। প্ৰমথ বহাৰ পৰা উঠিল আৰু পাৰ্কৰ ঘাঁহনিৰ ওপৰে ওপৰে, ফুলগছবোৰৰ কাষে কাষে যেন শ্বাসৰুদ্ধ হৈ ঘূৰি ফুৰিবলৈ ধৰিলে অস্থিৰ গতিত। তথাপি শান্তি নাই। ক'তো শান্তি নাই। তেওঁৰ নিজৰ দেহটোকে, নিজৰ দেহৰ সাজ-পাৰখিনিকে বৰ দুৰ্ব্বহ, বৰ অসহ্য লাগিল। তেওঁৰ ইচ্ছা হ'ল, সেই মুহূৰ্ত্ততেই যেন তেওঁৰ পিন্ধনত থকা টাইট্‌ ফিটিং ট্ৰাউজাৰ্চটো, জোতা জোতাযোৰ, তিনিটা বুটামৰ টেৰিলিনৰ কোটটো, আমেৰিকান টাইডাল খুলি আঁতৰাই পেলাব। তেওঁক অকণ শান্তি লাগে। অকণ শীতলতা লাগে, এটি মুক্ত পৰিবেশ লাগে, এটি অকৃত্ৰিম, সহজ জীৱন লাগে। প্ৰমথৰ ইচ্ছা হ'ল, সেই মুহূৰ্ত্ততে তেওঁ তেওঁৰ কোট্‌-পেণ্টচ্‌-টাই খুলি পেলাব আৰু তাৰ ঠাইত পিন্ধি লব এটি পাটৰ চোলা আৰু এখন হাতে বোৱা লাহী ধুতি।

কিছুদিন পিছতেই কল্পলতা উভতি আহিছিল। আহিয়েই প্ৰমথক ফোনেৰে খবৰ দিছিল, পিছদিনা আবেলি তেওঁ প্ৰমথক বেজবৰুৱা পাৰ্কত লগ ধৰিব ; তাৰ পিছতে তেওঁলোক দুয়ো আমোলাপট্টিৰ ব্ৰহ্মপুত্ৰৰ পাৰলৈ ফুৰিবলৈ যাব। প্ৰমথে ফোনেৰে এই নিমন্ত্ৰণ পাই আনন্দত অধীৰ হৈ উঠিছিল। পৰম উৎকণ্ঠৰে তেওঁ পিছদিনাৰ আবেলিটোলৈ অপেক্ষা কৰিছিল।

পিছদিনা হেমন্ত ঋতুৰ সেই আবেলিটো অতি ৰমণীয় হৈ উঠিছিল। পৰিষ্কাৰ বতৰৰ এটি সোণালী আবেলি। বেজবৰুৱা পাৰ্কৰ গছ কেইজোপাই লুইতৰ বুকুৰপৰা ভাঁহি অহা বতাহছাটিত নাচি আছিল। পাৰ্কৰ ৰবিৰঙৰ দেশী বিদেশী ফুলবোৰে হাঁহিছিল। অস্তগামী সূৰ্য্যৰ অনুগ্ৰ, পাতল আভা গছৰ পাতে পাতে, ফুলৰ পাহিয়ে পাহিয়ে পৰি গোটেই পৰিবেশটো যেন কিবা সপোন সপোন কৰি তুলিছিল। প্ৰমথ কল্পলতাতকৈয়ো আগতে আহি পাইছিল। তেওঁ অকলে অকলে পকা বেঞ্চ এখনত বহি আছিল। অলপ পিছতেই কল্পলতাহঁতৰ ফিয়েট্‌খন দূৰণিত সেইপিনে অহা দেখা পাই প্ৰমথে মুৰ তুলি বহিল। ফিয়েট্‌খন আহি পাৰ্কৰ গেটৰ ওচৰত ৰ'ল। লগে লগে তাৰপৰা নামি আহিল কল্পলতা বৰগোহাঁই। তেওঁ নামিয়েই গাড়ীখনৰ দুৱাৰখন জোৰেৰে বন্ধ কৰি দিয়াৰ লগে লগে গাড়ীখন গুচি গ'ল। তাৰ পিছত, পাৰ্কৰ গেট্‌ খুলি কল্পলতা সোমাই আহিল। মুখত তেওঁৰ উজ্জ্বল মিচিকিয়া হাঁহি। হাতত এটি নতুন ৰংচঙীয়া, ডাঙৰ লেডীজ্‌ হেণ্ড্‌বেগ্‌।

প্ৰমথে এটি উজ্জ্বল হাঁহিৰে কল্পলতাক সম্ভাষণ জনালে আৰু ক'লে, "বহা। তুমি ঠিক সময়তেই আহি পাইছা।"

কল্পলতাই বহি ললে আৰু ক'লে, "আপুনি ইমান ভাল। মোক কেতিয়াও উপেক্ষা নকৰে।"

প্ৰমথে ক'লে, "এৰা, মাথোন সদায় অপেক্ষা কৰিয়েই ৰওঁ। নহয় জানো ?"

কল্পলতাই ক'লে, "নিশ্চয় নহয়। সদায় কেলেই মই আপোনাক অপেক্ষা কৰাই ৰাখিম ? এইতো আপুনিয়ে ক'লে, আজিৰ প্ৰগ্ৰেমৰ বাবে মই যথা সময়তেই আহি পালোঁ।"

প্ৰমথে পৰাজয়ৰ সুৰত কলে, "বাৰু দিয়া, দিয়া। এইবোৰ যাব দিয়া। মোলৈ কি আনিছা বোম্বাইৰ পৰা তাকে দিয়া। তালৈকে অপেক্ষা কৰি আছোঁ।"

কল্পলতাই যেন তাকেই বিচাৰিছিল। তেওঁ একোকেই নকলে।

মাথোন এক পৰম সন্তুষ্টিৰ হাঁহি মাৰি তেওঁ প্ৰমথৰ চকুৰ পিনে চাই থাকিল।

প্ৰমথে এটি কৃত্ৰিম আক্ৰমণাত্মক মনোভাবেৰে কৈ উঠিল, "দিয়া বুলিছোঁ, দিয়া। নহলে এতিয়াই বেগ খুলি কাঢ়ি লৈ আহিম।" প্ৰমথৰ মুখত হাঁহি।

কল্পলতাই কৃত্ৰিম বিৰক্তিত কলে, "মাই গড্। উপহাৰো জানো কোনোবাই কাঢ়ি নিয়ে?" তাৰ পিছত তেওঁ যেন নিজকেই কৈ গ'ল, "উপহাৰ স্বতস্ফূৰ্ত্ত। উপহাৰ দানৰ বাবে এনে এটি অনুকূল পৰিবেশৰ দৰ্কাৰ য'ত দাতাৰ পৰা অজ্ঞাতসাৰে উপহাৰ ওলাই যায় গ্ৰহীতাৰ হাতলৈ।"

"সেই পৰিৱেশ এইটো নহয় নেকি?"

"ওহো, কেতিয়াও নহয়। সেই পৰিবেশ বহুত বেলেগ ইয়াতকৈ। জনকোলাহলৰ পৰা বহুতো আতৰৰ, প্ৰকৃতিৰ ৰম্য বুকুৰ কোনো এক স্বপ্নিল পৰিবেশ সেইটো—যি আপোনা আপুনিয়েই আহি যায় মানুহৰ জীৱনলৈ কেতিয়াবা, যাক মানুহে বিচাৰিলেও বিচাৰি নাপায় আৰু সৃষ্টি কৰোঁ বুলিও কৰিব নোৱাৰে। আমি মানুহবোৰ কিমান দুৰ্ভগীয়া দেখিছেনে, প্ৰমথ দা?"

"মানুহৰ সৌভাগ্য তেন্তে কেতিয়াকৈ আহিব?"

"সেইটো কব নোৱাৰি। কিন্তু আমিতো তাক বিচাৰিব পাৰোঁ, যিমানেই নিস্ফলভাৱে নহওক কিয়।"

কল্পলতাই কথা কোৱা সুগম্ভীৰ, নাটকীয় ভঙ্গীটো দেখি প্ৰমথৰ হাঁহি উঠিছিল। প্ৰমথৰ মুখত হাঁহি দেখি কল্পলতায়ো হাঁহিছিল। হঠাৎ কল্পলতাই কৈ উঠিল, "বলক ভট্ট দা, লুইতৰ বুকুত এখনি নাৱেৰে দুয়ো বতাহ লওঁ গৈ। এটি প্লেজাৰ ট্ৰিপ হব—অপূৰ্ব্ব এটি প্লেজাৰ ট্ৰিপ। উঠক প্ৰমদ দা।"

দুয়ো পাৰ্কৰ পৰা ওলাই গ'ল। কল্পলতাই ৰাজ আলিত ভৰি দি কলে, "ইয়াতেই আমি নাও নলওঁ। আমি আমোলাপট্টিৰ নদীৰ



ডাইকলৈ যাম আৰু তাৰে ঘাটত নাও লম। এনে এটি ধুনীয়া আবেলি আমোলাপট্টিৰ নদীৰ পাৰৰ সৌন্দৰ্য্যৰ কথা ভাৱকচোন—কেনে অৱৰ্ণনীয় হৈ উঠিছে চাগৈ।"

প্ৰমথে নীৰৱে সন্মতি দি ৰিক্সা এখনত উঠি ললে কল্পলতাৰ স'তে। ৰিক্সা চলিলে আমোলাপট্টিৰ ডাইকলৈ বুলি। যথাস্থানত ৰিক্সাৰপৰা নামি তেওঁলোকে নদীৰ ঘাটলৈ গ'ল আৰু নাওঁ এখন ললে। নাৱে পাৰি দিলে নদীৰ বুকুলৈ—আমোলাপট্টিৰ সিপাৰৰ মনিব নোৱাৰা লুইতৰ বহল বুকুৰ মাজলৈ।

পশ্চিম দিগন্তত তেতিয়া বেলি মাৰ যাব ধৰিছিল। পশ্চিমৰ নীলিম আকাশ অস্তপ্ৰায় সূৰ্য্যৰ সোণালী কিৰণেৰে ৰক্তিম হৈ উঠিছিল। সেই ৰক্তিম আভা নদীৰ ৰূপালী পানীত প্ৰতিফলিত হৈ গোটেই নদীখনো ৰক্তিম হৈ উঠিছিল। এজাক ফিৰফিৰীয়া পাতল বতাহে নদীৰ পানীত এটি মৃদু তৰঙ্গৰ সৃষ্টি কৰিছিল। সেই বতাহত কঁপিছিল প্ৰমথৰ চুলিবোৰ, কল্পলতাৰ পাতল, নিমজ টেৰিলিনৰ শাড়ী খনৰ আচলবোৰ, তেওঁলোক দুয়োৰে ভাববোৰ, অনুভূতিবোৰ। তেওঁলোকৰ সোঁফালে নাতি দূৰত ডিব্ৰুগড় চহৰখনৰ ঘৰবাৰী, গছ-গছনিবোৰ লাহে লাহে সন্ধিয়াৰ ধূসৰতাত অস্পষ্ট, ম্লান হৈ যাব ধৰিছিল। তেওঁলোকৰ বাওঁ ফালে সুদূৰত সোনাৰী ঘাটৰ পিনে ধূসৰ দিগন্ত যেন সিপাৰৰ এখন স্বপ্নপুৰীৰ সীমান্তৰূপে থিয় হৈ আছিল। নাৱৰ এটি কৰিত কল্পলতা বহি নাৱৰ তলিত ভৰ দি আছিল। অন্য এটা কৰিত কল্পলতাৰ সন্মুখত বহিছিল প্ৰমথ ভট্টাচাৰ্য্য। কল্পলতাৰ বগা গাল দুখনত বেলিৰ সোণালী কিৰণ পৰি সোণালী হৈ উঠিছিল। কল্পলতাৰ সেই অপুৰ্ব্ব ৰূপে প্ৰমথক আকৰ্ষণ কৰিছিল। প্ৰমথে কিছু সময়ৰ পিছত কল্পলতাৰ সমুখৰ কৰিটোৰ পৰা উঠি কল্পলতাৰ লগত একেলগে বহি ললে নাৱৰ একেটা কৰিতে। নাৱৰীয়াজন এইবাৰ তেওঁলোকৰ পিছপিনে হৈ পৰিল। তেওঁলোকৰ সমুখত ৰল মুকলি সোণালী আকাশ, মুকলি সোণালী ঢৌ আৰু ঢৌ।

এনে সময়তে কল্পলতাই তেওঁৰ হাতৰ ভাঙৰ লেডীজ হেণ্ড বেগটো খুলিলে আৰু তাৰ পিছত সোঁফালে ঘূৰি প্ৰমথৰ চকুলৈ চাই সুধিলে, "কওঁকচোন আপোনালৈ মই কি আনিছোঁ?" প্ৰমথে মুখেৰে একোকে উচ্চাৰণ নকৰি মাথোন হাঁহিলে। কল্পলতাই পুনৰ সুধিলে, "কওঁক, কি আনিছোঁ বুলি আপুনি ভাবে?" প্ৰমথে কিন্তু এইবাৰো হাঁহিলেহে মাথোন।

এইবাৰ কল্পলতাই হাতখন বেগৰ ভিতৰলৈ সুমুৱাই দি এডাল ডাঠ চেক্ থকা টেৰিলিনৰ ইটালিয়ান নেক্টাই উলিয়াই আনিলে আৰু প্ৰমথৰ চকুৰ আগত দাঙি ধৰি হাঁহি এটি মাৰি দিলে। প্ৰমথৰ চকুৰে, মুখে এক নতুন আনন্দৰ আভা বিৰিঙি উঠিল। নিৰ্ব্বাক হৈ প্ৰমথে চাই থাকিল একেথৰে কল্পলতাৰ হাতৰ টাই ডাললৈ! কল্পলতাই ইতিমধ্যে প্ৰমথৰ পিনে আৰু অলপ বেছিকৈ ঘূৰি কলে, "চাওঁ, গলটো এইপিনে হাউলাই দিয়ক।" প্ৰমথে নিৰ্ব্বিবাদে গলটো হাউলাই দিলে কল্পলতাৰ পিনে। কল্পলতাই প্ৰমথে পিন্ধি অহা গলৰ টাইডাল খুলি থলে আৰু তাৰ ঠাইত নিজে লৈ অহা টাইডাল পিন্ধাই দিলে। টাইডাল পিন্ধাই দিয়া হোৱাৰ পিছত কল্পলতাই প্ৰমথৰ চকুৰ পিনে চাই কৈ উঠিল, "বেছ, কেনে ধুনীয়া দেখা গৈছে এতিয়া।"

প্ৰমথে মুখেৰে একোকে নামাতিলে। মাথোন সৰু ল'ৰা এটিৰ দৰে হাঁহি থাকিল। কল্পলতাই প্ৰমথৰ সমুখৰ নাৱৰ কৰিডাললৈ উঠি গ'ল আৰু তাতে প্ৰমথৰ সমুখা-সমুখিকৈ বহি ললে। তাৰ পিছত মূৰটো ইফালে সিফালে হাউলাই বিভিন্ন কোণৰ পৰা নিৰীক্ষণ কৰিলে কল্পলতাই প্ৰমথক, প্ৰমথৰ তেওঁ উপহাৰ দিয়া টাই ডাল পিন্ধা অৱস্থাৰ সৌন্দৰ্য্য। নাও ইতিমধ্যে লুইতৰ বুকুৰে আধা ঘণ্টাৰ বাবে ভটিয়াই গৈছিল। প্ৰমথে নাও ওভোতাই নিবলৈ নাৱৰীয়াক নিৰ্দ্দেশ দিলে।

নাও উভতি আহিবলৈ ধৰিলে। বেলি তেতিয়া মাৰ গৈছে। চৌদিশ লাহে লাহে আন্ধাৰ হৈ আহিব ধৰিছে। ডিব্ৰুগড় চহৰৰ পিনে



বিজুলী বাঁতিৰ পোহৰবোৰ ফুট্‌কা-ফুটুকী হৈ আন্ধাৰৰ মাজে মাজে বিৰিঙি উঠিছে। নদীৰ উত্তৰপাৰ তেতিয়া আন্ধাৰত তেনেই অদৃশ্য। বোৱতী সোঁতৰ কুলু কুলু সুৰ এটি মাথোন সেই আন্ধৰৰ মাজৰ পৰা ভাঁহি আহি আছিল। হেমন্তৰ সেই ধুসৰ গধূলি প্ৰমথ ভট্টাচাৰ্য্য আৰু কল্পলতা বৰগোহাঁয়ে আকাশলৈ মূৰ তুলি চাইছিল। আকাশত তেতিয়া কাচি জোন আৰু তাৰপৰা কিছু নিলগত এটি-দুটি ৰঙা তৰা। পানীৰ সোতৰ বিপৰীতে নাওখনিয়ে এটি শব্দ তুলি গৈ আছিল। এনে এটি পৰিবেশত কল্পলতা আৰু প্ৰমথৰ কোনেও আৰু কথা কবলৈ মন নকৰিছিল।

এবাৰ হঠাৎ কল্পলতাই পুনৰ প্ৰমথৰ ওচৰলৈ আহি তেওঁৰ কাষতে বহি ললে আৰু কলে, "সৌ আনটো পাৰলৈ, নদীৰ উত্তৰ পাৰটোলৈ চাই পঠিয়াওকচোন—কি দেখা পায়।"

প্ৰমথে সেই পাৰলৈ চাই একোকে দেখা নাপালে। মাথোন সেইপিনে গধূলিৰ পাতল আন্ধাৰত অস্পষ্ট হৈ যোৱা লুইতৰ বুকু, আৰু তাৰপৰা দূৰলৈ অস্পষ্ট আন্ধাৰ দিগন্ত। কল্পলতাই সুধিলে, "কি দেখিছে?" কল্পলতাৰ মাতত কিবা এক অস্বাভাৱিক বিষণ্ণতা। প্ৰমথে কল্পলতাৰ প্ৰশ্নৰ কোনো উত্তৰ বিচাৰি নাপালে। কল্পলতাই নিজেই পুনৰ কৈ উঠিল, "কেনে ৰহস্য ৰহস্য লাগে, নহয়?" প্ৰমথে কল্পলতাৰ এই প্ৰশ্ন বুজি নাপাইছিল। ই যেন তেওঁৰ চিনাকি কল্পলতাৰ প্ৰশ্ন নহয়। কল্পলতাই কৈয়েই গৈছিল, যেন তেওঁ নিজকেই কৈ গৈছিল, "এনে ৰূপলৈ, প্ৰকৃতিৰ এনে ৰূপলৈ, সন্ধ্যাৰ এনে ম্লান, আন্ধাৰ ৰূপলৈ মোৰ বৰ ভয় লাগে—বিশেষকৈ যেতিয়া তাতে সংযুক্ত হয় আকৌ প্ৰবল জলৰাশিৰ এই কলধ্বনি। এনে এটি পৰিৱেশ যেন মৃত্যুৰ পৰিবেশ, আমাৰ সোঁফালৰ সৌ অন্ধকাৰময়, ৰহস্যময় পাৰটো যেন মৃত্যুৰ পাৰ—ৰহস্যময় মৃত্যুৰ দেশ।"

কল্পলতাক প্ৰমথে কি কব ভাবি নাপাইছিল। কল্পলতাৰ এনে ভাৱপ্ৰৱণ এটি অৱস্থা প্ৰমথে কেতিয়াও দেখা নাছিল। প্ৰমথে কলে,

"কিন্তু সেইবোৰ কথা কৈছা কেলেই ? তোমাৰতো মৰিবৰ সময় এতিয়াও হোৱা নাই, মোৰো হোৱা নাই। সেইবোৰ ভাবক মনত ঠাই দি লাভ কি ?"

কল্পলতাই উত্তৰত টপৰাই কৈ উঠিছিল, "এৰা, মৃত্যুৰ সময় আপোনাৰ নিশ্চয় হোৱা নাই। মোৰেই হৈছে চাগৈ। কিয় জানো আজি কিছু দিনৰপৰা মোৰ ভাব হৈছে, মই যেন আপোনাৰপৰা আঁতৰি যাম, মই হেৰাই যাম, মোৰ মৃত্যু হব, আপুনি আৰু মোক কোনো দিন বিচাৰি নাপাব।"

প্ৰমথে কল্পলতাক এনে অৱস্থাত কি কব, কোনো মতেই ভাবি উলিয়াব নোৱাৰিছিল। তেওঁ মাথোন কৈছিল, "ধেৎ, মনে মনে থাকা। কিবোৰ যে কোৱা !"

নাও ইতিমধ্যে ঘাট পাইছিলহি। নাৱৰ পৰা নামি আহি নদীৰ পাৰে পাৰে ডাইকেৰে তেওঁলোকে খোজ কাঢ়ি গৈ আছিল। ছুয়োৰে মুখত কথা নাছিল তেতিয়া। ডাইকৰ ওপৰৰ সেই অস্পষ্ট জোনৰ পোহৰত এবাৰ হঠাৎ কল্পলতা প্ৰমথৰ গাৰ ওচৰলৈ আহি তেওঁক সাৱটি ধৰিলে। মুখত তেওঁৰ মাত নাই। লগে লগে প্ৰমথ ৰৈ গ'ল আৰু কল্পলতাৰ পিঠিত হাত বুলাই দি ক'লে, "ধেৎ, কিবোৰ যে কৰা। তুমি কেনে হৈ যাব ধৰিছা ? আন্ধাৰত ভয় পাইছা নেকি ? ডাইক এৰি পোহৰ ৰাজবাটলৈ যাবা তেন্তে ?"

কল্পলতাই যেন সাৰ পাই উঠিল টোপনিৰপৰা। তেওঁ প্ৰমথৰ গাৰপৰা এৰা দিলে আৰু ক'লে "ইচ ! মই ইমান বেয়া। মই আপোনাক ইমান আমনি দিছোঁ। বেয়া নেপাব দেই। এটা কথা কিয় জানো আজিৰ এই গধূলি মনত ববকৈ বাজি আছিল। সিয়েই মোক বলিয়া কৰা দি কৰিলে। বেয়া নেপাব দেই, প্ৰমথ দা, মোৰে শপত।"

পৰম উৎকণ্ঠাৰে প্ৰমথে সুধিলে, "কি কথা বাৰু ?"

কল্পলতাই লগে লগেই কৈ উঠিল, "নাই, নাই। তেনে একো কথা নহয়। এটি সামান্য কথা। এটি সামান্য কথা ; সময়ত শুনিব।"



কল্পলতা তেতিয়া সম্পূৰ্ণৰূপে স্বাভাৱিক হৈ উঠিছিল। তেওঁ স্বাভাৱিক খোজত আগুৱাই যাব ধৰিছিল।

প্ৰমথে কল্পলতাক জোৰ নকৰিছিল ; যদিও কল্পলতাৰ নোকোৱা কথাষাৰ শুনিবলৈ তেওঁ উদ্‌গ্ৰীৱ হৈ উঠিছিল। তেওঁলোকে ইতিমধ্যে ডাইক্ এৰি চহৰৰ ৰাস্তাত ভৰি দিছিল। তাৰ কিছু পিছতেই এখন ৰিক্সা পালত তাতে ছুয়ো উঠি লৈ চিৰিং-চাপৰি পালেগৈ। চিৰিং-চাপৰিত কল্পলতাক নমাই থৈ প্ৰমথ ভট্টাচাৰ্য্য গ'ল তেওঁৰ চৌকিডিঙ্গিৰ ঘৰলৈ। কিন্তু ঘৰলৈ আহিও প্ৰমথ ভট্টাচাৰ্য্যই শান্তি নাপালে। ঘনে ঘনে কল্পলতাৰ সেই গধূলিৰ অস্বাভাৱিক অৱস্থাটোৰ কথা তেওঁৰ মনলৈ আহিবলৈ ধৰিলে। ঘনে ঘনে তেওঁৰ মনত বাজিবলৈ ধৰিলে এটি প্ৰশ্ন—কল্পলতাৰ সেই নোকোৱা কথাষাৰনো কি ? 'এটি সামান্য কথা। সময়ত শুনিব।"

কিন্তু ইয়াৰ পিছৰ কল্পলতাৰ কথা-বতৰা, ব্যৱহাৰ পাতিত প্ৰমথৰ কোনো সন্দেহ কৰিবলগীয়া নাছিল। কল্পলতা পুনৰ সেই পূৰ্ব্বৰ স্বাভাৱিক, ৰঙিয়াল কল্পলতাজনীয়েই হৈ উঠিছিল। দিনবোৰ বাগৰি গৈ আছিল। আৰু তেনেকৈয়ে হেমন্তৰ পিছত আকৌ আহি পৰিছিল শীত।

এই শীতৰে এটি গোমোঠা আবেলি। হঠাৎ প্ৰমথে ফোনেৰে নিমন্ত্ৰণ পালে কল্পলতাক তেওঁৰ ঘৰলৈ গৈ লগ ধৰিবলৈ। লগে লগে সাজি-কাচি প্ৰমথ ওলাই গ'ল চৌকিডিঙ্গিৰ পৰা চিৰিংচাপৰিলৈ। কল্পলতাৰ ড্ৰয়িং ৰুমত ভৰি দি প্ৰমথে দেখিলে, কল্পলতাই সাজি-কাচি সাজু হৈ আছে প্ৰমথৰ লগত বাহিৰত ফুৰিবলৈ। প্ৰমথক দেখিয়েই তেওঁ কৈ উঠিল, "থেংক্ ইউ প্ৰমথ দা, ইউ আৰ্ চো গুড্!"

প্ৰমথে হাঁহিছিল। প্ৰমথৰ সৈতে ওলাই আহি বাটত কল্পলতাই ক'লে, "আজি খোজ কাঢ়িয়েই যাম দেই। ৰিক্সা নেলাগে, মটৰ নেলাগে, একোকেই নালাগে। মাথোন আমি ছুয়ো একেলগে খোজ কাঢ়ি যাম—কোনো এডোখৰ নিৰিবিলি ঠাইলৈ, য'ত আমাক কোনেও আমনি নিদিয়ে !"

প্ৰমথে ক'লে, "বেছ কথা। কিন্তু ক'লৈ।"

কল্পলতাই ক'লে, "জালান নগৰৰ পিনেই বলক—জন পাতল—পৰিষ্কাৰ নিৰিবিলি ঠাই জালান নগৰ।"

প্ৰমথে কল্পলতাৰ লগে লগে খোজ বুলাই দিছিল। তেওঁ যেন পুনৰ কল্পলতাক চিনিব নোৱাৰা হৈ পৰিছিল। অথচ এই কল্পলতা তেওঁৰ সেই চিৰচিনাকি কল্পলতাজনীয়েই—মূৰত ফেমিনা ষ্টাইলত বন্ধা খোপা, ভৰিত ষ্টীল হীলৰ চেণ্ডেল, পিন্ধনত আটিল পোছাক আৰু হাতত—এৰা, আৰু হাতত প্ৰমথে এজন বন্ধুৰ সহায়ত বোম্বাইৰপৰা অনাই কল্পলতাক উপহাৰ দিয়া সেই ডাঙৰ—আকৰ্ষণীয় লেডীজ হেণ্ড বেগটো।

চিৰিংচাপৰি এৰাই গৈ তেওঁলোকে যেতিয়া চৌকিডিঙ্গিৰ ৰেলৰে অফিচাৰৰ কোৱাৰ্টাৰবোৰ থকা সেই ছায়াঘন, সুগম্ভীৰ অঞ্চলটো পালে, তেতিয়া কল্পলতাই প্ৰমথক কৈ উঠিল, "প্ৰমথ দা, এটি কথা কম কম বুলি বৈ আছোঁ ইমানদিনে আপোনাক। আজি এই গধূলি কম অৱশেষত। শুনি যাব দেই। কিন্তু চাব, মোৰ অনুৰোধ—ইউ উইল্ বি ভেৰী, ভেৰী ওৱাইজ্।"

প্ৰমথৰ বুকুত তৎক্ষণাৎ কিহবাৰ যেন এটি শিঁহৰণ উঠিছিল। কল্পলতাই অতি স্বাভাৱিক হবলৈ যত্ন কৰি কৈছিল, "চাওক, প্ৰমথ দা, আপুনি কিমান ভাল। মোৰো আপোনাক ইমান ভাল লাগে। আপোনাৰো চাগৈ মোক কিমান ভাল লাগে। নহয় জানো? কিন্তু তথাপি, আপুনিতো জানে, আমাৰ মাজত কিমান ব্যৱধান। এই ধৰক, মূলতে আমাৰ জাতি নাইবা সম্প্ৰদায় লৈয়েই। আৰু তাৰ উপৰিও আপোনাৰ পৰিয়াটোৰোতো এটি স্বকীয় মৰ্য্যাদা আছে, ঐতিহ্য আছে; যিদৰে মোৰ পৰিয়ালটোৰ এটি আপোন মৰ্য্যাদা আছে, ঐতিহ্য আছে। সেইটোত নিশ্চয় আমাৰ কাৰো পৰিয়ালেই ক্ষুণ্ণ হোৱাটো নিবিচাৰে। মানে ধৰক, আমাৰ মাজৰ ইমান মিলা-প্ৰীতি স্বত্বেও নিশ্চয় আমাৰ পৰিয়াল দুটাই আমাৰ



মাজত বিবাহ হোৱাটো নিবিচৰা স্বাভাৱিক। ই তেওঁলোকৰ সন্মান ক্ষুণ্ণ কৰিব, তেওঁলোকৰ মৰ্য্যাদাৰ বাবে ই হানিকৰ হ'ব। আমি শিক্ষিত হৈ, বুজন হৈ তেওঁলোকৰ বিপক্ষে গৈ তেওঁলোকক জানো আঘাত দিয়া উচিত? কেতিয়াও উচিত নহয়, প্ৰমথ দা।"

প্ৰমথে একো নামাতিছিল। তেওঁ যেন ঠিক কথাবোৰ বুজিও বুজিব নোৱাৰিছিল। তেতিয়া লাহে লাহে ডিব্ৰুগড় চহৰলৈ আন্ধাৰ নামি আহিছিল। প্ৰমথে কল্পলতাৰ মুখলৈ সেই পাতল আন্ধাৰৰ মাজেৰে চাই পঠিয়াইছিল। কিন্তু সেই পাতল আন্ধাৰত কল্পলতাৰ মুখমণ্ডলৰ ভাব বুজিব নোৱাৰি। তেওঁলোকৰ তেতিয়া জালান নগৰত সোমাবৰ উপক্ৰম হৈছিল। কল্পলতাই পুনৰ কৈছিল, "গতিকে মোৰ বিয়া যদি কাৰোবাৰ লগত হৈ যায়, আপোনাত বাহিৰে অন্য কাৰোবাৰ লগত— আমাৰ জাতৰ, আমাৰ সম্প্ৰদায়ৰ কাৰোবাৰ লগত, মা-দেউতাৰ নিৰ্ব্বাচন মতে, আপোনাৰতো নিশ্চয় আপত্তি কৰিবলগীয়া একো নেথাকে। নহয়নে, প্ৰমথ দা? কওঁক, ইউ আৰ চো ভেৰী ওৱাইজ্!"

প্ৰমথে কিছুসময় নীৰৱে থকাৰ পিছত অতি চিন্তিত হৈ প্ৰশ্ন কৰিছিল, "মানে তোমাৰ বিয়া ঠিক হৈছে, কল্পলতা? কাৰ লগত? কেতিয়া?"

"আগেয়ে আপুনি মোৰ কথাৰ উত্তৰ দিয়ক। সেয়ে হলেওতো আপোনাৰ আপত্তি কৰিবলগীয়া একো নাই?"

ইতিমধ্যে তেওঁলোকে জালান নগৰ সোমোৱাৰ আগে আগে জালান চাহ-বাগিচাৰ মাজেদি বৈৰাগী মঠলৈ যোৱা ৰাস্তাটোৰে বাওঁফাললৈ ঘূৰি আহিছিল। এটি নিৰ্জন, আন্ধাৰ, পৰিষ্কাৰ পকা বাট। পৰিষ্কাৰ নিৰ্জন বাটত কল্পলতাৰ কাষে কাষে খোজ কাঢ়ি প্ৰমথ ভাট্টাচাৰ্য্যৰ ভাব হ'ল, তেওঁলোকৰ পৰিয়ালৰ ডিব্ৰুগড় নগৰত যি প্ৰতিপত্তি, যি প্ৰাচীন মৰ্য্যাদা, তাক ক্ষুণ্ণ কৰা কেতিয়াও কাৰো বাবে সম্ভৱ নহয়। উচিত অনুচিতৰ প্ৰশ্ন ইয়াত তুলিব নোৱাৰি।

কল্পলতাই যি কৈছে সি সম্পূর্ণ যুক্তিসঙ্গত, অতি জ্ঞানী অভিমত। 'আমাৰ মাজত ইমান মিলাপ্রীতি স্বত্বেও নিশ্চয় আমাৰ পৰিয়াল দুটাই আমাৰ মাজত বিবাহ হোৱা নিবিচৰাটো স্বাভাৱিক···আমি শিক্ষিত হৈ, বুজন হৈ তেওঁলোকৰ বিপক্ষে গৈ তেওঁলোকক জানো আঘাত দিয়া উচিত?' এৰা, উচিত নহয়। কেতিয়াও উচিত নহয়। কল্পলতাই ঠিকেই কৈছে। কল্পলতা অতি জ্ঞানী। প্রমথৰ মুখৰ পৰা সেই মুহূর্ত্ততে ওলাই পৰিল, "এৰা, তুমি ঠিকেই কৈছা, কল্পলতা। তুমি ইমান জ্ঞানী—ইউ আৰ চো ভেৰী ওৱাইজ্। মই আপত্তি কৰিম কেনেকৈ?"

কল্পলতাৰ মনটো যেন বহুখিনি পাতল হৈ উঠিছিল লগে লগে। তেওঁৰ মূৰৰপৰা যেন এটি অতি গধুৰ বোজা লগে লগে নমাই থব পাৰিছিল। ইতিমধ্যে তেওঁলোকে চাহ-বাগিচাখন পাৰ হৈ বৈৰাগী মঠ পাইছিলগৈ। কল্পলতাই কৈছিল, "বলক উভতি যাওঁ এতিয়া।"

তেওঁলোক উভতি আহিছিল। কিন্তু প্রমথে বহু চেষ্টা কৰিও তেতিয়া কিয় জানো আৰু স্বাভাৱিক হৈ উঠিব নোৱাৰিছিল। তেওঁ কৈছিল, "চোৱা কল্পলতা, আমাৰ জীৱনৰ ধৰ্ম্ম হোৱা উচিত, কাৰো ক'তো অশান্তিৰ সৃষ্টি নকৰাকৈ চলি গৈ থকাটো। আমি কাৰো সুখৰ বাটত, কাৰো শান্তিৰ পথত কেতিয়াও কাঁইট নোপোতোঁ, কেতিয়াও বাধা হৈ থিয় নিদিওঁ, নহয়? আমি এতিয়া সহজে আমাৰ অতীতটো পাহৰি যাব পাৰোঁ। আমাৰ অতীতৰ সকলো কথা, সকলো চিন-চাব পাহৰি পেলাব পাৰোঁ। কি কোৱা?"

কল্পলতা জপিয়াই উঠিল, "নাই, নাই! উঃ আপুনি যে কি কয়, প্রমথ দা! সেইটো কেনেকৈ হ'ব? আমি আমাৰ অতীতটো, আমাৰ সেই দুৰ্লভ অতীতটো কেনেকৈ পাহৰি যোৱাৰ কথা ভাবিব পাৰোঁ? আমাৰ সেই অতীতৰ অমূল্য স্মৃতিবোৰ আমি আলফুলকৈ সাঁচি থম মনৰ যাদুঘৰত, আমাৰ সেই পবিত্র স্মৃতিবোৰ জ্বলি ৰব ধূপৰ দৰে আমাৰ



অন্তৰৰ মণিকূটত। সেইবোৰ পাহৰি যোৱাৰ কথা আপুনি কেনেকৈ কব পাৰে, প্রমথ দা?"

প্রমথে সুধিলে, "তেন্তে তুমি মই দিয়া এই লেডীজ্ হেণ্ড বেগটো, মই দিয়া এই লেডীজ্ কোট্‌টো, মই দিয়া মোৰ সেই চিঠিবোৰ—এইবোৰৰ একোকেই বিয়াৰ পিছতো আঁতৰাই নেপেলোৱা?"

কল্পলতাই চিন্তান্বিত হৈ কিছুসময় নীৰৱে আছিল। তাৰ পিছত তেওঁ ক'লে, "এৰা, সমস্যা সেইখিনিতে।" তেওঁ পুনৰ অলপ ভাবিলে আৰু এক বিষণ্ণ গম্ভীৰ সুৰত ধীৰে ধীৰে ক'লে, "সেইবোৰ আঁতৰাই পেলাওক। মই আপোনক দিয়া টাইডাল, চুৰেটাৰটো আৰু চিঠিবোৰ—আঁতৰাই পেলাওক। সেইবোৰৰ স্মৃতিকণ মাথোন ৰৈ যাব দিয়ক আমাৰ মনত। সেয়েই আমাৰ বাবে যথেষ্ট। ময়ো তাকেই কৰিম, আমাৰ উভয়ৰেে মঙ্গলৰ বাবে।"

প্রমথে মনে মনে শুনি আছিল। হঠাৎ প্রমথৰ বৰ গৰম লাগিল। সেই জাৰৰ গধূলি ডিব্রুগড় চহৰত প্রমথ গৰমত ঘামি গ'ল। তেওঁ বৰ অস্বস্তি বোধ কৰিলে। তিনিটা বুটামৰ টাইট-ফিটিং কোটটো, গলটো বতাহ সোমাব নোৱাৰাকৈ বন্ধ কৰি থোৱা ইটালীয়ান টাইডাল, আগজোঙা জোতাযোৰ, ড্রেইন-পাইপ ট্রাউজাৰ্চটো প্রমথ ভট্টাচাৰ্যাৰ সেই মুহূর্ত্ততে খুলি পেলাবৰ মন গ'ল। এৰা, প্রমথ ভট্টাচাৰ্য্যৰ বৰ গৰম লাগিছে, তেওঁৰ বৰ অস্বস্তি লাগিছে। তেওঁ এইবোৰ খুলি পেলাব। প্রমথৰ ভাব হ'ল, এই আধুনিক বেশভূষা, এই পাশ্চাত্য পোছাক-পৰিচ্ছদে তেওঁক যেন শুজা নাই—এইবোৰৰে তেওঁক যেন মাথোন এটি বান্দৰৰ দৰেহে দেখা গৈছে। এই গৰম দেশৰ বাবে এই ঠাণ্ডা দেশৰ বয়-বস্তু কেতিয়াও উপযুক্ত নহয়। প্রমথে এইবোৰ খুলি পেলাব। প্রমথে এই মুহূর্ত্ততে এইবোৰ খুলি পেলাই এখন পাতল, লাহী ধুতি পিন্ধিব, এটি হাতেবোৱা পাটৰ চোলা পিন্ধিব। প্রমথক শান্তি লাগে, প্রমথক শীতলতা লাগে।

প্রমথৰ তেতিয়াই একে নিমিষতে কল্পলতাক এৰি ঘৰত গৈ উঠিবৰ মন

গ'ল। প্ৰমথৰ মন গ'ল, ঘৰত গৈ চোতালত ঢাৰি-পাটী পাৰি লৈ তাতে শুদা গাৰে শুই পৰি মুকলি বতাহত অকণ শান্তি বিচাৰিবলৈ। এৰা, প্ৰমথৰ বৰ গৰম লাগিছে। তেওঁ কল্পলতাক এৰিব ; কল্পলতাক এৰি তেওঁ ঘৰলৈ গৈ চোতালৰ ঢাৰি-পাটীত বহি এবাটি থেকেৰাৰ পানী খাবগৈ। প্ৰমথৰ বৰ পিয়াহ লাগিছে। প্ৰমথে এবাটি থেকেৰাৰ পানী খাবগৈ।

প্ৰমথৰ খোজ খৰ হ'ল। তেওঁৰ মুখত মাত নাই। তেনেতে কল্পলতাই কৈ উঠিল, "ৰব না, ইমান বেগাই খোজ নিদিব। মই ভাগৰি গৈছোঁ। তাতে আকৌ ইমান ঠাণ্ডা। ডিচেম্বৰৰ ডিব্ৰুগড় তো, ঠাণ্ডা নহৈ কি হ'ব!"

কল্পলতাৰ কথাত হঠাৎ প্ৰমথ ঘূৰি আহিল বাস্তৱ জগতলৈ, তেওঁৰ স্বাভাৱিক অৱস্থালৈ: এৰা, এয়া ডিচেম্বৰৰ ডিব্ৰুগড়। চহৰত এতিয়া হাড়কঁপোৱা জাৰ। কল্পলতাই তাক ক'লে, "ৰিক্সা এখন লওক, প্ৰমথ দা। মোৰ বৰ পিয়াহ লাগিছে ; আমি 'আশা হোটেল'লৈ যাওঁহক। দুয়ো দুকাপ স্পেচিয়েল্ কফি খাই লওঁগৈ।"

কল্পলতাৰ কথা শুনি প্ৰমথৰ ভাব হ'ল, কল্পলতাই ঠিকেই কৈছে। সভ্যতাৰ সোঁতত উটি, আধুনিকতাৰ পম খেদি আমি ইমান দূৰ আঁতৰি আহিলোঁ যে এই গধূলি ইমান গৰম লগা সময়ত, লাহী ধুতি পিন্ধা পাটৰ চোলা পিন্ধা অথবা শুদা গাৰে চোতালত ঢাৰি-পাটী পাৰি মুকলি বতাহ লোৱা আৰু সম্ভৱ নহয়। পিয়াহত অণ্ঠকণ্ঠ শুকাই যোৱা সময়ত আমি আৰু থেকেৰাৰ পানী বিচাৰি পাব নোৱাৰোঁ। আমি যাব লাগিব 'আশা হোটেল'লৈ একাপ স্পেচিয়েল কফি বিচাৰি। তাৰ বাবে প্ৰমথ ভট্টাচাৰ্য্যৰ কোনো ক্ষোভ নাছিল। কিন্তু প্ৰমথ ভট্টাচাৰ্য্যৰ ক্ষোভ হ'ল, সেই ডিচেম্বৰৰ হাড় কঁপোৱা ঠাণ্ডাৰ গধূলি তেওঁৰ অতি গৰম লগা, থেকেৰাৰ পানী বিচাৰিবলগীয়া হোৱাকৈ অতি পিয়াহ লগা, আৰু নিজকে বান্দৰ যেন লগা সেই অস্বাভাৱিক তেওঁৰ অৱস্থাটোৰ বাবেহে। প্ৰমথ ভট্টাচাৰ্য্যৰ নিজকে সুধিবৰ মন গ'ল, কিয় এনে হয়?

# পুত্ৰ

সি আহিছিল মাজতে এদিন মাথোন থাকি যাব বুলি। থকা হ'ল তিনি দিনেই। দেউতাকৰ সেই 'বিশেষ কথা'টো কিন্তু আজিলৈকে কোৱা নহ'ল। আৰু সাত দিন থাকিলেও যে সেই 'বিশেষ কথা'টো তাক কোৱা হ'ব দেউতাকৰ, সেই কথা, তাৰ আৰু বিশ্বাস হ'ব নোখোজে। এই তিনি দিনে দেউতাকৰ কথা-বতৰালৈ লক্ষ্য কৰি তাৰ এনে ধাৰণাই হৈছে। গতিকে, কাইলৈ থকা, পৰহিলৈ থকা বা আজিয়েই গুচি যোৱা—এই আটাইবোৰৰ অৰ্থ এতিয়া তাৰ বাবে একেই। তেন্তে সি আজিয়েই গুচি নাযায় কেলৈ?

সি ঠিক কৰিলে, সি আজিয়েই চহৰলৈ গুচি যাব আৰু গৈ কাইলৈ পুনৰ কামত যোগ দিব। গধূলিলৈ ৰেল এখন আছে। দেউতাক এতিয়া সোনকালে আহি পালেই হয়। তাৰ দেউতাক কালিয়েই গৈছে তিনি মাইল দূৰৈৰ গাওঁখনলৈ তাৰ ডাঙৰ ভনীয়েকক শহুৰেকৰ ঘৰৰপৰা আনোঁ বুলি। বাছ-মটৰ চলাচল নকৰা গাৱঁলীয়া বাট। আজি এতিয়া সোনকালে আহি পালেই হয় দেউতাক। গধূলিৰ ৰেলখন ডেৰমাইল দূৰৈৰ চহৰখনত গৈ সি ধৰিব পাৰিলেই হয় কোনোমতে। কিন্তু দেউতাক জানো আহি পাব ইতিমধ্যে?

তাৰ দেউতাক। পঁচপন্ন বছৰ বয়সত ভৰি দিছে তাৰ দেউতাকে। চৰকাৰী চাকৰি কৰা হ'লে অৱসৰ পোৱা সময়। সাংসাৰিক কামৰপৰা কিন্তু অৱসৰ লোৱাৰ কথা ভবা নাই তাৰ দেউতাকে এতিয়াও। স্বাস্থ্যটোও তেওঁৰ বেছ। নোদোকা স্বাস্থ্যৰ, নিয়মীয়া উচ্চতাৰ তাৰ দেউতাকৰ আগত থিয় দিবলৈ লাজেই লাগে দুৰ্ব্বল, ক্ষীণ তাৰ সেই স্বাস্থ্যটিৰে। দেউতাক সঁচাকৈয়ে তাৰ এতিয়াও বেচ ডেকা হৈয়েই আছে। মাটি-বাৰী-সম্পত্তি থকা কবিৰাজ দেউতাক তাৰ।

এই যুগতো অভাৱ-অভিযোগৰ সন্মুখীন হোৱা নাই তেনেদৰে এই পৰ্য্যন্ত। হয়তো সেইটো সম্ভৱ হৈছে দেউতাকৰ পুৰণিকলীয়া মাটি-বাৰী-সম্পত্তিখিনিৰ বাবে, হয়তো সেইটো সম্ভৱ হৈছে দেউতাকৰ কবিৰাজী এই অঞ্চলটোত ভালদৰে চলে বাবে, নাইবা সেইটো হয়তো সম্ভৱ হৈছে আগৰেপৰাই এই অঞ্চলটোৰ মানুহবোৰে তাৰ দেউতাকক সততে সমীহ কৰি চলে বাবে। তাৰ দেউতাক, সঁচা-সঁচিকৈয়েই, সকলোৰে কেনেকৈ যে শ্ৰদ্ধাৰ পাত্ৰ!

অৱশ্যে সকলোৰে মানে এই অঞ্চলৰ পুৰণি চাম মানুহৰহে নিশ্চয় তাৰ দেউতাক শ্ৰদ্ধাৰ্হ। গাৱঁৰ ডেকাসকলে, তাৰ সমবয়সীয়াসকলে, গাৱঁৰ নতুন চাম মানুহে তাৰ দেউতাকক কি বুলি ভাবে বাৰু? সেইটো সি নেজানে। গাৱঁৰ ডেকাসকলে, তাৰ সমবয়সীয়াসকলে, গাৱঁৰ নতুন চাম মানুহে এই অঞ্চলটোৰ সকলোৰে সন্মানৰ পাত্ৰ তাৰ দেউতাকক কি ভাবে গ্ৰহণ কৰে, সি নেজানে। কিন্তু সি জানে, তাৰ দেউতাক এজন পুৰণিকলীয়া মানুহ। পঁচপন্ন বছৰ বয়সতো ডেকা হৈ থকা তাৰ দেউতাক এজন পুৰণি মানুহ। কিন্তু সুখী। সুখেৰেই গ'ল দেউতাকৰ দিনবোৰ এই গাওঁখনত। হাতত বেতৰ টোকোনডাল লৈ, ভৰিত পাম্প্‌চু পিন্ধি, ধুতী-পঞ্জাবী পৰিহিত, তালুত চুলি নোহোৱা তাৰ দেউতাক যেতিয়া গাৱঁৰ বাটে বাটে খোজ কাঢ়ি যায়, কোনে বাৰু সন্মানৰ চকুৰে নাচায় তেতিয়া তাৰ দেউতাকক? কোনেই বা এবাৰ ঘূৰি নাচায় বাট-চ'ৰা আৰু ৰোগী-চোৱা ঘৰ হিচাপে ব্যৱহাৰ কৰা এটি কোঠাৰ আৰু ঔষধ থোৱা আৰু আলহী-অতিথি আহিলে থাকিবলৈ দিবলৈ ৰখা আন দুটি কোঠাৰ টিনৰ চালৰ, চূণ দিয়া, কাঠ লগোৱা বেৰৰ বাটৰ পিনৰ সিহঁতৰ এই ঘৰটোলৈ? আৰু ঘূৰি চাই কোনেইবা এবাৰ অন্ততঃ নাভাবে, এইটো তেওঁলোকৰ কবিৰাজ দেউৰ ঘৰ? এৰা, দেউতাক তাৰ সঁচাকৈয়েই সকলোৰে সন্মানৰ পাত্ৰ। কিয় তেন্তে সি নিজেই তাৰ দেউতাকক, তাৰ জন্মদাতা পিতৃক সিমান সন্মানীয়, সিমানখিনি সমীহৰ যোগ্য বুলি ভাবিব নোৱাৰে?



কিন্তু তাৰ দেউতাকক জানো সি অশ্ৰদ্ধা কৰে? দেউতাকৰ টকাৰেইতো সি চহৰত থাকি বি. এ. পাচ কৰিলে। বি. এ. পাচ কৰালৈকে তাৰ দেউতাকে অঞ্চলটোৰ অইন দহজনক দিয়াৰ দৰে তাকো কত যে ভাল ভাল উপদেশ দি আহিছে। বি. এ. পাচ কৰাৰ লগে লগে তাৰ দেউতাকে তাক কৈছিল, "বি. এ. পাচ কৰিলি। বহুখিনি হ'ল। মই ছাত্ৰবৃত্তি পাচ নকৰাকৈয়েই সংস্কৃত টোলত পঢ়ি আয়ুৰ্ব্বেদ শাস্ত্ৰী উপাধি লাভ কৰিছিলোঁ। তই বিশ্ববিদ্যালয়ৰে ডিগ্ৰী ললি। বহুত কৰিলি। আমাৰ অৱস্থাৰ মানুহে আৰু বেছিকৈ উধাবৰ আশা কৰিব নেলাগে। ওচৰৰ চহৰখনতেই মাষ্টৰৰ চাকৰি এটা ওলাইছে। দৰ্খাস্ত এখন পেলাই থৈ আহ গৈ। পিছত মই গৈ যি পাৰোঁ কৰিম।" সি অৱশ্যে দেউতাকৰ ইচ্ছামতে দৰ্খাস্ত এখন পেলাই থৈ নাহিল। মাষ্টৰ হৈ সি ল'ৰাহ'তক পঢ়ুৱাব কি? কলেজত লোৱা তাৰ বিষয়কেইটাৰ এটাও স্কুলত নালাগে। এম. এ. পঢ়িবলৈ দেউতাকে তাক মানা কৰিছিল। তাৰো সেইপিনে কোনো উৎসাহ নাছিল। কলেজত পঢ়া বিষয়কেইটাৰ কোনোটোতেই তাৰ বিশেষ ৰাপ নাছিল। বি. এ. পৰীক্ষাৰ খবৰ ওলোৱাৰ পিছত তথাপি সি গুৱাহাটীলৈ পুনৰ উভতি আহিল গাৱঁৰপৰা। এম. এ. পঢ়িবলৈ মানা কৰি মাষ্টৰী কৰিবলৈ উপদেশ দিয়া তাৰ দেউতাকৰেই টকা ভাঙি সি গুৱাহাটীত কিছুদিন অনাই-বনাই ফুৰিছিল আৰু অৱশেষত কমাৰ্চিয়েল স্কুল এখনত দেউতাকৰ টকাৰেই নাম লিখি ষ্টেনোগ্ৰাফী পঢ়িবলৈ লৈছিল। দেউতাকৰ টকাৰেই সি ষ্টেনোগ্ৰাফীৰ শেষ পৰীক্ষা পাচ কৰিলে। আৰু তাৰ পিচতো দেউতাকৰ টকা ভাঙি ভাঙিয়েই কেইমাহমান অনাই বনাই ফুৰাৰ পিচত চাকৰি এটা পাই গ'ল গুৱাহাটীতেই। তাৰ পিচত আজি এই কেইবছৰে সি চাকৰি কৰিছে, মাহৰ মূৰে মূৰে দৰ্মহাৰ টকা গণি লৈছে, আৰু চলি গৈছে। ঘৰৰ বাবে কোনো চিন্তা নাই। দেউতাক আছে। দেউতাকেও কোনো কথাত তাৰ আপত্তি কৰা নাই কোনো দিন।

তথাপি দেউতাকক সি জানো শ্ৰদ্ধা নকৰে? কিন্তু কৰে জানো দেউতাকক সি প্ৰকৃততে শ্ৰদ্ধা? সঁচাই জানো তাৰ দেউতাক শ্ৰদ্ধাৰ্হ? যদি নহয়, কিয় নহয় বাৰু? এটা কথাত তাৰ অৱশ্যে দেউতাকলৈ খং। দেউতাকে তালৈ সঘনাই চিঠি দিয়ে আৰু প্ৰত্যেকখন চিঠিৰেই নিয়মিত তাৰপৰা মিছাতেই উত্তৰ বিচাৰে। আৰু দেউতাকৰ এই অনাহূত চিঠিবোৰৰ প্ৰতিখনেই এটা কথা নিয়মিত লিখা থাকে: "ভনীয়েৰহঁতৰ এজনী এজনীকৈ কেবাজনীও ডাঙৰ হ'ল। তোক সংসাৰৰ কোনো চিন্তাতেই মই আজিলৈকে পেলোৱা নাই। পিছে আজিকালিৰ দিনবোৰ কিবা হ'ল। মই আৰু নোৱাৰা হৈ আহিছোঁ। ইহঁতৰ চিন্তা তই কৰিবি। তোৰ নিজৰো বয়স হৈছে। কাৰো বয়স বৈ নাথাকে।" তাৰপৰা প্ৰায়েই উত্তৰ নোপোৱা স্বত্বেও কেনেকৈ যে দেউতাকে তালৈ ইমান সঘনাই চিঠি দিব পাৰে! তাকো একেষাৰ কথাকেই বাৰে বাৰে লিখি! চাকৰিত সোমোৱাৰ পিছৰেপৰা দেউতাকৰ এই চিঠিবোৰেই তাৰ জীৱনটো বহু পৰিমাণে বিৰক্তিকৰ কৰি তুলিছে। সি দেউতাকক ঠিকমতে শ্ৰদ্ধা কৰিব নোৱাৰৰ কাৰণ এয়েইনেকি?

নহ'লে অন্য কাৰণ আৰু কি থাকিব পাৰে? কিয় সি ঘৰখনত থাকি ভাল নাপায়? কিয় ঘৰৰপৰা আঁতৰি থাকিবলৈ ভাল পোৱা হ'ল সি? কি অভিযোগ আছে তাৰ দেউতাকৰ বিৰুদ্ধে? দেউতাকতো এজন আদৰ্শ গৃহস্থই। এটা নহয়, দুটা নহয়, বাৰটা জীৱিত সন্তান দেউতাকৰ। এই জীৱিত বাৰটা সন্তানৰ কোনোটিৰেই প্ৰতি দেউতাকে কেতিয়াও কৰ্ত্তব্য নকৰাকৈ থকা নাই। তাৰ তলৰ ভনীয়েকজনীক উপযুক্ত বয়সতে উপযুক্ত পাত্ৰত সোধোৱা হৈছে। ভনীয়েক সুখেৰেই খাই-বৈ আছে বুলি শুনা যায় শহুৰেকৰ ঘৰত। সেই ভনীয়েকৰ তলৰ তাৰ ভায়েকজনেও বি. এ. পাচ কৰি ওলাইছে তাৰ দেউতাকৰ অনুগ্ৰহতেই। অৱশ্যে যোৱা আঢ়ৈ বছৰে তাৰ ভাগ্যত চাকৰি এটি মিলা নাই। কিন্তু তাৰ বাবেতো আৰু দেউতাকৰ দোষ



নাই। বি. এ. পাচ কৰি উঠাৰেপৰা সি অসমৰ ইমূৰৰপৰা সিমূৰলৈ এই আঢ়ৈ বছৰে কেৱল চাকৰিৰ দৰ্খাস্ত কৰিছে আৰু চাকৰিৰ সন্ধানত অবিৰাম ঘূৰি ফুৰিছে। চাকৰি কিন্তু পোৱা নাই আজিলৈকে। তাৰ বাবেতো আৰু দেউতাকক জগৰীয়া কৰিব নোৱাৰি। এই ভায়েকজনৰ পিছত তাৰ একেলগে তিনিজনী ভনীয়েক। এই তিনিজনীৰ বৰজনীয়ে কেতিয়াবাতেই মেট্ৰিক ফেল কৰি ঘৰতে বহি আছে। মাজুজনীয়ে মেট্ৰিক পাছ কৰিছে যদিও ওচৰতে কলেজ নথকাত আৰু দেউতাকে বিয়া দি উলিয়াই দিব নোৱাৰাত, তাইও ঘৰতে বহি আছে। আৰু এই তিনিজনীৰ সৰুজনীয়ে এইবাৰ ক্লাচ টেনত পঢ়ে। গাৱঁৰ ছোৱালীৰ পক্ষে ইমানখিনি শিক্ষা নিশ্চয় কম নহয়। তাৰ দেউতাকক এই ভনীয়েক তিনিজনীৰ বাবেও কোনেও দূষিব নোৱাৰে। তদুপৰি বিয়াৰ বয়স হোৱা এই তিনিওজনী ভনীয়েককেই মাক-দেউতাকে ঘৰৰ কামবন শিকাই গৃহিণীৰ বাবে উপযুক্তা কৰি তুলিছে। গাৱঁৰতো সকলোৱে কোৱা সি নিজেই এই কেইদিন শুনিছে, কি কামে-কাজে, কি স্বভাৱে-চৰিত্ৰই কবিবাজৰ তিনিওজনী ছোৱালী, মানে তাৰ তিনিওজনী ভনীয়েক সাক্ষাৎ লখিমী। তথাপি দেউতাকে যে ইহঁত তিনিওৰে কোনোজনীকেই বিয়া দিব পৰা নাই, সেয়া জানো দেউতাকৰ দোষ? আৰু ইহঁত তিনিজনীৰ তলতো তাৰ আৰু ছজন ভায়েক-ভনীয়েকতো আছেই। সিহঁতৰ বাবেও দেউতাকে কৰিবলগীয়া সকলোখিনি কৰি আছে। গতিকে ইমানৰ পিচতো দেউতাকৰ প্ৰতি তাৰ শ্ৰদ্ধা, আপোন কৰ্ত্তব্য সুচাৰুৰূপে কৰি যোৱা তাৰ দেউতাকৰ প্ৰতি তাৰ শ্ৰদ্ধা, কেলৈ নহ'ব?

এৰা, দেউতাকৰ প্ৰতি তাৰ শ্ৰদ্ধা আছে, যিদৰে দেউতাকৰ প্ৰতি তাৰ সহানুভূতি আছে। কিন্তু চিঠিবোৰ! এই যে দেউতাকৰ চিঠিবোৰ! সেই আহ্বানটো, অস্পষ্ট ভাষাৰ দেউতাকৰ সেই সঘন আহ্বানটো! "ভনীয়েৰহঁতৰ এজনী এজনীকৈ কেবাজনীও ডাঙৰ হ'ল। তোক সংসাৰৰ কোনো চিন্তাতেই মই আজিলৈকে পেলোৱা নাই।

পিছে আজিকালিৰ দিনবোৰ কিবা হ'ল। মই আৰু নোৱাৰা হৈ আহিছোঁ। ইহঁতৰ চিন্তা তই কৰিবি। তোৰ নিজৰো বয়স হৈছে। কাৰো বয়স বৈ নাথাকে।"

কাৰো বয়স বৈ নাথাকে। সকবোৰৰ কথা বাদ দিও তাৰ ডাঙৰ হৈ অহা ভনীয়েক তিনিজনীৰ, তাৰ ভায়েকৰ, তাৰ নিজৰ কাৰোৰেই বয়স বৈ নাথাকে। কিমান যে সঁচা কথা! অথচ কিমান বেদনাদায়ক এই সত্যৰ উপলব্ধি তাৰ বাবে। আচলতে এই সত্যৰ উপলব্ধি কৰিবপৰা অৱস্থাত সি উপনীত হোৱাৰেপৰা এই সত্যৰ তাৰ এনে গভীৰ-ভাৱে উপলব্ধি হৈছে যে ইয়েই তাৰ পক্ষে এক তাড়নাৰ কাৰণ হৈ পৰিছে আৰু সেই তাড়নাৰপৰা মুক্তি বিচাৰি সি অহৰহ চেষ্টা কৰিছে তাৰ ঘৰ তাৰ পৰিয়ালৰপৰা পলাই ফুৰিবলৈ। অথচ দেউতাকৰ সেই অনাহূত, একস্বৰী, সঘন চিঠিবোৰে বাৰে বাৰে তাক মুখা মুখি কৰি দয়ে সেই সত্যৰ, সেই নিষ্ঠুৰ সত্যৰ! দেউতাকলৈ খং নুঠি তাৰ আৰু খং উঠিব কালৈ? দেউতাকক সি শ্ৰদ্ধা কৰিব কেনেকৈ?

এই কাৰণেই সি ঘৰলৈ নাযায়। যোৱা সাত বছৰ সি ঘৰলৈ যাবলৈ উৎসাহ বোধ কৰা নাছিল। কিন্তু আৰু নোৱাৰিলে। এই চিঠিখন পাই, দেউতাকৰ এই শেহতীয়া চিঠিখন পাই সি আহিবলৈ বাধ্য হ'ল। কোনো কাৰণ নেদেখুৱাকৈ, "এটি বিশেষ কথা"ত বুলি "যেনে তেনে" মাতি পঠিয়াইছে এইবাৰ তাক দেউতাকে এই চিঠি-খনেৰে। চিঠি পোৱাৰ দিনাই পাইছে আকৌ এখন টেলিগ্ৰাম। সি আহিবলৈ বাধ্য হ'ল। সি ঘৰ পালেহি। আৰু ঘৰ পাই সি যি বুজিলে তাত সি আচৰিত নহ'ল। ছোৱালী তিনিজনীৰ এজনীকো যোৱা ছয় বছৰে ক'তো সোধাৰ নোৱাৰি, এই বেলি দেউতাকে পাতিব খুজিছে তাৰ বিয়া। ছোৱালী মাক-দেউতাক-ভনীয়েকহঁতে চাই পচন্দ কৰিছে। সি চাই আহি সন্মতি দিলেই বিয়াখন হৈ যায়। কিমান ছোৱালীৰ খবৰ আহিছিল, কিমান ছোৱালী যাচিছিল তাৰ বাবে



তাৰ মাক দেউতাকক যোৱা কেইবছৰত, তাৰ হিচাপ নাই। অৱশেষত মাক-দেউতাকে তাৰ বিয়াখন পতাকেই থিৰ কৰিলে আৰু এই ছোৱালী-জনী পচন্দ কৰিলে তাৰ বাবে। সি আহি ঘৰ পোৱাৰ পিচতেই মাকে তাক এই কথাকেই কৈছিল। তাক ছোৱালীজনী চাই আহি তাৰ মতামত জনাবলৈ কৈছিল। সিও লগে লগেই সি এতিয়াই বিয়া নকৰায় আৰু তাৰ বাবে সেই কাৰণে এতিয়া ছোৱালীও চাব নালাগে বুলি মাকক কৈ দিছিল। কিন্তু মাকে নামানে। আহাৰ পিছদিনাই সি উভতি যাব খুজিছিল। কিন্তু দেউতাকে সেই দিনাই তাৰ ডাঙৰ ভনীয়েকক আনিবলৈ তাইৰ শহুৰেকৰ ঘৰলৈ যাবলৈ ওলাল, তাক ঘৰত থাকিবলৈ কৈ। দেউতাকে তাৰ আগত বেছি কথা নকয়। গতিকে যি দুই-এষাৰ কয় তাক পেলোৱা তাৰ পক্ষে সম্ভৱ নহয়। তেনে-কৈয়েই সি ঘৰতে বৈ থাকিল আজিলৈ। এতিয়া আজি যাব পাৰিলেও তাৰ পক্ষে বহুত। গধূলিলৈ ট্ৰেইন এখন আছে। দেউতাক ইতিমধ্যে আহি পালেই হয়।

তাৰ সৰু ভায়েক-ভনীয়েককেইজন হঠাৎ বাহিৰলৈ ওলাই দৌৰিবলৈ ধৰাৰ সি উমান পালে। দেউতাক উভতি আহিল নিশ্চয়। আৰু লগতে নিশ্চয় আহিল তাৰ ডাঙৰ ভনীয়েক। "বাইদেউ আহিলে, বাইদেউ আহিলে,..." তাৰ সৰু ভায়েক-ভনীয়েকহঁতে চিঞৰি চিঞৰি ৰাস্তা পাইছে গৈ। তাৰ তেন্তে ডাঙৰ ভনীয়েক আহি গ'ল? কেনে লাগিব এতিয়া তাইক লগ পালে তাৰ? কিমান দিন যে দেখা নাই তাইক সি। যোৱা সাত বছৰেই সি তাইক, তাৰ ডাঙৰ ভনীয়েকক, বিয়া দি উলিয়াই দিয়া তাৰ ডাঙৰ ভনীয়েকক দেখা নাই। কেনে বাৰু দেখা হৈছে তাই এই সাত বছৰত? অকলে অকলে চকীখনত বহি সি মনলৈ আনিবলৈ চেষ্টা কৰিলে তাৰ ডাঙৰ ভনীয়েকৰ মুখৰ ছবিখনি। এজনী যোল-সোতৰ বছৰীয়া নোদোকা স্বাস্থ্যৰ সদা-হাস্যময়ী তৰুণী—তাৰ ভনীয়েক—সাত বছৰ আগতে বিয়া দি উলিয়াই দিয়া তাৰ ডাঙৰ ভনীয়েক।

এয়া তেওঁলোক—তাৰ দেউতাক আৰু তাৰ ডাঙৰ ভনীয়েক আহি চোতাল পালেহিয়েই। বাট চ'ৰাৰ দুৱাৰ মুখেৰে সি প্ৰথমতে দেখা পালে তাৰ দেউতাকক। ক্ৰমে ক্ৰমে দেখা গ'ল, ঘৰৰ তাৰ সৰু সৰু ভায়েক ভনীয়েককেইটাৰ বিশৃঙ্খল দলটি। আৰু সিহঁতৰ মাজতেই তাৰ সেয়া ডাঙৰ ভনীয়েক। আচৰিত! সাত বছৰ অগতে বিয়া দি উলিয়াই দিয়া তাৰ ভনীয়েকজনীৰ লগত এই ভনীয়েকৰ কোনে মিলেই নাই। ক্ষীণ, পাতল গাৰ, গম্ভীৰ, বিমৰ্ষ মুখ এখনেৰে এগৰাকী তিৰোতা—তাৰ ডাঙৰ ভনীয়েক। হাতত ধৰি ধৰি আগুৱাই আনিব ধৰিছে তাৰ সৰু সৰু উশৃঙ্খল ভায়েক-ভনীয়েক কেইজনীৰ লগে লগে প্ৰায় পাঁচ বছৰীয়া এটি সৰু ল'ৰা—তাৰেই নিশ্চয় ভাগিনেক। ভনীয়েকৰ এই পৰিৱৰ্ত্তিত চেহেৰাটি দেখি সি আচৰিত হোৱাই অকল নহয়, লগতে সি হ'ল আহত আৰু বিষণ্ণও। ৰক্তহীন শেঁতা এখনি মুখ—বিষণ্ণ, নিৰানন্দ। কৃশ, দুৰ্বল এটি চেহেৰা—ক্লান্ত অৱসন্ন। লাহে লাহে সি মন কৰিলে, সৰু সৰু তাৰ ভায়েক-ভনীয়কহঁতৰ দুজনীৰ কোলাত দুটি অচিনাকি কেঁচুৰা—তাৰেই ভাগিন ভাগিনীয়েক নিশ্চয়। কণ কণ অচিনাকি মামাক, মাহীয়েহঁতৰ মৰমৰ আতিশয্যত সিহঁতে এবাৰ যদি হাঁহিছে, এবাৰ আকৌ কান্দিছে।

ইতিমধ্যে তাৰ দেউতাক ঘৰ সোমাইছিলহি। আৰু আনন্দত উন্মত্ত হোৱা সৰু সৰু ভায়েক ভনীয়েকহঁতৰ মাজৰপৰাই মাজ চোতালত থিয় হৈ তালৈ চাই পঠিয়াইছিল তাৰ ডাঙৰ ভনীয়েকে। সিও চাই পঠিয়ালে ভনীয়েকৰ চকুলৈ-ভনীয়েকৰ চকুৱে মুখে সেই মুহূৰ্ত্তত দেখা গ'ল এলান্ধুৱে ভৰা আওপুৰণি বিজুলী তাঁৰ কেতবোৰত যেন আকস্মিক বিদ্যুৎ চমকনি। ইতিমধ্যে বৰঘৰৰ ভিতৰৰ পিনৰপৰা ওলাই আহিল তাৰ গাভৰু ভনীয়েক তিনিজনী। সৰু সৰু ভায়েক-ভনীয়েক-কেইজনী ইতিমধ্যে সিহঁতৰ ভাগিন-ভাগিনীয়েক তিনি টাক লৈ আঁতৰি গৈছিল। আৰু মাজ চোতালৰপৰা তাৰ পিনে আগুৱাই



আহিছিল শহুৰেকৰ ঘৰৰপৰা অহা তাৰ ভনীয়েক। লগে লগে আহিছিল তাৰ আবিয়ৈ গাভৰু ভনীয়েক তিনিজনীও।

"তোৰ আহিবৰ তিনি দিনেই হ'ল? ঘৰত এনেদৰে বহি থকাতকৈ দেউতাৰ লগত আমাৰ পিনেইতো গৈ অহিব পাৰিলিহেঁতেন!" তাৰ ডাঙৰ ভনীয়েকৰ আপত্তি। উত্তৰত কিবা ক'বলগীয়া আছে বুলি সি নাভাবিলে। তাৰ মুখত এটি নিস্তেজ হাঁহি মাথোন বিৰিঙি উঠিল। শহুৰী খাটি অহা ভনীয়েকে তাক আৰু কি ক'লেহেঁতেন ক'ব নোৱাৰি। কিন্তু তেনেতে পাঁচ বছৰ মান হোৱা তাৰ ডাঙৰ ভাগিনেকে চেতালৰপৰা বাট-চ'ৰালৈ সোমাই আহি আৰু তাৰ মাকক আঁচলত ধৰি টানিবলৈ ধৰিলে। মাকে অৰ্থাৎ তাৰ ভনীয়েকে বিৰক্তিৰ সুৰত কৈ উঠিল, "উঃ, ৰবিচোন অকণমান, এয়া ডাঙৰ মামাৰ নহয়!" তেওঁ ল'ৰাটোক কোলাত তুলি ল'লে আৰু চোতাললৈ যাবলৈ ওলাল। চোতালত তেতিয়া তাৰ মাক তাৰ ডাঙৰ ভনীয়েকৰেই কেঁচুৱাটি লৈ থিয় হৈ ৰৈ আছে। সি হঠাৎ সেই পাঁচ বছৰীয়া তাৰ ডাঙৰ ভাগিনেকটোক ভনীয়েকৰ কোলাৰপৰা টান মাৰি লৈ আহিব খুজিলে আৰু ভাগিনেকৰ গাল দুখনত আঙুলিৰে টিপা এটি মাৰি মৰমসনা মাতেৰে ক'বলৈ চেষ্টা কৰিলে, "চাওঁ এইপিনলৈ চোৱাচোন—চিনিছানে নাই?" পাঁচ বছৰীয়া তাৰ ডাঙৰ ভাগিনেকে মুখখন ঘূৰাই দি তাৰ কোলালৈ নাহি মাকৰ কোলাতেই থাকিবলৈ উচপিচাবলৈ ধৰিলে। ওচৰতে থকা সৰু সৰু ভায়েক-ভনীয়েক কেইজনে তাৰ ভাগিনেকক সাহস দিলে, "এয়া তোমাৰ ডাঙৰ মামা, ডাঙৰ মামা। ভয় নকৰিবা।" ভাগিনেকৰ তথাপি আপত্তি নুগুচিল। তাৰ ভায়েক-ভনীয়েকহঁতে অৱশেষত তাক আঁতৰাই নিলে চোতাললৈ—তাৰ আইতাকৰ ওচৰলৈ।

তাৰ কোঠাটো পুনৰ নিৰ্জ্জন হৈ উঠিল। পুনৰ সি নীৰৱতাৰ মাজত বুৰ গ'ল। অলপ সময়ৰ পিচতে ক্লাচ টেনত পঢ়ি থকা তাৰ ভনীয়েকজনীয়ে বাইদেৱেকৰ একেবাৰে সৰু কেঁচুৱাটো লৈ তাৰ ওচৰ

পালেহি। সি এটি হাঁহি মাৰিবৰ চেষ্টা কৰি সৰু ভাগিনীয়েকলৈ হাত এখন মেলি দিলে। প্লাষ্টিকৰ পুতলা এটিৰ দৰে কেঁচুৱাটিয়ে হাঁহি এটি মাৰি দিলে তালৈ চাই। লগে লগে সি তাৰ দুয়োখন হাত মেলি দি ল'বলৈ খুজিলে তাৰ সৰু ভাগিনীয়েকজনীক। কিন্তু সেই মুহূৰ্ত্তে তাৰ ক্লাচ টেনত পঢ়া ভনীয়েকে তাক সাৱধান কৰি দিলে, "দাদা, তই কি কৰ? এইক নুচুবি। কেঁচুৱা ভাগিনীয়েকক প্ৰথমবাৰ লওঁতে হাতত কিবা এটা দিহে ল'ব পায়। তোৰ হাততো এতিয়া এইক দিবলৈ একো নাই।" সি কোঁচ খাই গ'ল। সি পুনৰ আগৰ দৰে বহি ল'লে। এইবোৰ কথা সি বুজি নাপায়। কেঁচুৱা ভাগিনীয়েক-জনীয়ে কিন্তু হাঁহিয়েই থাকিল একেদৰে তাৰ পিনে চাই। লাহে লাহে তাইক তাৰ ভনীয়েকে আঁতৰাই লৈ গ'ল কোঠাটোৰপৰা। নিৰ্জ্জন কোঠাটোৰ নিস্তব্ধতাৰ মাজত পুনৰ সি বুৰ গ'ল।

ইয়াত সি আৰু বেছি সময় ৰ'ব নোখোজে। ভবাতকৈঁ বহুত বেছি দিন সি গাৱঁত থাকিল। আৰু থকা সম্ভৱ নহয়। সি যাব। আজিয়েই সি যাবগৈ। ডেৰ মাইল আঁতৰৰ চহৰত গধূলিৰ ৰেলখন আজিয়েই সি ধৰিবগৈ নিশ্চয়। সি বহাৰপৰা উঠিল আৰু বাট-চ'ৰাৰপৰা ওলাই আহি চোতালৰ মাজেদি বৰ-ঘৰৰ পিনে খোজ দিলে।

দেউতাকে তেতিয়া ভৰি-হাত ধুই আহি তেওঁৰ শোৱনি-কোঠাত আৰামী চকীখনত বহি লৈছে। সি কোঠাটোত সোমোৱাৰ লগে লগে দেউতাকে তাক তেওঁৰ বিছনাতে বহিবলৈ ইঙ্গিত দিলে। সি বহিল। ইতিমধ্যে তাৰ ডাঙৰ ভনীয়েকো ভৰি-হাত ধুই আহি সেই কোঠাটোতেই সোমাল আৰু তাৰ ওচৰতে বিছনাখনতেই বহি ল'লে। প্ৰায় একে সময়তেই হাতত চাহৰ গিলাচ লৈ কোঠাটোলৈ সোমাই আহিল মাক। পিতলৰ গিলাচত অনা চাহত একেলগে চিৰাও মিহলাই অনা হৈছিল। প্ৰথমবাৰ অনা গিলাচ দুটা তাৰ দেউতাক আৰু ভনীয়েকক দি পুনৰ মাক ভিতৰলৈ গ'ল আৰু দ্বিতীয়বাৰৰ বাবে তেওঁ সোমাই আহিল তাৰ



বাবে এটি পিতলৰ গিলাচত চাহ-চিৰা লৈ। তাৰ হাতত চাহ-চিৰাৰ গিলাচটো দি মাক মজিয়াতেই এখন পীৰা পাৰি বহি পৰিল—কিহবাৰ বাবে যেন প্ৰস্তুত হৈ। দেউতাক আৰু ভনীয়েকে ইতিমধ্যে চামুচেৰে চাহ-চিৰা খোৱাত লাগি গৈছিল। সিও খাবলৈ আৰম্ভ কৰি কৈ উঠিল, "মই আজি গধূলিৰ গাড়ীতেই যাওঁগৈ। মোৰ ছুটী ইমান দিনৰ বাবে নাছিল।" মাকে আচৰিত নহৈ অতিষ্ঠ হোৱাৰ সুৰতেই কৈ উঠিল লগে লগে, "ৰবিচোন। ভনীয়েৰক আজি কিমান বছৰৰ মূৰত দেখিছ। ভাগিনেৰহঁতকো দেখিছ এই প্ৰথম। আজিয়েই তেনেকৈ যাওঁ বুলি নোলাবি। দেউতাই তোক কিয় মাতিছিল, ঘৰখন কেনেকৈ চলিছে, ভায়েৰ-ভনীয়েৰহঁত কেনেকৈ চলিছে—এইবোৰ কথাৰোতো তই ডাঙৰজনে এটি ভু লব লাগে।"

দেউতাকে নিতান্ত গম্ভীৰভাৱে বহি চাহ-চিৰা খায়েই আছিল। ভনীয়েকে মাকৰ কথা শেষ হোৱাৰ লগে লগে ক'লে, "বৰ অশান্তি পাইছনেকি, দাদা, আমি তহঁতৰ ঘৰলৈ হুলস্থূল কৰিবলৈ অহা বাবে? পিছে মা-দেউতাৰ শান্তিৰ কাৰণেই এইখিনি অশান্তি আজি ৰাতিটোৰ বাবে অন্ততঃ সহ্য কৰ। এই বয়সত এনেদৰে ঘৰৰ সকলোবোৰ কথা এৰাই চলিলেতো নচলে। দিন-কাল যিহে হৈছে। দেউতাৰ বয়স পৰি আহিছে, দেখিছই। ঘৰখনত দেউতাৰ ঠাই এতিয়া তই লব লাগিব। তই এনেকৈ বাহিৰে বাহিৰে থাকি চলি গ'লে হ'ব জানো? মই তোৰ ভনীয়েৰহে। মই জানো তোক এইবোৰ কথা বুজাব পায়?"

দেউতাকে ইতিমধ্যে চাহ-চিৰা খোৱা শেষ কৰিছিল। মাকে উঠি গৈ পানী এলোটা লগে লগেই আনি দিছিল আৰু দেউতাকে বাহিৰলৈ পানী লোটা লৈ গৈ মুখ-হাত ধুই গামোচা এখনেৰে মুখখন মচি মচি আগৰ ঠাইত বহিছিলহি। তাৰ পিছত পুনৰ তেওঁ অতি গম্ভীৰ হৈ তাৰ পিনে চাই ক'লে, "আৰু দুটা দিন ৰৈ যা। কিবা এটি সিদ্ধান্ত এইবাৰ কৰিম বুলিহে তোক মাতি পঠিয়াইছিলোঁ। এইকো সেই

কাৰণেই শহুৰেকৰ ঘৰৰপৰা লৈ আহিলোঁগৈ। তোৰ বিয়াখন এইবাৰ পাতিব লাগে। বহুত চেষ্টা কৰিও ছোৱালী কেইজনীৰ কোনোজনীকেই ক'তো শোধাব নোৱাৰিলোঁ। তোৰ বয়সতো বৈ নাথাকে। এইবেলি তোৰখনকেই খেদাই লওঁ।" দেউতাক অলপ ৰ'ল। কিবা যেন ভাবিলে। তাৰ পিছত পুনৰ ক'লে, "ছোৱালী এজনী আমাৰ পিনৰপৰা আমি সকলোৱে চাই পছন্দ কৰিছোঁ। ধৰণী মাষ্টৰৰ ছোৱালীজনীয়েই। তইতো সৰুতেহে দেখিছিলি। এবাৰ কাইলৈ চাই আহগৈ। তোৰ পছন্দ হ'লেই হ'ল। বাকী সকলো ঠিক হৈ আছে।"

কথাখিনি শেষ কৰি দেউতাক তলমূৰকৈ বহি থাকিল। তাৰ মাক আৰু ভনীয়েকে পৰম উৎকণ্ঠাৰে তাৰ মুখৰ পিনে চাই থাকিল। সি কিন্তু বহি ৰ'ল পৰম নিৰ্ব্বিকাৰভাৱে। বহু সময়লৈ নীৰৱ-নিস্তব্ধ হৈ সি একেদৰেই বহি থকা দেখি তাৰ ভনীয়েকে পুনৰ ক'লে, "কাইলৈ ছোৱালীজনী চাই আহগৈ যা, দাদা। যদি পছন্দ হয় ভালেই। ন'হলেও কথা নাই। দেউতাই অন্য ছোৱালী চাব। মা-দেউতাক আৰু এনেদৰে কষ্ট নিদিবি কেৱল।" সি কিন্তু বহি ৰ'ল একে দৰেই নিৰ্বিকাৰ হৈ। ছোৱালী চোৱা, ছোৱালী চাবলৈ গৈ বিয়াৰ বাবে পছন্দ কৰা···! নাই, নাই এইবোৰ কাম কৰিব পৰা অৱস্থা তাৰ এতিয়াও অহা নাই। এইবোৰ কাম এনে এটি অৱস্থাতহে কৰা সম্ভৱ, যিটো অৱস্থা সি কেতিয়া পাব তাক সি ভাবিবই নোৱাৰে। বিয়া কৰোৱা—কথাষাৰ ভাবিলেই তাৰ বুকুখনে কেনেকৈ যে চপ্ চপাই উঠে। কেনে এটি বুজাব নোৱাৰা শঙ্কা, এটি জয় কৰিব নোৱাৰা ভয়! নাই, নাই, অসম্ভৱ। এই অৱস্থাত, তাৰ পৰিয়ালৰ, তাৰ ঘৰখনৰ এই অৱস্থাত সি বিয়া কৰোৱাটো একেবাৰেই অসম্ভৱ। আৰু বিয়া কৰোৱা—সেইটো যেন এই যুগৰ কামেই নহয়। এটা মস্ত anachronism—এটি কালপ্ৰমাদ। বিয়া কৰোৱা মানে ল'ৰা-ছোৱালী জন্ম দিয়া, ছোৱালীবোৰৰ বাবে ল'ৰা বিচৰা, ল'ৰাবোৰক উপযুক্ত শিক্ষা দি সিহঁতক সংসাৰত প্ৰতিষ্ঠিত কৰাৰ এক দুঃসাধ্য



দায়িত্ব চপাই লোৱা—মানে অপমৃত্যু বৰণ কৰা নহয় আৰু কি? দেউতাকে তেওঁৰ যিবোৰ দুঃসাধ্য কাম তাৰ মূৰত জাপি দি যাবগৈ সেইবোৰ সাধিত কৰাৰ বাবে সি যি আমৰণ যুদ্ধ দিব লাগিব তাতেই তাৰ শৰীৰৰ সমস্ত শক্তি, তাৰ জীৱনৰ সুখ-সম্ভোগৰ কামনা—সকলো শেষ হৈ যাব। সি নিজেও কেতবোৰ এনে দুঃসাধ্য কাৰ্য্যৰ সৃষ্টি আৰু পুনৰ কৰিব কেলৈ? নাই, নাই, অসম্ভৱ। হঠাৎ সি বহাৰপৰা উঠি থিয় হ'ল। তাৰ অনুভৱ হ'ল তাৰ বৰ গৰম লাগিছে। তাৰ কপালখন যেন ঘামেৰে তিতি গৈছে, নাকৰ আগটো ঘামৰ টোপালেৰে ভৰি পৰিছে। অজ্ঞাতসাৰেই সি তাৰ পেণ্টৰ মোনাৰপৰা ৰুমালখন উলিয়াই সেইখন আঙুলিৰে চকুৰ আগত ঘূৰাই ঘূৰাই নিজকে বা দিবলৈ ধৰিলে। ভনীয়েকে ক'লে, "বৰ অশান্তি পাইছনেকি, দাদা? বল, বাহিৰলৈ ওলাই যাওঁ। চোতালত বহিলে অলপ বতাহ পাবি। গধূলি হ'লে গাৱঁৰ দুই-এঘৰলৈ ফুৰিবলৈকে যাম তোৰ লগত।"

তাৰ মুখমণ্ডলৰ নিৰ্ব্বিকাৰ ভাবটি কিন্তু তথাপি আঁতৰি নগ'ল। সি কৈ উঠিল, "মই উঠোঁ দেউতা। আজি গধূলিৰ গাড়ীত গৈ কাইলৈ অফিচ নকৰিলে বেয়া হ'ব। মোৰ ছুটী ইমান দিনৰ নাছিল।" সি কোঠাৰপৰা ওলাই যাবলৈ উদ্যত হ'ল। এক অপ্ৰত্যাশিত বিপদৰ সমুখীন হৈ যেন মাকে কৈ উঠিল, "ৰ', ৰ,' তই তেনেকৈ যাব নোৱাৰিছ। তই আজি এনেকৈ গুচি গ'লে আমি বৰ দুখ পাম। আমাক কিবা এটা কৈ যা। এনেকৈ আৰু থাকিব নোৱাৰোঁ।" মাকে তাক প্ৰায় আগচিয়েই ধৰিছিলগৈ। সি ৰ'ল আৰু মাকৰ মুখখনলৈ চাই পঠিয়ালে। মাকৰ এইখন মুখ যেন সি আৰু আগতে কেতিয়াও দেখা নাই। সি মুখ ঘূৰাই এইবাৰ চাই পঠিয়ালে দেউতাক আৰু ভনীয়েকৰ পিনেও। তেওঁলোকৰ মুখতো একো একোটা অস্বাভাৱিক গাম্ভীৰ্য্য। সি বিমোৰত পৰিল। সি নিৰুপায় হৈ থিয় হৈ ৰ'ল একে ঠাইতে। ঠিক এই সময়তে কোঠাটোৰ দুৱাৰমুখত আহি থিয় দিলেহি ঘৰখনৰ আটাইবোৰ সৰু সৰু ল'ৰা-

ছোৱালী। সিহঁতৰ প্ৰতিজনৰে মুখমণ্ডলত কিবা এক কৌতূহলৰ ভাব। এক নাটকীয় পৰিৱেশত তাক আৰু মাকক থিয় হৈ থকা আৰু দেউতাক আৰু বাইদেৱেকক বহি থকা দেখি সিহঁত তধা লাগি চাই ৰ'ল সেই দৃশ্যলৈ। সিহঁতৰ প্ৰত্যেকেই যেন ডাঙৰবোৰক সুধিব খুজিছে কিবা এটি প্ৰশ্ন—যি প্ৰশ্নৰ উত্তৰ ডাঙৰবোৰৰ কাৰো বাবেই সম্ভৱ নহয়।

এক পৰম অস্থিৰতাত সি বাহিৰলৈ চাই পঠিয়ালে খিৰিকীৰে। চোতালত সি দেখা পালে তাৰ গাভৰু ভনীয়েক তিনিজনীয়ে এজনীৰ পিচত সিজনীকৈ শাৰী পাতি বহি ইজনীয়ে সিজনীৰ মূৰৰ ওকণি চোৱাত লাগি আছে। নিবিষ্ট চিত্তৰ এক প্ৰতীক্ষা। সি অতি অধৈৰ্য্য হৈ চাই থাকিল সেই দৃশ্যলৈ। কপাল তাৰ ঘামেৰে তিতি গৈছে; নাকৰ আগটি ঘামৰ টোপালেৰে ভৰি পৰিছে। দেউতাকে হঠাৎ মূৰটো জোকাৰি উঠিল। বৰ নোৱাৰা বোজা এটি যেন থেকেচা মাৰি পেলাই দি তেওঁ কৈ উঠিল, "যাঃ, যাগৈ। নগ'লে যদি নচলে, যাগৈ। চাকৰি যেতিয়া কৰিছ, চাকৰি যেতিয়া কৰিবই লাগিব, যাগৈ। আমাৰ কথা ভাবিব নালাগে।"

দেউতাকৰ কথাবোৰে তাৰ অন্তৰৰ কোনোবাখিনিত যেন বিন্ধিলে। সি দেউতাকৰ মুখলৈ চাই পঠিয়ালে। সেই মুহূৰ্ত্ততে দেউতাকৰ প্ৰতি এক পৰম সহানুভূতিত তাৰ অন্তৰ যেন আৰ্দ্ৰিত হৈ পৰিল। সি কুমলি গ'ল আৰু ক'লে, "মই মোৰ বিয়াৰ কথা ভাবিবই পৰা নাই, দেউতা। তাৰ আগেয়ে ঘৰখনৰ ডাঙৰ হৈ উঠা ভনীকেইজনীৰ অন্ততঃ কিবা একোটি ব্যৱস্থা কৰি ঘৰখন নিজঞ্জাল কৰি ল'ব লাগিব।" কথাখিনি কৈ অতোঁৱাৰ লগে লগে সি খোজ পেলাইছিল। কোঠাৰ দুৱাৰডলি পাৰ হোৱাৰ লগে লগে সি যেন এক প্ৰকাৰ দৌৰ মাৰিয়েই চোতাল পালেগৈ বাটচ'ৰাৰ তাৰ কোঠাটোলৈ যাওঁ বুলি।

দেউতাকৰ শোৱনি-কোঠাত মাক-দেউতাক আৰু তাৰ ভনীয়েকহঁতে কেনে অৱস্থাত আছিল তেতিয়া, সি ক'ব নোৱাৰে। কিন্তু সি



গম পাইছিল, সৰু সৰু তাৰ ভায়েক-ভনীয়েককেইটাই তাৰ পিচে পিচে লৰি আহিছিল তাৰ পৰা যেন কিবা বিচাৰি। আৰু সি দেখিছিল, চোতালত তেতিয়াও তাৰ আবিবৈয়ে গাভৰু ভনীয়েক তিনিজনীয়ে শাৰী পাতি বহি মূৰৰ ওকণি চায়েই আছে একেদৰে। প্ৰতিজনীৰে চকুৱে-মুখে স্পষ্ট হৈ আছে একো একোটি নিবিষ্ট প্ৰতীক্ষাৰ ছাপ।

# ইম্প্ৰেশ্যন্

সুলোচনাৰ দেউতাকে তাক কৈছিল,—"তোমালোক আদৰ্শবাদী ল'ৰা। জীৱিকাৰ উপায় হিচাপেও বাছি লৈছা এটি সং আৰু দায়িত্বপূৰ্ণ উপায়। তোমালোক জাৰ্নেলিষ্টবোৰেইতো সমাজৰ দোষ ত্ৰুটীবোৰ সমালোচনা কৰি, মানুহৰ ছলনা-ভণ্ডামিবোৰ উদঙাই দি সমাজৰ সংস্কাৰ সাধন কৰিব লাগিব। এনে এটি মহৎ কাম বাছি লৈ তুমি নিঃসন্দেহে এটি আদৰ্শ কামেই কৰিছা। আমাৰ সুলোচনাও তেনে আদৰ্শবাদী ছোৱালীয়েই। বাহ্যিক সৌন্দৰ্য্য, অৰ্নাৰ্থক আড়ম্বৰ, আৰ্থিক সম্পদ নাইবা অৰ্থহীন সামাজিক প্ৰতিপত্তিৰ পিনে তাই কোনো দিনেই চকু দিয়া নাই। সেইবাবেই তাই তোমাক সততে প্ৰশংসা কৰা শুনো। আমাকোতো জানাই—সুলোচনা আমাৰেই ছোৱালী—আমাৰ আদৰ্শ, আমাৰ ৰুচিয়েই তাইৰো আদৰ্শ, তাইৰো ৰুচি হৈ পৰিছে।"

সি যিমানবাৰেই সুলোচনাহঁতৰ ঘৰলৈ গৈছিল সিমানবাৰেই এই সাৰমৰ্মৰ কথাখিনিয়েই প্ৰায় একে ভাষাতেই তাৰ আগত সুলোচনাৰ দেউতাকে কৈ আহিছিল। অকল সেয়েই নহয়, সুলোচনাই নিজেও তাৰ ভবিষ্যৎ জীৱনৰ সপোনৰ, তাৰ জীৱনৰ লক্ষ্যৰ, তাৰ জীৱনৰ আশা-আকাঙ্ক্ষাৰ কথা বহুবাৰ বহু ৰকমে তাক সুধিছিল। আৰু সুলোচনাৰ মাকে কতদিন যে তাক মৰম কৰি নিজৰ ল'ৰাৰ দৰে খুৱাইছিল-বুৱাইছিল আৰু কৈছিল,—"তুমি আমাৰ নিজৰ ল'ৰাৰ দৰেই হৈ পৰিছা; এদিন নাহিলেও বেয়া লাগে। সদায় সদায় আহি থাকিবা।"

সুলোচনাৰ দেউতাকৰ সেই ভাষাবোৰ, কথাবোৰ টেপ্-ৰেকৰ্ডত বৈ যোৱাৰ দৰেই তাৰ মনত বৈ গৈছিল। সুলোচনাৰ সেই প্ৰশ্নবোৰ, সেই প্ৰশ্নৰ সুৰবোৰ এটি ৰমণীয় গীতৰ সুৰৰ দৰেই তাৰ অন্তৰত বাজি



আছিল। আৰু সুলোচনাৰ মাকৰ সেই মৰমসনা মুখখনিৰ ছবিও তাৰ অন্তৰত যেন মচিব নোৱাৰাকৈ অকাঁ হৈছিল।

এই সকলোবোৰৰ অৰ্থ সেই সময়ত সি বুজা বুলিয়েই ভাবিছিল আৰু বুজা বুলি ভাবি পৃথিবীখনৰ প্ৰতিটো কথাকে এটি নতুন দৃষ্টিভঙ্গীৰে চোৱা কৰিছিল, পৃথিবীখনৰ প্ৰতিটো বস্তুকে একো একোটি নতুন ৰূপত দেখিছিল। কিন্তু এতিয়া সি দেখিছে, কথাবোৰ আচলতে সি কিমান ভুলকৈ বুজিছিল; সি বুজাতকৈও সেই কথাবোৰৰ অন্য কেনে অৰ্থ আছিল। সুলোচনাই সিদিনা তাক কলে,—"ক্ষমা কৰিব। আপোনাৰ জীৱনৰ যি কিবা 'জৰুৰী কথা'ৰ বিষয়ে কৈছিল, সেই বিষয়ে আপুনি মোতকৈ মোৰ দেউতাৰ লগত কথা পতাহে বেছি ভাল। মোৰ দেউতাৰ নিশ্চয় সংসাৰৰ 'জৰুৰী কথা'বোৰৰ বিষয়ে মোতকৈ বহুত বেছি অভিজ্ঞতা আছে।" আৰু ইয়াৰ পিছত সি অন্য এদিন যেতিয়া সুলোচনাৰ দেউতাকৰ আগত তাৰ বন্ধু কিৰণৰ উপদেশ মতে কথা পাতিলে, সুলোচনাৰ দেউতাকে তাক ক'লে,—"বেয়া নেপাবা. সুলোচনাৰ বিয়া তোমাৰ লগত হ'লে, তাতকৈ সুখৰ কথা আৰু একোৱেই নাছিল। কিন্তু সুলোচনাই এইবাৰ এম্. এছ্. চি. পাচ কৰিব যদিও তেওঁৰ বিয়াৰ কথা আমি এতিয়ালৈকে একেবাৰেই ভবা নাই। আনকি, তেওঁৰ বিয়া কেতিয়া হ'ব তাকো আমি কেতিয়াও ভবা নাই। এনে স্থলত সুলোচনাৰ বাবে কাকো আশা দি ৰৈ থাকিবলৈ দিব নোৱাৰি।"

সুলোচনাৰ পৰা সি যি উত্তৰ পাইছিল, তাৰ পিছত সি সেই বিষয়ে সকলো আশা ত্যাগ কৰাৰ পিছতো কিৰণৰ কথা এৰাব নোৱাৰিয়েই পুনৰ সি সুলোচনাৰ দেউতাকৰ ওচৰ চাপিছিল। ইয়াৰ পিছত যেতিয়া সুলোচনাৰ দেউতাকৰ পৰাও তেনে উত্তৰ পালে, তেতিয়া স্বাভাৱিকতেই তাতকৈও কিৰণেই বেছি আঘাত পাব বুলি সি ভাবিছিল। কিন্তু সুলোচনাৰ দেউতাকৰ উত্তৰৰ কথা শুনি কিৰণৰ মনত কোনো প্ৰতিক্ৰিয়াৰেই সৃষ্টি হোৱা সি নেদেখিলে।

তাত আচৰিত হবলগীয়া সি বিশেষ একো নাপাইছিল। কিন্তু তাৰ কাৰণে আচৰিত কথা হ'ল, সুলোচনাৰ আৰু দেউতাকৰ—দুয়োৰে উত্তৰ শুনাৰ পিছতো তাৰ মনতো যে বিশেষ একো প্ৰতিক্ৰিয়া নহ'ল—সেই কথাটোহে।

নে তাৰ মনত এই দুটি অপ্ৰত্যাশিত ঘটনাৰ পিছত একো প্ৰতিক্ৰিয়া নহ'ল বুলি কোৱাটো ভুল? সেইটো সি নাজানে। কিন্তু সি জানে, এই ঘটনা দুটিৰ পিছতো, সি সুলোচনা আৰু দেউতাকৰ পৰা পোৱা সম্পূৰ্ণ অভাৱনীয় এই উত্তৰ দুটাৰ পিছতো, সি সম্পূৰ্ণ নিৰ্বিকাৰ হৈ আছিল—ঠিক যিদৰে নিৰ্বিকাৰ হৈ আছিল মিজো পাহাৰত ইঞ্জিনিয়াৰৰ চাকৰি কৰি থকাৰ মাজতে বিয়াৰ বাবে তিনি-মাহৰ ছুটী লৈ ঘৰলৈ আহি তাৰ অতিথি হৈ তাৰ লগত সম্প্ৰতি কিছুদিন কটাই থকা তাৰ অন্তৰঙ্গ বন্ধু কিৰণ। সঁচাকৈয়েই সুলোচনাৰ দেউতাকক লগ ধৰি আহি যেতিয়া সি ঘৰ পালেহি আৰু তাৰ অভিজ্ঞতাৰ কথা তাৰ ঘৰত বহি তাৰ বাবে বাট চাই থকা কিৰণক ক'লে,—তেতিয়া কিৰণে তাক এষাৰ সান্ত্বনাৰ বাণীও আনকি নুশুনালে। বৰং অতি স্বাভাৱিকভাৱে তাৰ ঘৰত আহি থকা দিনৰে পৰা যেনেকৈ সি প্ৰতি গধূলি সাজি-কাচি ফুৰিবলৈ ওলাইছিল, তেনেকৈয়েই সেই দিনাও ওলালে আৰু তাক ক'লে,—"ওলা।" সি ওলাল আৰু আবেলিৰ চহৰৰ আলিবাটত দুয়ো খোজ দিলেগৈ।

কিৰণ মিজো পাহাৰৰ চাকৰিৰ পৰা ছুটী লৈ আহি প্ৰথম তাৰ গাঁৱৰ ঘৰলৈ যোৱাৰ পিছতেই তাৰপৰা এই চহৰলৈ আহি নিত্যৰ লগত আছেহি। প্ৰতি দিনে গধূলি নিত্য আৰু কিৰণ এনেদৰে ফুৰিবলৈ ওলাই যায় আৰু চহৰৰ বাটে-ঘাটে কিছু সময় ঘূৰি কটোৱাৰ পিছত কিৰণ যায় তাৰ প্ৰেমিকাৰ (আজিকালি, ভাবীশহুৰৰ) ঘৰলৈ আৰু নিত্যই উভতি আহে ঘৰলৈ—বাটতে বজাৰ কৰি লৈ। তাৰ বজাৰ কৰিবলগীয়া নাথাকিলে অৱশ্যে কিৰণৰ অনুৰোধক্ৰমেই নিত্যও কিৰণৰ লগতে তাৰ ভাবীশহুৰেকৰ ঘৰলৈকে যায়গৈ। সেই দিনাৰ কথা



এইখিনিতে অৱশ্যে অলপ বেলেগ হ'ল। সেইদিনা গধূলি ৰাস্তাত ভৰি দিয়েই কিৰণে প্ৰস্তাৱ কৰিলে চিধা দুয়োৱে তাৰ ভাবী শহুৰেকৰ ঘৰ-লৈকেই যোৱাৰ। নিত্যয়ো লগে লগেই সমৰ্থন কৰিছিল এই প্ৰস্তাৱ। বহুদিন ধৰি কৰি থকা এটি টান কাম সি যেন শেষ কৰি উঠিল। তাক এতিয়া অকণ বিশ্ৰাম লাগে—তাৰ ঘৰৰ এই চাৰি বেৰৰ—আজি অত বছৰে ভিতৰত আৱদ্ধ হৈ থকা এই ঘৰটোৰ—বাহিৰত গৈ অন্য কৰবাত পাব পৰা অকণমান বিশ্ৰাম।

নমিতাহঁতৰ ঘৰৰ পিনে বাট পোনাই কিৰণে আৰম্ভ কৰিলে, "সুলোচনাৰ দেউতাকৰ ওচৰলৈ যদিও তোক মইয়েই পঠিয়ালোঁ, সুলোচনাৰ উত্তৰতকৈ অন্য ধৰণৰ আশাজনক উত্তৰ এটি তই পাবি বুলি ভাবি, তথাপি সুলোচনাৰ দেউতাকৰ উত্তৰত মই অকণো আচৰিত হোৱা নাই, বুজিছ? ইঞ্জিনিয়াৰৰ চাকৰিত ঠিকাদাৰবোৰৰ লগত হলিগলি কৰি কৰি মই এই বয়সতে এজন বেচ সংসাৰ অভিজ্ঞ মানুহ হৈ পৰিলোঁ, নিত্য।

"তই জানই, মই প্ৰথম গাঁৱৰপৰা এই চহৰলৈ কলেজত পঢ়িবলৈ আহি যেতিয়া নমিতাক ভাল পালোঁ, তেতিয়া নমিতাহঁতৰ ঘৰলৈ কেতিয়াবা গ'লে নমিতাৰ মাক দেউতাকৰ ব্যৱহাৰত মই কেনে যে অনুভৱ কৰিবলগীয়া হয়! তথাপি মই নমিতাৰ প্ৰতি যি আকৰ্ষণ অনুভৱ কৰিছিলোঁ, সি কমি নগ'ল আৰু মই তেওঁলোকৰ ঘৰলৈ গৈয়েই থাকিলোঁ। সময়ত মই ইঞ্জিনিয়াৰিং কলেজ পালোঁ আৰু ক্ৰমে উধাই যাবলৈ ধৰিলোঁ। আৰু ইয়াৰ লগে লগে নমিতাহঁতৰ দেউতাকৰ আৰু মাকৰ মোৰ প্ৰতি ব্যৱহাৰৰ এটি পৰিবৰ্তন ঘটিল। তেওঁলোক দুয়োৱে এতিয়া মোক নিজৰ ল'ৰাৰ দৰে মৰম কৰিবলৈ ধৰিলে—যিহৰ পৰিণতিত এছিচ্টেন্ট ইঞ্জিনিয়াৰৰ পৰা এছ. ডি. ও. লৈ প্ৰমোচন পাই মিজো পাহাৰলৈ বদলি হোৱাৰ পিছতেই এইয়া মোৰ বিয়া ঠিক হ'ল নমিতাৰ লগত—মোৰ গাঁৱলীয়া খেতিয়ক দেউতা আৰু চহৰীয়া চহকী ঠিকাদাৰ ভাবী শহুৰৰ বন্দৱস্ত আৰু সন্মতিক্ৰমে।

এই বিয়াত মই জয়ী হোৱা বুলি আনন্দ কৰিবলগীয়া কিবা আছে বুলি ভাবিছনে? মোৰ বোধেৰে তই যি কাৰণত সুলোচনাক হেৰুৱাবলগীয়া হ'ল, মই ঠিক সেই একেই কাৰণতে পাবলগীয়া হ'লোঁ নমিতাক। ইয়াত তোৰ দুখৰ কাৰণ একো নাই, নিত্য।"

ইতিমধ্যে সিহঁতে নমিতাহঁতৰ ঘৰৰ ওচৰ পাইছিললৈ। নমিতাহঁতৰ ঘৰৰ সমুখত থিয় দি কিৰণ আৰু নিত্যই দেখিলে, তেওঁলোকৰ ড্ৰয়িং ৰুমত সেই গধূলি অনেক মানুহ আহি গোট খাইছে। কথাৰ মজলিচ বহিছে। এনে অৱস্থাত সিহঁতো তাত গৈ ওলোৱা উচিত জানো হ'ব? নিত্যৰ সঙ্কোচ হ'ল। কিন্তু সিহঁতৰ জোতাৰ শব্দ ইতিমধ্যেই নিশ্চয় নমিতাৰ দেউতাকৰ কৰ্ণগোচৰ হ'ল; তেখেতে পৰ্দা দাঙি বাহিৰলৈ চালে আৰু বাহিৰৰ গধূলিৰ পাতল আন্ধাৰত কিৰণ আৰু তাক মনিব পৰাৰ লগে লগেই পৰম উৎসাহিত হৈ বাৰাণ্ডা পালেহি আৰু ক'লে, "কিৰণ আহিছা? আৰু চৌধুৰীও? আহক, আহক ভিতৰলৈ সোমাই আহক।" কিৰণ আৰু নিত্য ভিতৰলৈ সোমাই গ'ল।

ড্ৰয়িং ৰুমৰ ভিতৰ সোমাই নিত্যই দেখিলে, ভিতৰত সঁচাকৈয়ে কেবাগৰাকীও মানুহ। ড্ৰয়িং ৰুমৰ চকীবোৰৰ মাথোন এখনহে খালী আছে আৰু সেইখনতেই নিশ্চয় নমিতাৰ দেউতাক বহি আছিল এই পৰ্য্যন্ত। নমিতাৰ দেউতাকে সেই খালী চকীখনলৈকেই আঙুলিয়াই নিত্যক কলে, "মিঃ চৌধুৰী, আপুনি তাতেই বহক। আৰু কিৰণ—ৰ'বা!" নমিতাৰ দেউতাকে চাকৰটোক তৎক্ষণাৎ আৰু দুখন চকী ভিতৰৰ পৰা আনিবলৈ ক'লে। চাকৰটোৱে প্ৰায় লগে লগেই দুইহাতে দুখন বেঁতৰ চকী লৈ ড্ৰয়িং ৰুম পালেহি আৰু তাত পাৰি দিলে। নিত্য তাৰে এখনলৈ আগুৱাই গ'ল। নমিতাৰ দেউতাকে অলপ যেন আচৰিত হৈ, অলপ যেন আহত হৈ কলে, "ওঃ! মিঃ চৌধুৰী, আপুনি ইমান সময়ে বহাই নাই? নাই, নাই আপুনি সৌখনতেই বহক। ইয়াত কিৰণ আৰু মই বহিম।" নিত্যই কিন্তু ইতিমধ্যেই একাষৰীয়াকৈ পৰা বেঁতৰ চকী



দুখনৰ এখনত বহি লৈছে। সি কুচন পৰা এটি বিশেষ অৱস্থাতে ৰখা সুসজ্জিত চকীখনলৈ চাই নমিতাৰ দেউতাককেই ক'লে, "নাই, নাই; সেইখনত আপুনিয়েই বহক। কিৰণ আৰু মই ইয়াতেই বহিছোঁ।"

ইমানবোৰ অপৰিচিত লোকৰ মাজত সোমাই পৰাৰ পিছতেই এনে পৰিস্থিতিত পৰি নিত্যাই বৰ অস্বস্তি বোধ কৰিছিল। একাষৰীয়াকৈ থকা বেঁতৰ চকীখনত বহি সি যেন কোনো এক প্ৰতিকূল পৰিস্থিতিত পৰি এটি শামুকে তাৰ খোলাটোৰ ভিতৰত সম্পূৰ্ণৰূপে সোমাই পৰাৰ দৰে নিজকে এই পৰিৱেশৰ পৰা মুক্ত কৰি ৰাখিব বিচাৰিলে। কিন্তু অলপ পিছতেই নমিতাৰ দেউতাকে কিৰণ আৰু তালৈ চাই আৰম্ভ কৰিলে, "তোমালোকক এখেত সকলৰ সৈতে পৰিচয় কৰি দিওঁ। এখেতসকলক নামে-মানুহে চিনি নাপালেও নিশ্চয় জানাই। প্ৰত্যেকেই একোজন গণ্য-মান্য লোক আৰু প্ৰতিজনেই মোৰ বন্ধু, তেনেই আপোন।" নিত্যৰ সোঁপিনে বহি থকা ভাটী বয়সৰ খদ্দৰৰ ধুতী-পাঞ্জাবী পিন্ধা ভদ্ৰলোকজনলৈ দেখুৱাই দি তেখেতে ক'লে, "এইয়া হ'ল শ্ৰীঅনন্ত ভট্টাচাৰ্য্য। হেড্‌মাষ্টৰ অনন্ত ভট্টাচাৰ্য্য—আমাৰ চহৰখনৰ আটাইতকৈ পুৰণি আৰু বিখ্যাত হাইস্কুলখনৰেই হেড্‌মাষ্টৰ আৰু চহৰখনৰ মিউনিচিপেলিটিৰ প্ৰাক্তন চেয়াৰ্‌মেন্।"

কিৰণ আৰু নিত্যই হেড্‌মাষ্টৰলৈ চাই হাত যোৰ কৰাৰ লগে লগেই হেড্‌মাষ্টৰ ভট্টাচাৰ্য্যইও তেওঁলোকলৈ চাই হাতযোৰ কৰিলে। ছাত্ৰ হিচাপে কেৱল এই চহৰত কেইবছৰমান থাকি-যোৱা কাৰণে শ্ৰীভট্টাচাৰ্য্যক জানিছিলনে নাই নিত্যই ক'ব নোৱাৰে; সাংবাদিক হিচাপে নিত্যই ভট্টাচাৰ্য্যক জানে বা জানিবলৈ বাধ্য। অৱশ্যে দূৰে দূৰে। হেড্‌মাষ্টৰ ভট্টাচাৰ্য্য মিউনিচিপেলিটিৰো এসময়ৰ চেয়াৰমেনেই অকল নহয় নগৰত যিমানবোৰ ৰাজহুৱা অনুষ্ঠান আছে, সেই আটাইবোৰৰেই তেখেতে হয় প্ৰেচিডেণ্ট, নহয়

চেক্রেটেৰী। নগৰৰ অধিক সংখ্যক লোকেই তেখেতৰ ছাত্ৰ বাবে মানুহজন সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ।

নিত্যৰ বাওঁপিনে যিজন মানুহ আছিল সেইজনলৈ আঙুলিয়াই এইবাৰ নমিতাৰ দেউতাকে কিৰণ আৰু নিত্যক ক'লে, "এখেতৰ পৰিচয়ো নিদিলেও হয়। এখেত হ'ল, আমাৰ চহৰৰ অতি ভাল উকীল কে'জনৰ ভিতৰত এজন—শ্ৰীদীনেশ দত্ত। কিন্তু অকল উকীল হিচাপেই শ্ৰীদত্ত জনাজাত নহয়; ডেকা বয়সত এখেত এজন অতি ভাল খেলুৱৈ আছিল আৰু এতিয়া চহৰৰ আটাইবোৰ খেলৰ অনুষ্ঠানৰ লগতেই এখেত জড়িত। অলপতে হৈ উঠা আমাৰ চহৰৰ ষ্টেডিয়ামখন এখেতৰ প্ৰচেষ্টা আৰু অতি শকত বৰঙণিৰ ফলতেই যে হৈছে তাক মিঃ চৌধুৰীয়ে নিশ্চয় জানে; আৰু কিৰণেও বাতৰি কাকতত বোধহয় পঢ়িছাই।" নিত্যই সেইকথা অৱশ্যে জানে; খবৰটো তেওঁলোকৰ কাকতলৈ ষ্টেডিয়াম কমিটিয়ে পঠিয়াওঁতে শ্ৰীদত্তৰ ছবি এখনো পঠিয়াইছিল। সেইখনো তেওঁলোকৰ কাকতত ওলাইছিল। নিত্যই লগতে এইটোও জানে যে ভাল উকীল কাৰণে শ্ৰীদত্ত চহৰখনৰ ভিতৰতে এজন ধনী মানুহ।

শ্ৰীদীনেশ দত্তৰ সৈতে সিহঁতক পৰিচিত কৰি দিয়াৰ পিছত কিৰণৰ ভাবী শহুৰেকে এইবাৰ নিত্যৰ সম্মুখৰ লোকজনৰ বিষয়ে ক'লে, "এখেত আমাৰ চহৰতেই অকল নহয়, বৰ্ত্তমান এখেত গোটেই অসমতেই বিখ্যাত। কিৰণক মই এখেতক শ্বিলঙত গৈ মোৰ কথা কৈ লগ ধৰিবলৈ কৈছিলোঁৱেই নহয়! এখেতেই সেই উপমন্ত্ৰী শ্ৰীজীৱন গগৈ। এখেতৰ বিষয়ে আৰু কিবা বেছিকৈ কোৱাৰ আৱশ্যক নাই। কিন্তু কথা হ'ল, এখেত ......" উপমন্ত্ৰী গগৈৰ ওচৰত বহি থকা প্ৰায় ডেকা বয়সৰ লোকজনলৈ আঙুলিয়াই নমিতাৰ দেউতাকে ক'লে, "এখেত আমাৰ চহৰৰ অৱশ্যে নহয়। এখেত গগৈ ডাঙৰীয়াৰ দপ্তৰৰেই ডেপুটি চেক্রেটৰী; আজি আবেলি গগৈ ডাঙৰীয়াৰ লগত একেলগে শ্বিলঙৰ পৰা আহি পাইছে।



চৰকাৰী কামত থকা বাবে এখেতৰ নামটো ৰাইজে বৰ বেছিকৈ নাজানিলেও অসমীয়া ডেকা সকলৰ কাৰণে এখেত আদৰ্শনীয়। এখেতৰ নামটো হল শ্ৰীনিৰ্ম্মল বৰা।" কিৰণ আৰু নিত্যই এখেতকো নমস্কাৰ জনালে, ঠিক আগৰ কেইজনক জনোৱাৰ দৰেই। বৰায়ো আগৰ কেইজনৰ দৰে প্ৰতিনমস্কাৰ জনালে।

ইয়াৰ পিছত কিৰণৰ ভাবী শহুৰেকে তেখেতৰ পূৰ্বৰ অতিথি কেইজনক ক'লে কিৰণ আৰু নিত্যৰ বিষয়ে। কিৰণৰ পৰিচয় দিওঁতে তেওঁৰ ছোৱালী শ্ৰীমতী নমিতাৰ বিয়া যে তাৰ লগতে থিৰ হৈছে তাকো কৈ দিলে। লগে লগে কিৰণৰ ভাবী শহুৰেকৰ প্ৰতিজন অতিথিয়েই কিৰণৰ প্ৰতি যেন বিশেষ মনোযোগী হৈ পৰিল। নিত্যই বুজিলে, কিৰণে তেনে পৰিস্থিতিত অলপ অস্বস্তি বোধ কৰিছে। নমিতাৰ দেউতাকে অৱশ্যে লগে লগেই নিত্যৰ পৰিচয়লৈ আহিল আৰু লগে লগই অতিথিবৰ্গৰ দৃষ্টি কিৰণৰ পৰা আঁতৰি আহি নিত্যৰ ওপৰত পৰিল। নমিতাৰ দেউতাকে ক'বহে পালে যে সেইজন কিৰণৰ বন্ধু নিত্য চৌধুৰী, তেখেতসকলৰ চহৰৰ অসমীয়া দৈনিক কাকতখনৰ চাব্ এডিটৰ্, হেড্ মাষ্টৰ শ্ৰীভট্টাচাৰ্য্য যেন একপ্ৰকাৰ জাপ মাৰিয়েই উঠিল, "চাব্ এডিটৰ্? মানে জাৰ্নেলিষ্ট্? আজিকালি ডেম'ক্রেচিৰ এই যুগটোতো জাৰ্নেলিষ্ট্ বোৰৰেই যুগ। এই যুগত আপোনালোক জাৰ্নেলিষ্ট্ বোৰে কলমৰ খোঁচৰেই একো একোজন বৰ বৰ লোকক যেনেকৈ শেষ কৰি দিব পাৰে, ঠিক তেনেকৈ আপোনালোকে কলমৰ সহায়েৰেই একো একোজন মানুহ গঢ়ি তুলিবও পাৰে। আপুনি বৰ ভাল কাম এটি বাছি লৈছে, বেছ ছিৰিয়াচ্ কাম। নে কি কয় মন্ত্ৰী ডাঙৰীয়া?" তেনেই গম্ভীৰভাৱে মন্ত্ৰী ডাঙৰীয়াই এটি হাঁহি মাৰিলে আৰু নিত্যৰ পিনে কেৰাহিকৈ চালে। হেড্ মাষ্টৰ ভট্টাচাৰ্য্য ডাঙৰীয়াই অলপ ৰগৰৰ সুৰত পুনৰ ক'লে, "বিশেষকৈ মন্ত্ৰী এম্. এল. এৰ দৰে দেশৰ কৰ্ণধাৰসকল সাংবাদিকসকলৰ পৰা সাৱধান হৈ থাকিব লাগে। গগৈ ডাঙৰীয়াই কি কয়?" উপমন্ত্ৰীয়ে

এইবাৰ এটি পাতল হাঁহি মাৰি ক'লে, "এৰা, আমি এখেত সকলৰ পৰা হুঁচিয়াৰ হৈ থাকিব লাগে। পিছে অহা সাধাৰণ নিৰ্বাচনৰ পিচৰপৰা আপোনাৰো সেই একেই দুৰ্দশা হ'ব।"

উপমন্ত্ৰীৰ কথা শুনি এডভোকেট দত্ত যেন উচাপ খাই উঠিল। দত্তই সুধিলে, "হয়নেকি ভট্টাচাৰ্য্য, আপুনি নেক্স্‌ট্ জেনেৰেল্ ইলেকৃশ্যনত ফাইট্ কৰিবলৈ ডিচিজন্ ল'লে? কিন্তু আপুনি তেতিয়ালৈ ৰিটায়াৰ্ড্ হ'ব জানো?"

ভট্টাচাৰ্য্যৰ মনৰ পাতল ভাবটি নাইকিয়া হ'ল। তেখেতে গম্ভীৰ হৈ ক'লে, "নাই, নাই। গগৈ ডাঙৰীয়াই এনেয়েহে কৈছে। সেই বিষয়ে এতিয়ালৈকে মই একো ফাইনেল ডিচিজন্ লব পৰা নাই। অহা বছৰ অৱশ্যে মই ৰিটায়াৰ্ড্ হব লাগে। কিন্তু পুনৰ এবছৰৰ বাবে মই এক্সটেন্‌চন্ বিচাৰিম। এইয়া মন্ত্ৰী ডাঙৰীয়া আৰু ডেপুটী চেক্ৰেটৰীক আগতে প্ৰশংসা কৰাৰ দৰে হয় যদিও কথাটো ওলাইছে যেতিয়া কওঁ, এখেতসকল দুয়োৰে অনুগ্ৰহতেই যোৱা দুবছৰ মই এক্সটেন্‌চন্ পাইছোঁ। এখেত সকলেই মোৰ এই উপকাৰ ফেৰা সাধন কৰি দিছে। অহা বছৰ মোৰ পুনৰ ৰিটায়াৰ্‌মেন্টৰ টাইম্ হ'লে মই শেষবাৰৰ বাবে পুনৰ এবছৰৰ এক্সটেন্‌চন্ বিচাৰিম। যদি এখেতসকল দুজনৰ দয়াত পুনৰ এবছৰ কাম কৰিবলৈ পাওঁ তেন্তে ইলেকৃশ্যন্ খেলাৰ কথা আৰু নেক্স্‌ট্ ইলেকৃশ্যনৰ সময়ত অন্ততঃ নাভাবোঁ। জানেই কাজিকালি মানুহক বিশ্বাস কৰিব নোৱাৰি। ইলেকৃশ্যন খেলাটো সম্পূৰ্ণ জুৱাখেলৰ দৰে হৈ পৰিছে। আৰু এবছৰৰ বাবে চাকৰিটো ৰাখিব পাৰিলে, ইলেকৃশ্যন্ খেলাৰ সেই ৰিস্কটো এইবাৰলৈ লবলৈ মন নাই।"

দত্তই তেখেতৰ কথা শলাগিলে আৰু তাৰ পিছত পুনৰ প্ৰশ্ন কৰিলে, "পিছে ইলেকৃশ্যনত ষ্টেণ্ড্ কৰা যদি হয়, কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপেই নিশ্চয় কৰিব?" হেড্‌মাষ্টৰে টপৰাই উত্তৰ দিলে,



"আপোনালোকে জানেই মই ছাত্ৰ অৱস্থাৰপৰাই কংগ্ৰেছত যোগ দি দেশৰ কাৰণে যিখিনি পাৰোঁ কৰি আহিছোঁ। এনেস্থলত মই ইলেকৃশ্যনৰ সময়ত কংগ্ৰেছৰ টিকেট বিচৰাই স্বাভাৱিক। পিছে কংগ্ৰেছৰ টিকট পোৱাহে বৰ কঠিন কাম হৈ পৰিছে। অৱশ্যে কংগ্ৰেছ পাৰ্টিৰ এম্ এল্ এ হৈহে যে দেশ সেৱা কৰিব পাৰি, সেই কথা নকওঁ। কিন্তু এতিয়াও অন্ততঃ আমাৰ অসমত কংগ্ৰেছৰ বাহিৰে অন্য পাৰ্টিৰ প্ৰাৰ্থী হোৱাটো এটা আৰু বেছি গুৰুতৰ জুৱাঁ খেল। সেই ৰিস্কটোও নল'ব পাৰিলেই ভাল।"

হেড্‌মাষ্টৰৰ কথাৰ উত্তৰত এইবাৰ ডেপুটী চেক্ৰেটেৰী শ্ৰীবৰাই ক'লে, "আপুনিতো এই চহৰৰ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ। যি কোনো এটা ইলেকৃশ্যনতেই যি কোনো পাৰ্টিৰ প্ৰাৰ্থী হৈ থিয় দিলেই আপুনি জিকি যাব।" ডেপুটী চেক্ৰেটৰীৰ কথাত এটি আত্মসন্তুষ্টিৰ হাঁহি মাৰি ভট্টাচাৰ্য্যাই ক'লে, "আপুনি ঠিকেই কৈছে। দৰাচলতে মই যোৱা নিৰ্ব্বাচনতো কংগ্ৰেছ প্ৰাৰ্থী হবলৈ বিচাৰিছিলোঁ। পিছে কি ক'ব। শিক্ষাবিভাগৰ নীতি-নিয়মবোৰো বৰ কট্‌কটীয়া হ'ল। শিক্ষকে নিৰ্ব্বাচনত উঠিলেই হাৰকেই বা জিতকেই তাৰ পিছতেই কম্পালচৰী লীভ্ লবলগীয়া হ'ল। তেনে এটা ৰিস্কেই বা লয় কেনেকৈ?"

হেড্‌মাষ্টৰ ভট্টাচাৰ্য্যই কথা শেষ কৰাৰ লগে লগে উপমন্ত্ৰী গগৈয়ে একপ্ৰকাৰ যেন উল্লাসিত হৈয়েই মাত লগালে, "এৰা, আপুনি ৰিস্কৰ কথা কোৱাত মোৰো মনত পৰিল মোৰ কেৰিয়াৰৰ আদি অৱস্থাৰ এটি কথালৈ। দৰাচলতে সেই কথাটোকেই আপুনি মোৰ লাইফৰ টাৰ্নিং পইন্ট্ বুলি ক'ব পাৰে। তেতিয়া ১৯৪৮ চন। ভাৰত দ্বিখণ্ডিত হৈ স্বাধীন হৈছে; কিন্তু সাম্প্ৰদায়িক সংঘৰ্ষৰ তেতিয়াও শাম কটা নাই। স্কুলত পঢ়ি থকা দিনৰে পৰা ৰাইজৰ সেৱাৰ প্ৰতি মোৰ এটি বিশেষ আগ্ৰহ আছিল। সেইকাৰণে ১৯৪২ চনৰ আন্দোলনত

গান্ধীজীৰ আহ্বান ক্ৰমে বহুতৰ দৰে ময়ো জঁপিয়াই পৰিছিলোঁ। তেতিয়া মই চহৰৰ চৰকাৰী হাইস্কুলখনৰ শেষ শ্ৰেণীত। বৃটিছ চৰকাৰৰ স্কুল বুলি সেইসময়ত মোৰ লগৰ বহুতেই স্কুল এৰিলে; বৃটিছ চৰকাৰৰ শিক্ষা বুলি বহুতে কলেজো এৰিলে; মই কিন্তু আনৰ ভাল আদৰ্শ এটা সদায়ে গ্ৰহণ কৰোঁ যদিও, কি ভাল কি বেয়া তাক সদায় নিজৰ বিবেকক সুধিহে ঠিক কৰি লওঁ। স্কুল সেই কাৰণে মই ত্যাগ নকৰিলোঁ। মূঠৰ ওপৰত শিক্ষাৰ মূল্য আছে। সি বৃটিছ চৰকাৰৰ পশ্চিমীয়া শিক্ষাই হওক বা গান্ধীজীৰ বুনিয়াদী শিক্ষাই হওক। তদুপৰি, স্কুলৰ শেষৰ শ্ৰেণীটো আহি পাইছোঁৱেই যেতিয়া এটা বছৰৰ কাৰণেনো কেৰিয়াৰ এটা নষ্ট কৰোঁ কিয়? যি হ'ক, বহুতে স্কুল কলেজ ত্যাগ কৰি দেশৰ বাবে যিখিনি কৰিলে, মই স্কুল-কলেজত থাকিয়েই সেইখিনি কৰিলোঁ। প্ৰৱেশিকা পাচ কৰি কলেজত পঢ়িলোঁ আৰু সময়ত বি. এ পাচ কৰিলোঁ। সেইপিনে গান্ধীজীৰ বাণী গাৱেঁ ভূঞে প্ৰচাৰ কৰি ফুৰিলোঁ; গান্ধী টুপী পিন্ধি আমাক স্বাধীনতা লাগে বুলি প্ৰচেশ্যন্ কৰি ফুৰিলোঁ; অহিংস উপায়ে গান্ধীজীৰ উপদেশক্ৰমে মাতৃভূমিৰ স্বাধীনতাৰ হকে যুদ্ধ কৰিলোঁ। তেনেকৈয়ে দেশৰ স্বাধীনতা আনিলোঁ। মই অৱশ্যে স্বাধীনতাৰ আগে আগে বি. এ পাচ কৰি চাপ্লাই ইন্‌চ্‌পেক্টৰৰ চাকৰিত সোমাইছিলোঁ।

"এই চাকৰিৰ কালছোৱাতেই মই আপোনালোকক ক'ব খোজা সেই ঘটনাটো ঘটি গ'ল। চেক্ৰেটেৰী শ্ৰীবৰা, আপুনি বেয়া নাপাব। এইখিনিতে মই এটি অপ্ৰিয় কিন্তু সত্য কথা ক'বলগীয়া হ'ল। অৱশ্যে অকল আপোনাৰ বিষয়েই নহয়, আপোনাৰ মোৰ, ৰাইজৰ—সকলোৰে বিষয়েই। স্বাধীনতাৰ পিছতেই আমাৰ চৰকাৰৰ গোটেই শাসন যন্ত্ৰটোৱেই এনেভাবে বিকল হৈ পৰিল যে ই মন্ত্ৰীদপ্তৰৰ চেক্ৰেটেৰীৰ পৰা আৰম্ভ কৰি সাধাৰণ একোজন কেৰাণী, পুলিচ কন্‌ষ্টেব্‌ল্ বা মণ্ডললৈকে সকলোৱে অতিপাত



কৰাপ্‌ট্ হোৱাত সহায় কৰিলে। এনে অৱস্থাত মই নিৰ্দ্দোষ আছিলো যদিও এটা তেনেকুৱা কেচত সোমাই পৰিবলৈ বাধ্য হলোঁ। আপোনালোক ডেকা তিনি জনৰ কোনেও কিজানি নাজানে যে এডভোকেট শ্ৰীদত্তই তেতিয়া মোৰ হকে দেহে-কেহে লাগি পাৰ্য্যমানে সহায় কৰি দিলে। শ্ৰীদত্তৰ দৰে সুনিপুণ এডভোকেট এজন নহ'লে আজি যে মোৰ কি অৱস্থা হ'লহেঁতেন তাক ভাবিবই নোৱাৰি। এই শ্ৰীদত্তৰ কাৰণেই অৱশেষত মই নিৰপৰাধী বুলি কোৰ্টত প্ৰমাণিত হ'লোঁ। উকীল হিচাপে আমাৰ এই দত্তৰ যি নিপুণতা, তাৰ উদাহৰণ বাস্তৱিকতে অসমৰ উকীলসকলৰ ভিতৰত অতি বিৰল। কিন্তু কি হ'ব, লোৱাৰ কোৰ্টত মই কেচত জিতিলোঁ যদিও মোৰ বিপৰীত পাৰ্টিয়ে পুনৰ হাইকোৰ্টত আপীল কৰিলে। মোক নিৰ্দ্দোষী জানিয়েই সেই সময়ৰ আমাৰ চাপ্লাইৰ ডেপুটি ডিৰেক্টৰে বুজনি দিলে ধৈৰ্য্য নেহেৰুৱাবলৈ, আৰু আনপিনে এই শ্ৰীদত্তই মোক সততে উৎসাহ দিয়েই থাকিলে। কিন্তু তথাপি মই আৰু ধৈৰ্য্য ধৰি থকাৰ যুক্তি নেদেখিলোঁ। মোৰ যিহেতু আচল বাপ ৰাইজৰ সেৱাতহে, চৰকাৰৰ চাকৰিত নহয়, মই হাইকোৰ্টে মোৰ ওপৰত কি ৰায় দিয়ে তালৈ চাই নাথাকিলোঁ। আজিকালি যিহে যুগ, হাইকোৰ্টেও যে লোৱাৰ কোৰ্টৰ দৰে মোৰ পক্ষেই ৰায় দিব, তাততো কোনো নিশ্চয়তা নাই। আৰু হাইকোৰ্টে কেনেবাকৈ মোৰ বিপক্ষে ৰায় দিব লাগিলে, মোৰ জীৱনৰ সকলো আকাঙ্ক্ষাই চূৰ্ণ হৈ যাব। গতিকে হাইকোৰ্টত মোৰ নিৰ্দোষিতাৰ প্ৰমাণ কৰিবলৈ মই আৰু কোনো ৰিস্ক্ নললোঁ। মই বিপৰীত পক্ষক যেনেকৈ পাৰোঁ সৈমান কৰাই পুনৰ ৰাইজৰ সেৱাত লাগিলোঁ। তাৰ ফলতেই আৰু ৰাইজৰ আশীৰ্বাদত আজি মই এই অৱস্থা পাইছোঁহি।"

এড্‌ভোকেট শ্ৰীদত্তই উপমন্ত্ৰীৰ পৰা এনে ধৰণৰ প্ৰশংসা পাই নম্ৰতাত আৰু লগতে শ্ৰীগগৈৰ প্ৰতি কৃতজ্ঞতাতে যেন গলি গৈছিল। তেখেতে উত্তৰত যেন কিবা এটি ক'ব, এনে ভাৱ দেখুৱাইছিল। নিত্যৰ

মনত পৰিল, এই শ্ৰীদীনেশ দত্তয়েই আজি তুমাহমান আগতে তেওঁলোকৰ কাকতত এটি প্ৰবন্ধ প্ৰকাশ কৰি বৰ্ত্তমানৰ শিক্ষা পদ্ধতিক সমালোচনা কৰিছিল আৰু স্কুলৰ বৰ্ত্তমান কাৰিকুলামত শিশুৰ নৈতিকতা বিকাশৰ বাবে যে বিশেষ একো নাই তাৰে আঙুলিয়াই দিছিল।

হঠাৎ ড্ৰয়িং ৰুমলৈ সোমাই আহিল নমিতাহঁতৰ চাকৰজন কেইটা মান পানীৰ গিলাচ লৈ। সি মাজৰ টেবুলখন চাহ—মিঠাই-পানী আদি থবৰ বাবে ঠিক কৰি দিলে আৰু পানীৰ গিলাচকেইটা তাতে থৈ ওলাই গ'ল। অলপ পিছতে মুখত এমোকোৰা হাঁহিৰে ড্ৰয়িং ৰুমলৈ সোমাই আহিল নমিতা—হাতত তেওঁৰ খোৱা বস্তুৰ প্লেট কেইখনমানৰে আটকধুনীয়া ট্ৰে এখন। সকলোৱে নমিতাক মৰম সম্ভাষণ জনালে। নমিতাই প্লেটবোৰ উপস্থিত লোক সকলৰ আগে আগে দি কিৰণলৈ চালে আৰু কলে, "মাই আপোনাক ভিতৰলৈ মাতিছে, আহক।" নমিতাৰ দেউতাকে লগে-লগেই কৈ উঠিল, "যোৱা কিৰণ বোপা, মাৰাই তোমাৰ লগত কথা হ'ব খুজিছে, তুমি ভিতৰত বহাগৈ।" কিৰণ উঠি যোৱাৰ পিছত নিত্যাই দেখিলে নমিতাৰ দেউতাকৰ বাবে খোৱা বস্তুৰ প্লেট অনা হোৱা নাই। সকলোকে খোৱা আৰম্ভ কৰিবলৈ তেখেতে যেতিয়া অনুৰোধ কৰিলে, তেখেতে ক'লে, "নাই, নাই, এইমাত্ৰ খাই উঠিছোঁ—আপোনালোক অহাৰ আগে আগেই। আৰু পেটত অকণো ঠাই নাই।" নমিতাৰ দেউতাকৰ বাবেও কিবা অলপ আনিব লাগে বুলি নিত্যাই কোৱাৰ লগে লগে বাকী কেইজনেও নিত্যাক সামান্যভাৱে হ'লেও সমৰ্থন কৰিছিল। অৱশেষত তেখেতে চাকৰজনক চিঞৰি ক'লে, চাহ আনোঁতে তেখেতলৈকো যেন আধা কাপ শুদা চাহ আনে। ঠিক আধা কাপহে কিন্তু।

সকলোৱে খাবলৈ আৰম্ভ কৰাৰ লগে লগেই এডভোকেট দত্তই খাই খায়েই কবলৈ ধৰিলে, "মন্ত্ৰী ডাঙৰীয়াই মই তেখেতৰ বৰ ডাঙৰ



উপকাৰ এটি কৰি দিয়া বুলি কৈছে। কিন্তু মোৰ যিহেতু ব্যৱসায়েই সেইটো গতিকে তাত প্ৰশংসা পাবলগীয়া আচলতে বিশেষ একো নাই। মন্ত্ৰী ডাঙৰীয়াৰ মোৰ প্ৰতি যি প্ৰশংসা তাত মোৰ গুণতকৈ মন্ত্ৰী ডাঙৰীয়াৰ বৰং নিজৰ মহানুভৱতাহে প্ৰকাশ পাইছে। সি যি নহওক, ওকালতি ব্যৱসায়টোৰ প্ৰতি মোৰ যে এটি বিশেষ শ্ৰদ্ধা আছে, সেইটো ঠিক। বিপদগ্ৰস্ত লোকক সহায় কৰি দিয়া—এয়েই ওকালতি। গতিকে এনেহেন এটি কাম যে ভাল কাম সেই বিষয়ে মোৰ অন্ততঃ কোনো সন্দেহ নাই। চৰকাৰী চাকৰি নকৰি সেই কাৰণেই মই ওকালতি কৰাতহে লাগিলোঁ, ওকালতি স্বাধীন ব্যৱসায় কাৰণেই একমাত্ৰ নহয়। কটন কলেজৰ পৰা বি. এ. পাচ কৰাৰ পিছত মই কলিকতালৈ গৈ এম্. এ আৰু বি. এল্. দুয়োটা একেলগেই পঢ়িছিলোঁ। সময়ত অৱশ্যে মোৰ এম্. এ পৰীক্ষা দিয়া নহ'ল। যি হ'ক, বি. এল্. পাচ কৰি উভতি আহিও অসমত সেই সময়ত মই চৰকাৰী চাকৰি এটা সহজেই পাব পাৰিলোঁহেঁতেন। বিশেষতঃ মোৰ দেউতা নিজেও স্বনামধন্য উকীল আছিল। তদুপৰি তেখেত কংগ্ৰেছতো আছিল বাবে হাত দীঘল মানুহ আছিল। কিন্তু মোৰ মনটোত মানুহৰ প্ৰতি এটা সেৱাৰ ভাব আছিল কাৰণেই মই চৰকাৰী চাকৰি নকৰিলোঁ। মই অৱশ্যে কংগ্ৰেছ আন্দোলনত যোগ দিব পাৰিলোঁহেঁতেন। কাৰণ, কংগ্ৰেছৰ যোগেদিয়েই মই মানুহক সেৱা কৰাৰ সুযোগ পালোঁহেঁতেন। কিন্তু দেউতা ভাল উকীল আছিল কাৰণে আমাৰ শুভাকাঙ্ক্ষী সকলে ময়ো উকীল হোৱাটোকে বিচাৰিছিল। দেউতাৰ তলতেই মই ওকালতি প্ৰথম আৰম্ভ কৰোঁ। দেউতাৰ কাৰণেই অতি সোনকালে মই উকীল হিচাপে এনেভাৱে কাম কৰিলোঁ যে মানুহে মোক ওকালতি এৰিবলৈ নিদিয়া হ'ল। তথাপি এসময়ত মই ওকালতি এৰি দি নহ'লেও, ওকালতি কৰি কৰিয়েই কিছু পৰিমাণে দেশৰ কামতো লাগিম নেকি ভাবিছিলোঁ। কিন্তু ইতিমধ্যে মই উকীল হিচাপে ইমান জনপ্ৰিয়তা অৰ্জন কৰিলোঁ।

যে ওকালতি এৰি দিবলৈ ভাল নেলাগিল।' ইমান ভালদৰে চলা, ইমান ভাল ব্যৱসায় এটি এৰি দি দেশৰ কামত লাগিবলৈ যোৱাটো হেড্মাষ্টৰ আৰু মন্ত্ৰী ডাঙৰীয়াই কোৱাৰ দৰেই এটি ডাঙৰ 'ৰিস্ক্' হ'লহেঁতেন। গতিকে মই মোৰ ব্যৱসায়ত থাকিয়েই ৰাইজৰ যেতিয়া যিথিনি উপকাৰ কৰিব পাৰোঁ, তাকে কৰাত লাগিলোঁ।"

এডভোকেট দত্তৰ কথা শুনি নমিতাৰ দেউতাকে নিশ্চয় বিশেষ আমোদ পাইছিল। কাৰণ দত্তই তেখেতৰ কথা ভালদৰে শেষ কৰিছেনে নাই, তালৈ লক্ষ্য নকৰাকৈয়ে তেখেতে ক'বলৈ ধৰিলে, "আপোনালোকৰ নিজৰ নিজৰ অতীতৰ কথা শুনি মই আজিহে, সঁচা কথা কবলৈ হ'লে, আপোনালোকৰ লগত বিশেষ সহৃদয়তা অনুভৱ কৰিছোঁ। মোৰ কি হ'ল জানে? আজি কম বেছি পৰিমাণে মোকোতো এই চহৰত আৰু এই চহৰৰ বাহিৰতো আনকি বহুতে জানে।

"এটা হাইস্কুল লাল বাহাদুৰ শাস্ত্ৰীৰ নামত মই প্ৰতিষ্ঠা কৰি বৰ্ত্তমান তাৰ মেনেজিং কমিটিৰ প্ৰেছিডেন্ট্ হৈ আছোঁ। কিন্তু ইয়াৰ উপৰিও অন্য কেইবাটাও ৰাজহুৱা কামৰ লগত মোৰ নাম জড়িত হৈ আছে। কিন্তু এনেবোৰ কামৰ গুৰিতে কি? আজি আপোনালোকৰ আগত ক'বলৈ মোৰ কোনো দ্বিধা নাই। চেক্ৰেটৰী শ্ৰীবৰাৰ কথা নাজানোঁ, কিন্তু মিঃ নিত্য চৌধুৰী আৰু মোত বাহিৰে বাকী আপোনালোক আটাইবোৰৰে ঘৰ আগৰেই পৰাই চহৰত — মানে আপোনালোক চহৰীয়া মানুহৰ ঘৰতে জন্মি, চহৰতে শিক্ষা-দীক্ষা পাই, চহৰতে জীৱিকা আৰ্জি থকা মানুহ। মোৰ দেউতা কিন্তু গাঁৱৰ আছিল আৰু মই মোৰ ল'ৰাকালো কটাই আহিছিলোঁ গাঁৱত। গাঁৱলীয়া মানুহ হিচাপে মোৰ দেউতাৰ শিক্ষা-দীক্ষা বৰ বেছি নাছিল যদিও তেওঁ গাঁৱত বেছ প্ৰতিপত্তিশালীয়েই আছিল। গাঁৱত বহুতো মাটি-বৃত্তি থকাৰ ফলত তাৰ আধি-ঠিকাৰ উৎপাদনেৰেই আমি গাঁৱত এঘৰ ধনী মানুহ হিচাপে জনাজাত আছিলোঁ। হ'লেও দেউতাৰ



এটি উচ্চাকাঙ্ক্ষা আছিল; তেখেতে সেই কাৰণেই গাঁৱৰ সেই সুখৰ জীৱনধাৰালৈ আওকাণ কৰি এই চহৰত এখন গেলামালৰ দোকান খুলিলে। দেউতা মানুহজনে কোনো ফাঁকি-ফুকা নাজানিছিল। তেখেতৰ সততাৰ কাৰণেই দোকানখন খুব ভালকৈ চলিল আৰু অতি সোনকালেই আমি আগতকৈও দুগুণে ধনী হৈ উঠিলোঁ।

"দেউতাই এনেদৰে চহৰত প্ৰতিষ্ঠা লাভ কৰি মোক ভালদৰে পঢ়িবলৈ দিছিল। মই চহৰৰে চৰকাৰী হাইস্কুলখনৰ পৰা হাইস্কুল পাছ কৰি কলেজত নাম লিখিলোঁ। কিন্তু সেই সময়তেই স্বাধীনতা আন্দোলনৰ জুই দেশজুৰি বিয়পি পৰিল আৰু অন্য বহুতো ছাত্ৰৰ দৰে ময়ো কলেজত ডেৰ বছৰ পঢ়াৰ পিছত কলেজ এৰি আন্দোলনত যোগ দিলোঁ। মন্ত্ৰী ডাঙৰীয়াৰ দৰে অৱশ্যে ময়ো প্ৰথমতে কলেজ এৰা নাছিলোঁ; দেউতায়ো এৰিবলৈ নিদিছিল। কিন্তু কংগ্ৰেছৰ কামত এনেভাবে দেহেকেহে লাগিলোঁ যে কলেজ আপোনা-আপুনিয়েই বাদ পৰি গ'ল। দেউতাই তথাপি পৰীক্ষাতো দি চাবলৈ কৈছিল। কিন্তু দেউতা ইতিমধ্যে বুঢ়া হৈ আহিছিল বাবে মই তেখেতক লাহে লাহে দোকান চলোৱা কামতেই সহায় কৰি দিয়াত লাগিলোঁ; আৰু লগতে দোকান চলোৱা বিদ্যাটোও শিকিলোঁ। ইপিনে দেশৰ কামতো লাগি থাকিলোঁ একেদৰে। দেউতা মৰাৰ পিছৰে পৰা অৱশ্যে অন্তৰত প্ৰবল ইচ্ছা থকা স্বত্বেও দেশৰ কামলৈ পিঠি দিবলগীয়া হ'ল। কাৰণ, ভালদৰে চলা দোকান এখন বাদ দি দেশৰ কামত লাগিলে, আপোনালোকে কোৱাৰ দৰেই, এটা ৰিস্ক্ ল'বলগীয়া হৈ যায়, 'যিটো ল'ব পৰা অৱস্থাত মই তেতিয়া নাছিলোঁ। কাৰণ, দেউতাৰ মৃত্যুৰ পিছত গোটেই পৰিয়ালখনৰ আৰু অতবোৰ সম্পত্তিৰ দায়িত্ব মোৰ ওপৰতেই পৰিছিল।

"সেইবোৰ যিয়েই নহওক, মই ভালকৈ লগাৰ পিছত দোকানখন আৰু বেছি ডাঙৰ কৰিব পাৰিলোঁ। ইতিমধ্যে দেশ স্বাধীন হৈছিল আৰু আগত একেলগে মোৰ লগত স্বাধীনতাৰ বাবে যুঁজা বহুত

মানুহেই ডাঙৰ ডাঙৰ বাব পাইছিল। এনেকুৱা এজন হিতাকাঙ্ক্ষীয়েই মোক এদিন এটা সুবুদ্ধি দিলে। তেখেতে স্বাধীন দেশৰ চাৰিওফালে নিৰ্মান হব ধৰা ৰাস্তা দলংবোৰৰ ঠিকা ল'বলৈ মোক উদগালে। ময়ো কথাটো ভালেই হ'ব বুলি বুজি ঠিকাত লাগিলোঁ। বছৰি আমাক খাবলৈ যিখিনি ধান লাগে সেইখিনি ধান পাব পৰাকৈ মাথোন গাৱঁত মাটি ৰাখি বাকী সকলোবোৰ মাটি বিক্ৰী কৰি দিলোঁ আৰু সেই টকা লগালোঁ ঠিকাত। এসময়ত মোৰ লগত দেশৰ হকে যুঁজা আৰু সম্প্ৰতি দেশৰ বৰমূৰীয়া কেবাজনো বন্ধুৰ সহায়ত সোনকালেই মই এজন নাম থকা ঠিকাদাৰ হৈ উঠিলোঁ—যিহৰ ফলত আজি এইখিনিলৈকে উঠিব পাৰিছোঁ।"

নমিতাৰ দেউতাকৰ এই জীৱন কাহিনী বৰ্ণনাৰ পিছত ড্ৰয়িং ৰুমত কিছু সময়ৰ বাবে মৌনতা বিৰাজ কৰিছিল। তেখেতৰ কথাৰ মাজতে কাপ-প্লেটবোৰ লৈ যোৱা হৈছিল। কিছু সময়ৰ মৌনতাৰ পিছত উপমন্ত্ৰী গগৈয়ে মিচিকিয়া হাঁহি এটি মাৰি ডেপুটি চেক্ৰেটেৰী শ্ৰীনিৰ্ম্মল বৰাৰ পিনে চালে আৰু ক'লে, "এতিয়ালৈকে শ্ৰীবৰাৰ বাহিৰে আজি প্ৰায় আটায়েই আমাৰ কেৰিয়াৰৰ টাৰ্ণিং পইণ্ট্‌বোৰৰ কথা ক'লোঁ। শ্ৰীবৰাবো কেৰিয়াৰত তেনেকুৱা কিবা টাৰ্ণিং পইণ্ট্ আছেনেকি, আমাৰ স্বাভাৱিকতেই জানিবৰ মন গৈছে। তেখেতে ক'লে আমি শুনিব পাৰোহঁক।"

ডেপুটি চেক্ৰেটেৰী শ্ৰীবৰাই এটি গল-খেঁকাৰি মাৰি আৰম্ভ কৰিলে "মোৰ কেৰিয়াৰতো তেনেকুৱা এটি টাৰ্ণিং পইণ্ট্ নোহোৱা নহয়; কিন্তু আপোনালোকৰ বোৰতকৈ সি কিছু বেলেগ। বেলেগ হোৱাটো স্বাভাৱিক। আপোনালোকে কেৰিয়াৰ বাচি লোৱা বা শিক্ষা সাং কৰা সময় আছিল স্বাধীনতা আন্দোলনৰ অতি সংকটকালীন কালছোৱাত। কিন্তু মোৰ বাবে সেই সময় আহিছিল স্বাধীনতা লাভৰ প্ৰায় এক দশক পিছত, যেতিয়া দেশে এটি সুস্থিৰ অৱস্থা লাভ কৰিছে। বি. এ. মই ইংৰাজীত অনাৰ্চ লৈয়েই পাচ কৰিছিলোঁ। বি. এ. পাচ



কৰি মই যি কনফ্লিক্টৰ সন্মুখীন হ'লোঁ সেয়া হ'ল—পুনৰ ইংৰাজীত এম. এ. পঢ়ি পাচ কৰি কোনো এখন কলেজত অধ্যাপনা কৰিম নে আৰু এম. এ. নপঢ়ি চিভিল চাৰ্ভিচৰ প্ৰতিযোগিতামূলক পৰীক্ষা দিম। এই দুটাৰ কিবা এটা মাথোন বাচি লোৱাটো ময়ো তেতিয়া আপোনালোকৰ দৰেই এটি ৰিস্ক্ হ'ব বুলিয়েই ভাবিলোঁ আৰু ইংৰাজীৰ এম. এ. তো নাম লিখিলোঁ আৰু ইপিনে এ. চি. এছ্‌ৰ বাবেও প্ৰিপেয়াৰ কৰি থাকিলোঁ। এম. এ. ৰ ক্লাছ কৰোঁতে কৰোঁতে এটা বছৰ যাবৰ হ'ল; এনেতে হঠাৎ এদিন এটি আমোদজনক ঘটনা ঘটি গ'ল। ইংৰাজী সাহিত্যৰ কৃতবিদ্য অধ্যাপক এজনে তেখেতৰ লেক্‌চাৰৰ মাজতে এদিন আমাৰ আগত ঘোষণা কৰিলে যে স্পেন্‌চাৰৰ 'ফেৰী কুইন' তেখেতে এতিয়া পঢ়ুৱাব যদিও, তেখেতে নিজে কোনো দিন সেই কিতাপখন সম্পূৰ্ণকৈ পঢ়া নাই। লগে লগে তেখেতে এক পৰম আত্মতৃপ্তিত আৰু উচ্চৈঃস্বৰে এই বুলিও ঘোষণা কৰিলে যে ইংৰাজী সাহিত্যৰ বিখ্যাত সমালোচকসকলৰ ভিতৰতো এই কিতাপ পঢ়া লোকৰ সংখ্যা অতি কম। অথচ সেই বিখ্যাত সমালোচক-সকলে স্পেনচাৰৰ 'ফেৰী কুইন'ৰ ওপৰত লেক্‌চাৰ জাৰি কৰিয়েই আছে। অধ্যাপকৰ কথা শুনি মই স্তব্ধ হৈ গ'লো, মোৰ ভাব হ'ল যি ক্ষেত্ৰত ইমানখিনি ফাঁকিৰ ঠাই থাকিব পাৰে, সেই ক্ষেত্ৰলৈ এটি আদৰ্শ লৈ মিছাতে অতবোৰ ত্যাগ স্বীকাৰ কৰিবলৈ যোৱাৰ পৰা লাভ কি? সেই মুহূৰ্ত্ততে মই এম. এ. পঢ়া বাদ দিলোঁ আৰু ওচৰ চাপি অহা এ. চি. এছ্ পৰীক্ষাৰ বাবে প্ৰস্তুত হোৱাত সম্পূৰ্ণৰূপে মনোনিবেশ কৰিলোঁ। এ. চি এছ্ পৰীক্ষাত মই প্ৰথম স্থানেই লাভ কৰিলোঁ আৰু চিভিল চাৰ্ভিচৰ চাকৰিত তেনেদৰেই সোমাই পৰিলোঁ।

নিত্যৰ বাহিৰে ড্ৰয়িংৰুমত থকা বাকী সকলোৱেই ডেপুটি চেক্ৰেটেৰী শ্ৰীবৰাৰ কথাত হৰ্ষোল্লাস কৰি উঠিল। শ্ৰীনিৰ্ম্মল বৰা আজিৰ যুৱক সমাজৰ আদৰ্শ হোৱা উচিত বুলি হেড্‌মাষ্টৰ ভট্টাচাৰ্য্য, উপমন্ত্ৰী গগৈ, এডভোকেট দত্ত আৰু চৰকাৰী কণ্ট্ৰেক্টৰ নমিতাৰ

দেউতাকে অভিমত দিলে। ইয়াৰ পিছতেই দত্ত ঘৰলৈ উভতি যাবলৈ প্ৰস্তুত হ'ল। লগে লগে হেড্‌মাষ্টৰ উপমন্ত্ৰী আৰু ডেপুটি চেক্ৰেটেৰীও উঠিল। নমিতাৰ দেউতাকে তেখেতসকল সকলোৰে তেখেতক নাপাহৰি তেনেদৰে খন্তেক দেখা দিয়া বাবে কৃতজ্ঞতা জনালে। তেখেত সকলেও কন্‌ট্ৰেক্টৰ ডাঙৰীয়াৰ আপ্যায়নত সেই দিনাৰ গধূলিটো অতি সুন্দৰকৈ কটোৱাৰ সুযোগ পোৱা বাবে তেখেতৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰিলে। তেখেতসকলৰ অনুৰোধ-ক্ৰমেই, নমিতাৰ দেউতাকে নমিতাক আৰু নমিতাৰ মাকক মাতি দিলে। তেখেতসকলে মাক আৰু নমিতাৰ পৰাও বিদায় ল'লে আৰু লগতে বিদায় ল'লে লগে লগে ভিতৰৰ পৰা ওলাই অহা কিৰণ আৰু তাতে বহি থকা নিত্যৰ পৰা।

বাহিৰত গাড়ীকেইখন ষ্টাৰ্ট দিয়াৰ শব্দ শুনাৰ লগে লগে ড্ৰয়িং ৰুমলৈ অতিথিবৃন্দক বিদায় দি পুনৰ সোমাই আহিল নমিতাৰ দেউতাক। ড্ৰয়িং ৰুমত তেখেতে আহি পালে কিৰণ, নিত্য, নমিতাৰ মাক আৰু নমিতাক। কিৰণ আৰু নিত্যও ইতিমধ্যে যাবলৈ সাজু হৈছিল; কিন্তু নিত্যই দেখিলে নমিতাৰ মাকে সোণকালে তেওঁলোকক যাবলৈ দিব খোজা নাই। ইমানবোৰ বৰ বৰ মানুহক অতিথি সুধি নমিতাৰ মাক গপত গঙা টোপটো হৈ উঠিছে; তেওঁলোকক এনে অৱস্থাত তেখেতে অলপ বিচাৰিছে। নমিতাৰ মাকে নিত্য আৰু কিৰণক ক'লে, "মন্ত্ৰীৰ আমাৰ ঘৰখনলৈ বৰ মৰম। এম. এ. ত নমিতাৰ স্কলাৰছিপ্‌টোও মন্ত্ৰীয়েই ঠিক্ কৰি দিছিল। আৰু ডেপুটি চেক্ৰেটৰী—তেওঁতো আমাৰ ঘৰৰ ল'ৰাৰ দৰেই; শ্বিলঙৰ পৰা নামিলেই ইয়াত এবাৰ দেখা নিদিয়াকৈ নাযায়।"

নমিতাৰ দেউতাকে এক পৰম আত্ম-সন্তুষ্টিত ঘৈণীয়েকৰ এই কথা চকী এখনত বহি লৈ শুনি আছিল। ঘৈণীয়েকৰ কথা শেষ হোৱাত তেখেতে ক'লে, "আটাইকেইজনেই বৰ ভাল মানুহ। একোটা মহৎ মহৎ আদৰ্শৰ মানুহ। প্ৰত্যেকেই ইমান ইমান ডাঙৰ একোটা



এৰিষ্টক্ৰেট্—অথচ, প্ৰত্যেকেই ৰাইজৰ সেৱাত নিজকে কেনেকৈ যে নিয়োগ কৰিছে।"

ইমান সময়ে ড্ৰয়িং ৰুমটোতেই এক প্ৰকাৰ অস্থিৰ-ভাৱে ভাবীশাহুৱেক-শহুৰেকৰ কথা শুনি ইফাল সিফালকৈ ধীৰে ধীৰে খোজ কাঢ়ি থকা কিৰণে এইখিনিতে হঠাৎ মূৰটো জোঁকাৰি উঠিল আৰু ক'লে, "আমি যাওঁ গৈ এতিয়া। বল নিত্য।"

ঘৰলৈ উভতি খোজ দিওঁতে বাটত নিত্যৰ কিয় জানো মনটো বৰ পাতল পাতল লাগিছিল। সুলোচনাক হেৰুৱাত, চহৰৰ চাকৰিয়াল এজনৰ ছোৱালী সুলোচনাক তাৰ কৰি ল'ব নোৱাৰাত, তাৰ মনত থূপ খোৱা সকলো ক্ষোভ হঠাৎ যেন নাইকিয়া হৈ গ'ল। ৰাস্তাত কিৰণ আৰু নিত্যৰ কাৰো মুখত একো মাত নাছিল। কিৰণে তেতিয়া কি ভাবিছিল নিত্যই নাজানে। কিন্তু নিত্যৰ বাৰে বাৰে মনত পৰিছিল কিৰণে তাৰ আগত কোৱা এষাৰি কথা। আৰু যিমানেই আবেলি নমিতাহঁতৰ ঘৰলৈ ওলাই যাওঁতে কিৰণে তাৰ আগত কোৱা এই কথাষাৰ তাৰ মনত পৰিবলৈ ধৰিলে, সিমানেই আবেলি শুনা সময়ত একো নুবুজা এই কথাষাৰৰ অৰ্থ তাৰ মনত স্পষ্টৰ পৰা স্পষ্টতৰ হৈ উঠিবলৈ ধৰিলে। কিৰণে তাক কৈছিল: "তই যি কাৰণত সুলোচনাক হেৰুৱাবলগীয়া হ'ল, মই ঠিক সেই একেই কাৰণত পাবলগীয়া হ'লোঁ নমিতাক।" কিৰণৰ অনুভৱ হ'ল, এটি গুৰুতৰ দুৰ্ঘটনাৰপৰা সি এইবাৰলৈ হাত সাৰি গ'ল। মনটো তাৰ সচাঁকৈয়ে পাতল লাগিছিল। সি ক'ব নোৱাৰাকৈয়ে তাৰ খোজবোৰ ইমান খৰ হৈ গৈছিল যে কিৰণে তাৰ লগে লগে খোজ মিলাই যাবলৈ টান পাইছিল।

কিন্তু নিত্যই যিমানেই তাৰ ঘৰটোৰ ওচৰ চাপি আহিল, সিমানেই তাৰ অকলশৰীয়া সংসাৰখনলৈ মনত পৰিবলৈ ধৰিলে। আৰু লগে লগে তাৰ মনটো পুনৰ গধুৰ হৈ পৰিবলৈ ধৰিলে। নিত্যৰ ভাব হ'ল, সি যি সমাজত জন্মিছিল, ডাঙৰ-দীঘল হৈ প্ৰথম শিক্ষা লাভ কৰিছিল,

সেই সমাজ সি এটি ডাঙৰ স্বপ্ন লৈয়েই এবি আহিছিল। সি এৰি অহা তাৰ গাৱঁৰ তাৰ সমাজৰ শৰীৰ আৰু হাতৰ পৰিশ্ৰমেৰে জীয়াই থকা মানুহবোৰৰ ঘৰৰ দুৱাৰ তাৰ বাবে ইতিমধ্যেই বন্ধ হৈ গৈছে। তাৰ বাবে মাথোন এতিয়া খোলা হৈছে, আজি অলপ আগতে লগ পাই অহা 'মহৎ মহৎ আদৰ্শৰ' সেই ডাঙৰ ডাঙৰ 'এৰিষ্ট'ক্ৰেট' সকলৰ সুসজ্জিত ড্ৰয়িংৰুমবোৰৰ দুৱাৰ। সুলোচনাই তাক মুক্তি দিলেই জানো মুক্তি পাব সি নিজৰ নিজৰ মূৰটোৰ আৰু মুখবোৰৰ পৰিশ্ৰমেৰেই জীয়াই থকা 'মহৎ মহৎ আদৰ্শৰ' এই ডাঙৰ ডাঙৰ 'এৰিষ্ট'ক্ৰেট' সকলৰ সমাজৰ পৰা ?

---

# এজন মানুহৰ কথা

অভিনয় শেষ হোৱাৰ লগে লগে অন্ধকাৰ নাটঘৰ পুনৰ পোহৰ হৈ উঠিল। মঞ্চৰ কলা পৰ্দাখন তললৈ নামি আহিল। চহৰখনৰ সকলোৰে পৰিচিত শ্ৰদ্ধাৰ্হ, এক প্ৰাচীন সম্ভ্ৰান্ত পৰিয়ালৰ লোক, আজীৱন শিক্ষক, নাট্যকাৰ আৰু অভিনেতা শ্ৰীজীৱনলাল দাসে তেখেতৰ জীৱনৰ এই ভাটী বয়সত ৰচনা কৰা নাটকখনৰ মূল চৰিত্ৰটো নাটকখনৰ এই প্ৰথম অভিনয়ত নিজেই ৰূপায়িত কৰিলে। অভিনয় চাবলৈ অহা মানুহেৰে নাট-ঘৰ ঠাহ খাই পৰিছিল। নীৰৱ, কৌতূহলী শ্ৰোতামণ্ডলীয়ে মঞ্চৰ পিনে চকু থিৰ কৰি তিনি ঘণ্টা সময় বগা গাৰ ৰঙৰ, ঈগলৰ ঠোঁটৰ দৰে নাকৰ, বুদ্ধি-দীপ্ত চকুৰে সেই বৃদ্ধ নাট্যকাৰ আৰু অভিনেতাজনৰ অভিনয় চাইছিল। ডেকা কালত এই মানুহজনৰ সমসাময়িক মানুহবোৰে যেতিয়া শিক্ষা দীক্ষা শেষ কৰি সাধাৰণভাৱেই সংসাৰ আৰম্ভ কৰিছিল, জীৱনত গতানুগতিক প্ৰতিষ্ঠা বিচাৰিছিল, তেতিয়া এই মানুহজনে সেইবোৰ একোকে নিবিচাৰি এক আদৰ্শৰ অনুসৰণত অসমদেশখনৰ তেওঁৰ ইপিনৰ ইটো মূৰৰ পৰা সিটো মূৰলৈ আৰম্ভ কৰিছিল এক যাত্ৰা। সুদীৰ্ঘ, কষ্টবহুল, বিপদশঙ্কুল সেয়া যেন তীৰ্থযাত্ৰা। কেবাটাও লোভনীয় বৃটিছ চৰকাৰৰ চাকৰি সময়ত তেওঁক যচা হৈছিল ; কিন্তু তাৰে এটিও তেওঁ গ্ৰহণ নকৰি তেওঁৰ চহৰৰ মানুহবোৰৰ সহায়-সহানুভূতিত তেওঁ স্থাপন কৰিছিল এটি স্কুল—চহৰত আগৰে পৰা থকা বৃটিছ চৰকাৰৰ হাইস্কুলটোৰ সমান্তৰাল আৰু প্ৰতিদ্বন্দ্বী এটি স্বদেশী আদৰ্শৰ স্কুল। তাতে প্ৰধান শিক্ষক হৈ তেওঁ আৰম্ভ কৰিছিল তেওঁৰ শিক্ষক জীৱন। ষাঠী বছৰ বয়সত সেই শিক্ষক জীৱনৰ সামৰণি পৰাৰ পিছত তেওঁ প্ৰতিষ্ঠা কৰিলে নতুনকৈ এটি ছোৱালী হাইস্কুল আৰু তাতো প্ৰধান শিক্ষক হৈ পুনৰ আৰম্ভ কৰিলে অন্য এটি শিক্ষক জীৱন। চহৰখনত এটি ছোৱালী স্কুল আগৰে পৰা

থাকিলেও সেই স্কুল চহৰৰ এমূৰত বাবে আৰু চহৰখনত চিটি বাচ বা তেনেকুৱা সস্তীয়া অন্যান্য যান-বাহনৰ সুবিধা নোহোৱা কাৰণে চহৰৰ আনটো ফালৰ পৰা মানুহে এই নতুন ছোৱালী স্কুলখন স্থাপন কৰাতো আগৰ স্বদেশী আদর্শৰ স্কুলখন স্থাপন কৰা সময়ৰ দৰেই এই মানুহজনলৈ সকলো পিনৰ পৰা সহায়-সহানুভূতি আগবঢ়াইছিল। সেই নৱ-নির্ম্মিত স্কুলখনৰ সাহায্যৰ বাবেই আজিৰ এই নাট্যাভিনয় বুলি আগতে চহৰত অনেক বিজ্ঞপ্তি প্রচাৰ কৰা হৈছে। কিন্তু আজিৰ নাটঘৰ এনেদৰে অভূতপূর্ব্ব ভাবে লোকে লোকাৰণ্য হৈ পৰাৰ প্রকৃত কাৰণ কি ?

সি যিয়েই নহওক অভিনয় শেষ হল আৰু ৰঙ্গমঞ্চ হৈ উঠিল পুনৰ আলোকিত। লগে লগে সেই আলোক উজ্জ্বল ৰঙ্গমঞ্চ হৈ উঠিল দর্শকবৃন্দৰ অভিনয় সম্পর্কে দিয়া বিভিন্ন মতা-মতেৰে গুঞ্জৰিত। "বুঢ়াৰ অভিনয়-কুশলতা বয়সে আৰু অত বছৰৰ অনভ্যাসেও ম্লান কৰিব পৰা নাই অকণমানিও।" এজনৰ এই মন্তব্যৰ বিৰুদ্ধে অন্য এজনৰ মন্তব্য—"এই বুঢ়াবয়সত লিখা নাটখনতো আনকি তেওঁৰ নিজৰ যৌৱনৰ উগ্রতাৰ গোন্ধ।" অন্য এজনৰ আকৌ মত, "কি ৰচনাৰ উদ্দেশ্য, কি অভিনয়ত নমাৰ উদ্দেশ্য—সকলোৰেই তেওঁৰ স্বার্থ-প্রণোদিত।" এইজন ঘৰলৈ উভতিযোৱা দর্শকৰ এই মতক সমর্থন জনাই লগে লগেই অন্য এজনে কৈ উঠিল: "এৰা আনকি তেওঁৰ এই বয়সত নগৰত ছোৱালী স্কুল এখন আগৰে পৰা থকা স্বত্বেও অন্য এখন স্থাপন কৰিবলৈ ওলোৱাটোতো লুকাই আছে তেওঁৰ এক ক্ষুদ্র স্বার্থ।" এইজন দর্শকৰ এই কথাৰ লগে লগে ৰাতি দহ বজাৰ নীৰব চহৰখনৰ বাটেদি বাট বুলি যাব ধৰা সেই দলটোৰ অন্যবোৰ দর্শকৰ মনতো এটা নীৰৱ আলোড়নৰ সৃষ্টি হ'ল। কেবাজনেও চকু ঘোপা কৰি লগে লগেই প্রশ্ন কৰিলে, সেই আজীৱন শিক্ষাব্রতী বৃদ্ধৰ জীৱনৰ শেষ অৱস্থাত এই স্কুল স্থাপন কৰাত কি ক্ষুদ্র স্বার্থ লুকাই থাকিব পাৰে? পূর্ব্বৰ বক্তাই নির্ভীক আৰু স্পষ্টভাবেই উত্তৰ দিলে,



"বুঢ়াই নাটক লিখি নিজে অভিনয়ত নমাৰ উদ্দেশ্য স্কুল পতাটো বুলি তেওঁ কলেও, তেওঁত বাহিৰে তাক আৰু কোনেও বিশ্বাস কৰা উচিত নহয়। আজিৰ নাটকৰ নায়িকাৰ ভাও লোৱা কেতেকী চৌধুৰী নামৰ সেই ছোৱালীজনীৰ সঙ্গ বিচাৰি বুঢ়া পাগল। তাইৰ লগত নাটক কৰি তাইক লগ পোৱাত বাহিৰে বুঢ়াৰ আৰু উপায় কি ?" ডেকাজনৰ এই মতামত শুনাৰ লগে লগে বহুতো সময়লৈ দলটোৰ বাকীবোৰৰ কোনেও একোকে কবই নোৱাৰিলে। সকলোৱে অনুভৱ কৰিলে, কিবা এটি কব লাগিব এই মন্তব্যৰ উত্তৰত; কিন্তু কি ক'ব কোনেও ভাবি উলিয়াব নোৱাৰিলে। দলটোৰ সকলোৰে মন, অন্তৰ, আনকি চৌদিশৰ বতাহ পর্য্যন্ত কিবা যেন এটি নীৰৱ আলোড়নত কঁপি উঠিল। কাৰো পৰা একো সঁহাৰি নাপাই সেই ডেকা গৃহাভিমুখী দর্শকে পুনৰ মন্তব্য কৰিলে, "সঁচা কবলৈ সঙ্কোচ কি ? জীৱনলাল দাসে চহৰত অন্য এখন ছোৱালী স্কুল নির্ম্মাণ কৰাৰ গুৰিতে কেতেকী চৌধুৰীৰ সংস্পর্শৰ কামনাত বাহিৰে যে আৰু একো নাই, তাৰ আমি প্রমাণ পাইছোঁ। আমাৰ আগৰ ছোৱালী স্কুলখনত আচলতে বয়সলৈ চালে এতিয়া বি. এ. পঢ়িবলগীয়া কিন্তু নৱমমানতেহে পঢ়া কেতেকী যে বছৰেকীয়া পৰীক্ষাত ফেল হ'ল তাক তোমালোকে জানানে নাই ? আৰু পিছত বুঢ়াই নতুনকৈ স্থাপন কৰা ছোৱালী স্কুললৈ ছোৱালী জনীৰ বিধবা মাকক ফুচুলাই ছোৱালীজনী লৈ গ'ল আৰু দশমমান শ্রেণীতেই নাম লিখি দিলে। তাইক এই সুবিধা দিবৰ বাবেই পুৰণি ছোৱালী স্কুলত ফেল হোৱা বাবে আৰু বহুত ছোৱালীকেই নতুন স্কুলত এই সুবিধা দিয়াৰ নিয়ম কৰি পেলালে বুঢ়াই। অকল সেয়ে নহয়, ইমান দিনে এই স্কুলৰ নির্ম্মাতা আৰু চেক্রেটাৰী হৈ অহা বুঢ়াই কেতেকীক সেই স্কুললৈ নিয়েই তাত বিনা দৰ্মহাই প্রধান শিক্ষকৰ পদটোও লৈ ললে। প্রধান শিক্ষকে এতিয়া কেতেকীৰ ক্লাচত ইংৰাজী শিকায় আৰু স্কুল বহা সময়ত বাহিৰৰ সময়খিনি অভিনয় বা অভিনয়ৰ ৰিহার্চেল কৰে।" ডেকাজনে তেওঁৰ বক্তব্য

শেষ কৰি তেওঁৰ গলটো এবাৰ খেঁকাৰিলে। তাৰ পিছত সকলো নিৰৱ, নিমাত। সকলোৱে কিবা এটি কবৰ চেষ্টা কৰিছে, কিন্তু কোনেও যেন একোকে কব পৰা নাই।

অৱশেষত সেই নিস্তব্ধ আলোড়ন ভঙ্গ কৰি অন্য এজন ডেকাই কৈ উঠিল, "কিন্তু কেতেকী চৌধুৰীৰ সংস্পৰ্শ বিচাৰে বুঢ়াই নে তেওঁৰ ডেকা পুতেক তপনে যিজনে আজি কেতেকীৰ বিপৰীতে নায়কৰ ভাও ললে?" ডেকাজনৰ এই প্ৰশ্নৰ উত্তৰ কোনোবাই দিয়াৰ আগেয়ে তুলনামূলক ভাৱে বয়সস্থ মানুহ এজনে এনেবোৰ মন্তব্যত যেন পতিয়ন যাব নোৱাৰি কবলৈ ধৰিলে, "জীৱনলাল দাসৰ জীৱনটো সকলোৱে পৰাই অন্য ধৰণৰ। মানুহে যি বাটে যায়, সেইবাটে গৈ তেওঁ ভাল নাপায়। তেওঁৰ বাট সকলোৱে পৰাই এটি নিজস্ব স্বকীয়া বাট। তহঁতে মানুহ জনকতো সকলোৱে পৰা নাজান। মানুহজন সম্পৰ্কে এনেবোৰ কথা কোৱাৰ আগতে মানুহজনক ভালকৈ জানি লবলৈ চেষ্টা কৰ। আনক অনুকৰণ নকৰি অন্য চাৰিজনৰ দৰে নচলি সেইজন মানুহ সদায় নিজৰ মতে চলে বাবেই জীৱনত কতবাৰ তেওঁ কেনেধৰণৰ কষ্ট পাইছে, কেতিয়া কেনেকৈ মানুহৰ চকুত হাঁহিয়াতৰ পাত্ৰ হৈছে, তাৰ সীমা সংখ্যা নাই। তথাপি তেওঁ তেৱেঁই। আৰু তদুপৰি তেওঁৰ বিপক্ষেই হওক বা অন্য কাৰোবাৰ বিপক্ষেই হওক, উপযুক্ত প্ৰমাণ নোহোৱাকৈ এনে ধৰণৰ কথা কবলৈ নাপায়। এইজন মানুহক এজন অসামান্য জ্ঞানীলোক বুলি প্ৰায় সকলোৱে মানে।" তেওঁৰ কথাত মানুহবোৰ মনে মনে থাকিল। নিস্তব্ধতাৰ মাজেদিয়েই তেওঁলোকে নিজৰ নিজৰ ঘৰৰ পিনে আগবাঢ়িবলৈ ধৰিলে।

উপযুক্ত প্ৰমাণ নোপোৱাকৈ সচাঁকৈয়ে কাৰো বিষয়ে একো ক'ব নাপায়। কিন্তু তথাপি মানুহে কয়। মানুহৰ বিষয়ে মানুহে



অনেক কথা কয়। কিন্তু সেইবোৰ সঁচাকৈয়ে জানো মানুহে বিশ্বাস কৰে? বাট-চৰাৰ আৰামী চকীখনত গাটো এৰি দি গ্ৰীষ্মকালিৰ এটি ফৰকাল আবেলি জীৱনলাল দাসে ভাবে। সন্মুখৰ ফুলনি ডৰাত তেতিয়া ৰান্ধনী বেলিৰ সোণালী কিৰণ। বিয়লীৰ পাতল বতাহ এছাটিয়ে শীতল কৰি তোলা এটি পৰিৱেশ। এইমাত্ৰ তেওঁৰ কনিষ্ঠা কণ্যা মালতীয়ে চাহ-খোৱা কাপ-প্লেটবোৰ লৈ গৈছে ভিতৰলৈ। মাক সেই মুহূৰ্ত্তত কিজানি আবেলিৰ চাহ-জলপান খাই উঠাৰ পাছত পাক্-ঘৰ, কাপ-প্লেট আদি চাফা কৰাত লাগিছে। ল'ৰাকিজন ইতিমধ্যেই খেলিবলৈ ওলাই গ'ল। অৱশ্যে ডাঙৰ ল'ৰাজন এতিয়াও কলেজৰ পৰা উভতি অহা নাই। ইমান পৰলৈ সি নিশ্চয় কলেজত থকা নাই। কৰবালৈ গৈছে হয়তো। কিজানি কেতেকীৰ তালৈকেই গৈছে। এৰা, কেতেকীৰ তালৈকে গৈছে নেকি সি?

কেতেকীৰ তালৈ……। কথাষাৰ ভাবি জীৱনলাল দাসৰ মনটো কেনে যেন লাগিল। কেতেকীৰ ওচৰলৈ তেওঁৰ ডাঙৰ ল'ৰা যদি সঘনে যায়, কেতেকীৰ সতে তেওঁৰ ডাঙৰ ল'ৰাৰ যদি এটি সম্পৰ্ক গঢ়ি উঠে তেওঁৰ ডাঙৰ ল'ৰা তপনৰ……! জীৱনলাল দাসে যেন আৰু দূৰলৈ ভাবিব নোৱাৰে।

তথাপি কেতেকীৰ কথাবোৰ তেওঁ মনৰপৰা জোকাৰি পেলাব নোৱাৰে। ভাববোৰ অনাহূত ভাবেই আহি পৰে। কেতেকীতো বেছ ছোৱালী। তাই সাধাৰণ ছোৱালী নহয়। তুচ্ছ ছোৱালী নহয়। বহুতৰ মাজৰ এজনী নহয়। তাইৰ প্ৰতিভা আছে। নৃত্যৰ ক্ষেত্ৰত, অভিনয়ৰ ক্ষেত্ৰত তাইৰ যি প্ৰতিভা—এই চহৰৰ নালাগে, এই দেশৰ, এই অসমৰ কিমানজনী ছোৱালীৰ আৰু সেই প্ৰতিভা আছে? কেতেকী যেন বাস্তৱিকতেই এগৰাকী জীৱন্ত শিল্পী। তাইৰ নৃত্যৰ লয়ে লয়ে, তাইৰ দেহৰ ভঙ্গীয়ে ভঙ্গীয়ে ফুটি উঠে তাইৰ অসাধাৰণ শিল্পী প্ৰতিভা, এক অশৰীৰী সৌন্দৰ্য্যৰ আভা।

অথচ এনে এজনী ছোৱালীকো তাইৰ দৰিদ্ৰতাৰ সুবিধা লৈ

তাইৰ নিৰাশ্ৰয়ৰ সুবিধা লৈ মানুহে কেনেকৈ নিষ্পেষিত, লাঞ্ছিত কৰিছে। যি কেতেকীৰ সংস্পৰ্শ মানুহবোৰৰ অসৎ প্ৰবৃত্তি চৰিতাৰ্থ কৰাৰ বাবে অপৰিহাৰ্য্য, সেই কেতেকীৰ সৈতে অদৃশ্য সম্পৰ্ক সেইবোৰ মানুহৰ দ্বাৰা কৰা হৈছে অসংগত। সমাজকতো তেওঁ কোনোদিনেই কেৰেপ কৰা নাই। তেন্তে আজি কিয় সমাজৰ ভয়ত তেওঁ কেতেকীৰ পৰা আঁতৰি থাকিব? কেতেকীৰ প্ৰতিভা নষ্ট হৈ যাবলৈ দিব? নাই, নিদিয়ে। কেতিয়াও নিদিয়ে তেনে হ'বলৈ। তেওঁ কেতেকীক আপোন বুলি তুলি লব। কেতেকীৰ প্ৰতিভাই বিকাশৰ বাট পাব, কেতেকীয়ে প্ৰতিষ্ঠা লাভ কৰিব। এৰা তাৰ বাবে তেওঁ যিমান লাঞ্ছনা, যিমান অপযশ মূৰ পাতি ল'ব লাগে ল'ব। তালৈ তেওঁ কেৰেপ নকৰে।

অজ্ঞাতসাৰেই জীৱনলাল দাস উঠিল আৰু বাট চৰাতেই ইফাল সিফালকৈ খোজ কাঢ়ি ফুৰিবলৈ ধৰিলে। তপন নিশ্চয় কেতেকীৰ তালৈকে গৈছে। তেওঁৰ ল'ৰা তপন। সি ভালেই কৰিছে। কেতেকীক বুজিছে, কেতেকীক তাইৰ প্ৰকৃত ৰূপত সি দেখিছে। সমাজে তাইক ঘিণ কৰে। ছখীয়া বুলি, অসৎ বংশৰ বুলি, আনকি মাকৰ দৰে তাইও ভ্ৰষ্টা বুলিও। কিন্তু কেতেকীৰ প্ৰকৃত পৰিচয় কিমানে পাইছে? আনন্দৰ কথা এয়েই যে তপনে, তেওঁৰ ল'ৰা তপনেও পাইছে কেতেকীৰ প্ৰকৃত পৰিচয়। সি যদি এতিয়া কেতেকীৰ গুৰিলৈকেই গৈছে, তাইৰ সৈতে তাৰ সম্পৰ্ক তাৰ আদৰ্শ সম্পৰ্কে দুই এটি ভাবৰ আদান-প্ৰদান কৰি সন্তোষ লভিছে, তাইক উৎসাহ দিছে, তাৰ বাবে তাৰ মাকে উৎকণ্ঠা প্ৰকাশ কৰিলেও তেওঁ উৎকণ্ঠা প্ৰকাশ নকৰে। তেওঁ তাত আনন্দ পাব। তেওঁ সুখী হ'ব।

অজ্ঞাতসাৰেই জীৱনলাল দাস সেই মুহূৰ্ত্তত পাক ঘৰৰ পিনে সোমাই গ'ল ঘৈণীয়েকৰ ওচৰলৈ—তেওঁৰ এই ভাবকেই যেন ঘৈণীয়েকৰ ওচৰত ব্যক্ত কৰিবলৈ। জীৱনলাল দাসে পাকঘৰলৈ ঘৈণীয়েকৰ ওচৰলৈ যাওঁ বুলি মাজৰ কোঠাটো পাইছেহে—ঘৈণীয়েক



সিপিনে পাকঘৰৰ পৰা ওলাই আহিছে। দ্ৰুত গতিত অস্থিৰ ভাৱে গিৰীয়েকে খোজ দি ভিতৰলৈ যোৱা দেখি তেওঁ সুধিলে, "কি হ'ল? ইমান লৰা—ঢপৰা কিহৰ?"

জীৱনলাল দাস যেন লগে লগেই সম্পূৰ্ণ বেলেগ এখন পৃথিৱীলৈ উভতি আহিল। তেওঁ হঠাৎ বুজি পালে, আচলতে একোৱেই হোৱা নাই। ইমান লৰালৰিকৈ ভিতৰলৈ সোমাই গৈ ঘৈণীয়েকক কবলৈ তেওঁৰ একোৱেই নাই। তেওঁ মনে মনে লাজ পালে। তেওঁ ক'লে, "নাই, একোৱেই হোৱা নাই। মাথোন এষাৰ কথা তোমাক সুধিবলৈ আহিছিলোঁ, ফুৰিবলৈ ওলাবা নেকি?"

ঘৈণীয়েক আচৰিত হ'ল। ফুৰিবলৈ? ক'তা? গিৰীয়েকৰ লগত ফুৰিবলৈ ওলোৱা তেওঁৰতো মনতেই নপৰা হৈছে। আজি তেন্তে ফুৰিবলৈ যাব? আজিৰ এই গধূলি গিৰীয়েকৰ লগত তেওঁ ফুৰিবলৈ যাব? এইখন পুৰণি সৰু চহৰত গিৰীয়েক-ঘৈণীয়েক একেলগে ফুৰিবলৈ ওলোৱাৰ দৃষ্টান্ত নাই বুলিলেই হয়। কিন্তু তেওঁৰ গিৰীয়েকে আনে কি কয় তালৈ কোনো দিন পৰোৱা নকৰা তেওঁৰ গিৰীয়েকে তেওঁক লৈ অন্ততঃ তেওঁলোকৰ যৌৱন কালত, আগ বয়সত, প্ৰায়ে ফুৰিছিল—ৰাস্তাই, ৰাস্তাই, আত্মীয় কুটুম্বৰ ঘৰে ঘৰে। আজিও তেন্তে তেওঁৰ গিৰীয়েকে তেওঁক লৈ তেনেদৰে ফুৰিবলৈ ওলাব? ঘৈণীয়েকে সুধিলে, "কোনপিনে যাব বাৰু? কাৰো ঘৰলৈকেতো আমাক আজি মতা নাই। ৰাস্তাই ৰাস্তাই জানো ফুৰিব?" গিৰীয়েক খন্তেক ৰ'ল। অলপ পিছত অলপ যেন ভাবি চাই উত্তৰ দিলে, "নাই, নাই ফুৰিবলৈ যে বাহিৰলৈকেই যাব লাগিব সেইটো কোৱা নাই। মাথোন বাহিৰত আজি বতৰতো ইমান ভাল যে বাহিৰলৈ ওলাই যাবৰ মন যায়। তাকেহে কৈছো। কেনে ফৰকাল এটি গধূলি পাতল বতাহ-জাক...।" জীৱনলাল দাস পুনৰ বাট চ'ৰালৈ ওলাই আহিল। ঘৈণীয়েক নিজৰ শোৱণি কোঠালৈ সোমাই গ'ল।

"মানুহৰ মূল্য, মানুহৰ চৰিত্ৰ প্ৰকৃততে কিহেৰে নিৰ্ণয় কৰা যায়?" চহৰৰ সেই নব প্ৰতিষ্ঠিত ছোৱালী হাইস্কুলখনৰ অবৈতনিক প্ৰধান শিক্ষক জীৱনলাল দাসে স্কুলৰ বছেৰেকীয়া বঁটা বিতৰণী সভাত বটা বিতৰণীৰ মাজতেই থিয় দি শ্ৰোতা-মণ্ডলীলৈ চাই প্ৰশ্ন কৰিলে। তেওঁ কৈ গ'ল, "মনোবল, সাহস, দৃঢ়তা এনেবোৰ গুণৰ অবিহনে মানুহ মানুহ নামৰ অযোগ্য। কোন কিমান ডাঙৰ বা চহকী পৰিয়ালত জন্মিছিল, কোন কিমান দূৰ সংসাৰৰ ধূলি-বালিত মলিয়ন নোহোৱাকৈ নিৰাপত্তাৰ বৰঘৰত সোমাই থাকিব পাৰিছে—এনেবোৰ কথাৰে আমি এজন মানুহ কিমান দূৰ সৎ বা মহৎ তাক বুজিবলৈ চেষ্টা কৰা অনুচিত। সংসাৰৰ পাকচক্ৰত দুৰ্ভাগ্যৰ ঘূৰ্ণীত, জীৱনৰ কোবাল নদীত উটি-ভাঁহি জৰ্জ্জৰিত হৈ যি জীৱনক তাৰ প্ৰকৃত ৰূপত চিনি পাইছে, আৰু জীয়াই থকাৰ সংগ্ৰাম অব্যাহত ৰাখিছে জীৱনৰ প্ৰতি বিশ্বাস নেহেৰুৱাই—সেয়ে প্ৰকৃত মানুহ। এনে মানুহৰ সংখ্যাই পৃথিৱীত বাঢ়ি যাওক, মোৰ এই স্কুলখনত এনেবোৰ মানুহেই গঢ়ি উঠক—এই কামনাৰেই মই যোৱা বছৰ শ্ৰেণীয়ে শ্ৰেণীয়ে কৈ দিছিলোঁ, প্ৰচলিত প্ৰতিভা বঁটাবোৰত বাহিৰেও মই আৰু এটি বিশেষ বঁটাৰ এই বছৰৰ পৰা প্ৰবৰ্ত্তণ কৰিম: নৈতিক সাহস তথা সবল ব্যক্তিত্বৰ বঁটা। অতি সুখৰ বিষয় যে মোৰ সপোনৰ মানুহ মই বাস্তৱত বিচাৰি যে পাম, তাৰ উমান পাইছোঁ। নৈতিক সাহস আৰু সবল ব্যক্তিত্বৰ বাবে আগবঢ়োৱা বঁটাটি এইবেলি লাভ কৰিলে দশম মানৰ এজনী ছোৱালীয়ে—শ্ৰীমতী কেতেকী চৌধুৰীয়ে। মই আজি সকলোকে জনাবলৈ পাই সুখী হৈছোঁ যে এই বঁটা লাভ কৰা শ্ৰীমতী কেতেকীৰ মাজত মই মোৰ সপোনৰ মানুহৰ যে বাস্তৱতো অভাৱ নাই আৰু নহব তাকে দেখা পাইছোঁ। শ্ৰীমতী কেতেকীৰ দৰে নৈতিক সাহস আৰু সবল ব্যক্তিত্বৰ অধিকাৰী ছোৱালী আৰু ল'ৰাৰে দেশ ভৰি যাওক—জীৱনৰ এই ভাঁটী বয়সত এয়েই মোৰ কামনা।

"কেতেকী বোলা এই ছোৱালীজনী এখন অতি দুখীয়া, সমাজৰ



চকুত অতি নিম্ন খাপৰ পৰিয়ালৰ ছোৱালী"। অতি সৰুতেই এওঁৰ দেউতাক ঢুকায়। এওঁৰ যত্ন ল'বলৈ থাকে মাথোন এওঁৰ দুখুনী বিধবা মাক। এওঁৰ মাকৰ পৰিচয় মই আপোনালোকক নিদিলেও হ'ব। তেওঁ গিৰীয়েকক হেৰুৱা দিন ধৰি ছোৱালীজনী ডাঙৰ কৰিবলৈ মানুহৰ দুৱাৰে দুৱাৰে হাত পাতি ফুৰাৰ বাহিৰেও আৰু কেনেকৈ কি কৰিছে, আপোনালোকে মোতকৈ তাক কম নাজানে। তাৰ বাবে আপোনালোক বহুতেই আনকি এওঁৰ মাকক বহুতো সময়ত ভ্ৰষ্টা, পতিতা আদি আখ্যা দিবলৈকো কুণ্ঠাবোধ কৰা নাই। যদি-ওবা তেওঁ যদি সঁচাই ভ্ৰষ্টা বা পতিতা, আপোনালোকে ভাবি চোৱা নাই, যে তেওঁ ভ্ৰষ্টা বা পতিতা হ'ল আমাৰ বাবেহে। সি যি কি নহওক, তেনে এখন পৰিয়ালত, তেনে এখন ঘৰতো এতিয়া কেনেকুৱা এজনী ছোৱালী পোৱা গ'ল শুনক। আজি কেইমাহমান আগতে শ্ৰীমতী কেতেকী স্কুললৈ আহোঁতে তেওঁক বাটত অশ্লীল ভাষাৰে জোকোৱা ল'ৰাকেইটামানক তেওঁ থত্‌মত্‌ খুৱাই দিলে। দূৰৈৰ পৰা সেই ল'ৰাহঁতে ছোৱালীজনীৰ প্ৰতি অশ্ৰাব্য মন্তব্য প্ৰকাশ কৰি থাকোঁতে ছোৱালীজনী হঠাৎ উভতি গ'ল আৰু চোঁচা লৈ একেবাৰেই সেই অসৎ ল'ৰাকেইজনৰ ওচৰ পালেগৈ। পৰম দৃঢ়-তাৰে তেওঁ সিহঁতক সুধিলে, সিহঁতৰ উদ্দেশ্য কি? ছোৱালীজনী এনেদৰে লৰি গৈ ল'ৰাহঁতৰ মুখামুখি হৈ প্ৰত্যক্ষভাৱে সিহঁতক সিহঁতৰ উদ্দেশ্য সোধাত সেই লৰাহঁতে ইমান লাজ পাইছিল যে সিহঁতে অৱশেষত তাইৰ ওচৰত ক্ষমা খুজিবলৈ বাধ্য হৈছিল। এয়া তেওঁৰ নৈতিক সাহসৰ অথবা সবল ব্যক্তিত্বৰ উজ্জ্বল পটন্তৰ নহয় নে? "নৈতিক সাহস তথা সবল ব্যক্তিত্বৰ বাবে আগবঢ়োৱা বঁটাটি সেয়েহে এইবেলি শ্ৰীমতী কেতেকী চৌধুৰীয়েই লাভ কৰিলে।"

কথাখিনি কবলৈ পাই বগা মুখ মণ্ডল সোঁতোৱা সুতুৰি দিবলৈ আৰম্ভ কৰা শ্ৰীজীৱনলাল দাসে লাভ কৰিছে যেন এক অৱৰ্ণনীয় সন্তুষ্টি। সভাপতি ডাঙৰীয়াক এই বঁটাটো এই ছোৱালীজনীলৈ আগবঢ়াই

দি জীৱনলাল দাস বহিল। সভাপতিয়ে ছোৱালীজনীৰ গুণগান গাই বঁটা আগবঢ়ালে। শ্ৰোতামণ্ডলীৰ হাত তালিত স্কুল ঘৰ গুম-গুমাই উঠিল। সভাৰ অন্তত অভিভাৱক আৰু ছাত্ৰীসকল যেতিয়া উভতি যাব ধৰিছে তেতিয়া অভিভাৱক দল এটিৰ মাজত এজনে ক'লে, "এই মানুহজনক সকৰে পৰা কোনোদিন অইন দহজনৰ দৰে হোৱা নেদেখিলোঁ। অন্য প্ৰধান শিক্ষকে দিয়ে পঢ়া-শুনাত ভাল হোৱা বাবে বঁটা, খেলা-ধূলাত কৃতিত্ব দেখুৱা বাবে বঁটা। কিন্তু এওঁ দিয়ে কিবা সবল ব্যক্তিত্ব, কিবা নৈতিক সাহস—ইত্যাদিবোৰৰ বাবে বঁটা। সেইজনী ছোৱালীৰ কাম তেওঁৰ নিজৰ কামবোৰৰ দৰে একা চেকা বিধৰ দেখিলে, আৰু তেওঁ লগে লগেই ছোৱালীজনীক বঁটা দান কৰিলে।" অন্য এজনে ক'লে, "এৰা নৈতিক সাহস, সবল ব্যক্তিত্বৰ বাবে যদি তেওঁ ছাত্ৰীক বঁটা দিয়ে, কোন ছাত্ৰীয়ে সেই বঁটা পাব তাৰ বিচাৰ তেওঁ নিজে নকৰি, আনক তাৰ ভাৰ দিব লাগিছিল। তেওঁৰ দৰে কাম কৰিব পাৰিলেই মানুহ সবল ব্যক্তিত্বৰ হয় বা নৈতিকতাৰ পিনৰ পৰা সাহসী হয় বুলি তেওঁ ধৰি ল'ব কেলৈ?" এই দুজন বয়সস্থ অভিভাৱকৰ এনে মন্তব্য শুনি এজন ডেকাই ক'লে, "ছোৱালীজনীক পুৰস্কাৰ দিয়াৰ গুৰিতে অন্য কিবা কথাহে আছে। সেইটো কি কথা তাক বৰ্ত্তমান আমাৰ এই চহৰত নাজানে কোনে? এই বুঢ়া কালতো···।" জীৱনলাল দাসৰ স্কুলৰে এজন শিক্ষকে লগে লগে কৈ উঠিল, "নাই, ছোৱালীজনীয়ে পোৱা প্ৰাইজটো কোনে এই বছৰ পোৱা উচিত, তাৰ বিচাৰৰ ভাৰ আমি চাৰিজন শিক্ষকৰ হাতত এই বছৰৰ আৰম্ভণীতেই তেখেতে অৰ্পণ কৰিছিল।"

হেমন্তৰ একো একোটি নিশা কেনে যে যাদুময় হৈ নামি আহে। নীৰৱ, জোনালী ৰাতি। পৃথিৱী ঢোৱাই তোলা উজ্জ্বল জোনাকত মিশ্ৰিত হৈ থাকে হেমন্তৰ হিম-কণা। এনে এক সিক্ত, নিস্তব্ধ জোৎস্না স্নাত ৰাতিৰ পৰিৱেশত কেনে লাগে জীৱনলাল দাসৰ। চকুলৈ টোপনি নামি নাহে। অন্তৰখন যেন তেনেই আৰ্দ্ৰিত হৈ



দুৰু দুৰু কঁপি থাকে। ভিতৰত তেওঁৰ ঘৰৰ সকলোৱেই আছে— মাক, ল'ৰা-ছোৱালীহঁত, চাকৰ-বাকৰ সকলো। কিন্তু এনে এক অৱস্থাত, এনে এক পৰিস্থিতিত, এনে এক পৰিৱেশত কেনে যে অনুভৱ হয় জীৱনলাল দাসৰ।

সেই গধূলি ঘৰৰ সন্মুখৰ ফুলনি ডৰাত অকণমান ইফালে-সিফালে খোজ দি ফুঁৰোতে জীৱনলাল দাসে দেখিলে, ফুলনিৰ ফুলবোৰ, পাতবোৰ নিয়ৰত তিতি গৈছে। এৰা, এয়া হেমন্ত কাল, শীতৰ আগমণি সূচোৱা কাল। আৰু কিছুদিন পিছতেই শীত নামি আহিব। টোপাটোপে আকাশৰ পৰা সৰিব বৰফ শীতল নিয়ৰ-কণিকা। পৃথিৱী তেতিয়া শীতত ঠেৰেঙা লাগিব। জাৰত ঠেটুঁৱৈ লাগিব মানুহৰ। জীৱনলাল দাসৰ সেইখিনিতেই মনত পৰিল, কেতেকী লৈ। শীতৰ সেই ঠেটুঁৱৈঁ লগা জাৰত মানুহে গৰম কাপোৰ লব। জাৰৰ পৰা ৰক্ষা পাবলৈ মানুহে বিধে বিধে ল'ব গৰম কাপোৰ। কিন্তু কেতেকীয়ে? সেই দুখুনী বিধবাজনীৰ ছোৱালী কেতেকীয়ে? তাই কেনেকৈ কটাব শীত-কালিৰ এই অসহ্য চেঁচা দিনবোৰ? জীৱনলাল দাসৰ মনটো সেমেকি উঠিল, ফুলনিৰ শেৱালীৰ পাহবোৰ নিয়ৰত সেমেকি উঠাৰ দৰেই। কেতেকী ছোৱালীজনীৰ প্ৰতি এক সমবেদনাত, এক সহানুভূতিত তেওঁৰ মণ-প্ৰাণ ভৰি উঠিল। তেওঁৰ ভাব হ'ল, ছোৱালীজনীক, উঠি অহা সেই ছোৱালীজনীক শীতৰ এই উৎকট প্ৰভাৱৰ পৰা বচাবই লাগিব—যিদৰে তেওঁ শীতৰ উৎকট প্ৰভাৱৰ পৰা বচাব নিজৰ ল'ৰা-ছোৱালী কেইটাক।

হঠাৎ জীৱনলাল দাস বাট-চ'ৰাৰে সোমাই গ'ল ঘৰৰ ভিতৰলৈ। ৰান্ধনীঘৰত ভাত ৰান্ধি থকা ঘৈণীয়েকৰ ওচৰ তেওঁ একে কোবেই পালে আৰু পায়েই ঘৈণীয়েকক সুধিলে, এইবেলি সুমন আৰু ৰাজনক কিবা গৰম কাপোৰ লাগিব নে নাই? জীৱনলাল দাসে নিশা তেনেকুৱা অৱস্থাত পাক-ঘৰলৈ সোমাই আহি জাৰ পৰাৰ বহু আগতেই ল'ৰা-ছোৱালীৰ বাবে জাৰৰ কাপোৰৰ কথা সোধা দেখি ঘৈণীয়েক

আচৰিত হ'ল। নিজৰ ল'ৰা-ছোৱালীৰ প্ৰতি ইমান যত্ন, ইমান চিন্তা তেওঁৰ গিৰীয়েকৰ পক্ষে যেন অস্বাভাৱিক। গতিকে, গিৰীয়েকৰ এই অস্বাভাৱিক প্ৰশ্নৰ উত্তৰ তেওঁ হঠাৎ দিবলৈ টান পালে। তেওঁ মাথোন চাই ৰ'ল—গিৰীয়েকৰ মুখৰ পিনে—কিবা যেন বুজিব নোৱাৰি। জীৱনলাল দাসে ঘৈণীয়েকৰ এই সপ্ৰশ্ন দৃষ্টিৰ উত্তৰত ঘৈণীয়েকৰ ওচৰলৈ আচলতে যেন কোনো উদ্দেশ্যতে অহা নাছিল, তেনে এটি ভাৱ দেখুৱাই নিজকে নিজে কৈ গ'ল, "সুমন আৰু ৰাজনৰ এইবেলি একোটিকৈ চুৰেটাৰ নহলে নচলিব। ভাত হ'বলৈতো আৰু বহু সময় বাকী। তুমি ভাত ৰান্ধা। মই অলপ আহিছোঁ।"

জীৱনলাল দাস পিন্ধি-উৰি ৰাস্তালৈ ওলাই আহিল। ততাতৈয়াকৈ ৰিক্সা এখন লৈ তেওঁ উঠিলগৈ চহৰৰ উপকণ্ঠৰ কেতেকীহঁতৰ জুপুৰীত।

কেতেকীহঁতৰ ঘৰ বুলিবলৈ এটি ভঙা পঁজা। ওপৰন্ত আওপুৰণি টিংপাত, মামৰে ধৰি অ'ত ত'ত ফুটি গৈছে। বেৰৰ কাঠবোৰ ঘূণে ধৰি থকা-সৰকা কৰিছে। বেৰৰ চূণবোৰেই অকল এৰি যোৱা নহয়, মাটিবোৰো এৰি গৈ ইকৰাবোৰ ওলাই পৰিছে। বহু ঠাইত সেই ইকৰাবোৰ ভাঙি-চিঙি গৈছে। দুটা মাথোন কোঠাৰ এই ঘৰটোৰ সিমূৰত এখন খেৰী-চালি ৰন্ধা-বঢ়া খোৱাৰ বাবে। জীৱনলাল দাস ঘৰটোৰ সন্মুখত থিয় দিয়াৰ লগে লগে ভিতৰৰ পৰা এজন ডেকা সাউংকৰে ওলাই গুচি গ'ল। না আন্ধাৰ, না পোহৰত দাসে ছঁয়ামৰাকৈ দেখিলে ডেকাজনক। তেওঁ তথাপি চিনি পালে তাক। চহৰৰ এখন ধনী পৰিয়ালৰ এটি নষ্ট চৰিত্ৰৰ ল'ৰা। কাম বুলিবলৈ যাৰ আড্ডা পিটা, মদ খোৱা, ৰাস্তাৰ কাষে কাষে থিয় দিয়াত বাহিৰে আৰু একোৱেই নাই। ল'ৰাজনক এইখন ঘৰৰ পৰা এজন চোৰৰ দৰে ওলাই লৰ মৰা দেখি কেনে যে লাগিল দাসৰ! বজ্ৰাহত হোৱা দি কিছু সময় থিয় দি ৰ'ল ঘৰটোৰ সন্মুখতে জীৱনলাল দাস। তেনেতে কেতেকীয়ে লেমটো লৈ আহি তেওঁৰ ওচৰ পাই কৈ উঠিল, "চাৰ!"



তেওঁৰ মাতত আশ্চৰ্য্য! জীৱনলাল দাস, তেওঁলোকৰ প্ৰধান শিক্ষক, চহৰৰ সকলোৰে শ্ৰদ্ধাৰ পাত্ৰ, বিখ্যাত নাট্যকাৰ, অভিনেতা জীৱনলাল দাস তেওঁলোকৰ ঘৰত আহি যে তেনেকৈ ওলাব—তেওঁ যেন সপোনতো ভাবিব পৰা নাছিল। জীৱনলাল দাসে কিছু সময়লৈ একোকেই কোৱা নাছিল। তেওঁৰ তেনে অৱস্থাত কেতেকী যেন ভয় পাই গৈছিল। অৱশেষত দাসে মাত লগালে, "তোমালোকৰ ঘৰলৈকেই আহিলোঁ। তোমাৰ মাৰাৰ লগতো চিনাকি হৈ যাওঁ। আনা, তামোল এখন আনা।" জীৱনলাল দাস একপ্ৰকাৰ উপযাচিয়েই বাহিৰৰ কোঠাটোৰ বাহু ভঙা চকীখনত বহি পৰিল। কেতেকীৰ ঘৰলৈ এয়া যেন স্বয়ং ভগৱানৰ আগমন। কেতিয়া তেওঁ ভিতৰলৈ লৰ মাৰি মাকক কথাবাৰ কলে গৈ তেওঁ যেন নিজেও ক'ব নোৱাৰিলে।

মাক ওলাই আঁহোতে অলপ সময় লাগিছিল। ৰান্ধন এৰি তেওঁ ওৰণিখন মূৰত লবলৈ শোৱণি কোঠালৈ আহিছিল। তাৰ পিছত কেতেকীক তামোল কাটিবৰ দিহা দি ওলাই আহিছিল মানুহ বহা কোঠাটোলৈ। কোঠাটো পোৱাৰ লগে লগে কেতেকীৰ মাকে মূৰৰ ওৰণিখন আৰু অলপ বেছিকৈ টানি ল'লে আৰু জীৱনলাল দাসৰ পিনে অলপ যেন পিঠি দি নম্ৰতাত আৰু লাজত কুচিমুচি থিয় হ'ল। দাসে তৃতীয় এক ব্যক্তিক কোৱাদি ক'লে, "আপোনালোকৰ লগত চিনাকি হওঁ বুলিয়েই আহিলোঁ। আপোনালোকক এনেয়ে জানোঁৱেই অৱশ্যে। কেতেকীতো মোৰ অতি মৰমৰ। তেওঁ সুবিধা পালে বহুত কিবা-কিবি কৰিব পাৰিব। আপুনি, তেওঁ যাতে সৎপথেৰে আগুৱাই যাব পাৰে, তাৰে বাবে যিথিনি পাৰে যত্ন লব লাগে। আপোনালোক অতি দুখীয়া বুলি জানোঁ। কিন্তু কেতেকীৰ যি সাহস আৰু মনোবল, তেওঁ নিশ্চয় এই দৰিদ্ৰতাৰ হেঁচাত চেপা খাই নাথাকে, আপুনি কেতেকীৰ মঙ্গলৰ বাবে যিথিনি পাৰে যত্ন লওক। মই আপোনাৰ সহায় হ'ম। কেতেকীক মানুহ কৰি গঢ়ি তুলিব লাগিব।"

জীৱনলাল দাসৰ সেইখিনিতেই কাণত পৰিল, কেতেকীৰ মাকৰ ওৰণিৰ তলৰ পৰা কান্দোনৰ এক মৃদু উচুপনি ভাঁহি আহিছে। দাস ৰৈ গ'ল। তেনেতে সোমাই আহিল কেতেকী—বঁটাটোত তামোল ডুখন লৈ। দাসে মূৰটো অকণমান ডাঙি দেখে, সেয়া কটা তামোলহে খুন্দা নাইবা চুৰুকা নহয়। তেওঁ ক'লে, "এঃ কৰিলা দিয়া তুমিও এটি কাম। মোৰনো এই বয়সতো আৰু তামোল চোবাই খাবলৈ দাঁত আছে নে? হয় খুন্দি, নহয় চুৰুকি আনাগৈ যোৱা।" কেতেকীয়ে যেন লাজ পালে। লাজত চকুযুৰি মুদি মূৰটো দোঁৱাই দি তেওঁ পুনৰ ভিতৰলৈ উভতি গ'ল। মাকে ভঙা ভঙা মাতেৰে উপদেশ দিলে, "কেট্‌লিটো বহাই দিবিগৈ একেলগে।" লগে লগে দাসে কৈ উঠিল, "নাই, নাই কেতেকী। সেইটো নকৰিবা। ঘৰত ভাত খাবৰ হৈছে। মই সোনকালে উঠোহে। মাথোন তামোল এখন চুৰুকি বা খুন্দি লৈ আহা, ভালকৈ পঢ়া-শুনা কৰিবা। ভালকৈ চলিবা। তোমাৰ এটি উজ্জ্বল ভৱিষ্যত আছে। মই তোমাৰ সহায় হ'ম। মই মাৰাক আৰু তোমাক তাকে ক'বলৈহে এই ৰাতি ওলালোঁহি।" কেতেকী ভিতৰলৈ গৈ তামোল চুৰুকাত লাগিল। দাসে মাকক পুনৰ কেতেকীৰ অসামান্য গুণাৱলীৰ বিষয়ে অলপ ক'লে। পুনৰ ভাঁহি আহিল মাকৰ ওৰণিৰ তলৰ পৰা সেই মৃদু উচুপনি। অৱশেষত তামোল খাই ছুয়োকো মাত দি দাস ওলাই আহিল।

তেওঁ ৰাস্তাত থিয় হৈ দেখিলে ৰাস্তাৰ ছুকাষৰৰ ঘাঁহ-বনৰ পাতত তেতিয়া নিয়ৰৰ টোপালবোৰ মুকুতা মণি জ্বলাদি জ্বলিছে। আকাশত জোনৰ হাঁহি।

তাৰ কিছুদিনৰ পিছত এদিন গধূলি জীৱনলাল দাসে যেতিয়া তিনিটা চুৰেটাৰ কিনি আনি এটা ৰাজনক, এটা সুমনক দি তৃতীয় লেডীজ চুৰেটাৰটো পুনৰ জাপি লৈ ক'লে, "এইটো মই এতিয়াই কেতেকীক দি আহোঁ গৈ; বেচেৰীৰ জাৰত উৰিবলৈ সূতী চাদৰখনৰ



বাহিৰে একো নাই"—ঘৈণীয়েকে তেতিয়া চকু ছুটি ঘোপা কৰি মাথোন চাই থাকিল তেওঁৰ পিনে। তেনেকৈয়ে জীৱনলাল দাস ওলাই গ'ল কেতেকীৰ ঘৰৰ পিনে।

তাৰো কিছুদিনৰ পিছৰ কথা। জীৱনলাল দাসৰ ঘৈণীয়েক এদিন নামঘৰৰ পৰা উভতি আহোঁতে বাটত এগৰাকী নামতিয়ে তেওঁক সুধিলে, তেওঁৰ গিৰীয়েক হেড্‌মাষ্টৰে কেতেকী নামৰ সেই মেলে মিটিঙে নাচি ফুৰা ছোৱালীজনীক ৰাতি গৈ চুৰেটাৰ এটা দিয়া কথা সঁচা নেকি? অন্য এজনীয়ে লগে লগেই কৈ উঠিল, "ছোৱালীৰো ভাগ্য কম নহয় দিয়াচোন। নাচনী ছোৱালী। নাই চৰিত্ৰ, নাই বংশৰ নাম-ধাম। মাকে ফুৰে ঘৰে ঘৰে খুজি। ৰাতি হ'লে ঘৰখনত যতমানে অসৎ মদপীৰ ভিৰ। হেড্‌মাষ্টৰৰ দৰে মানুহজনেও তাতেহে বিচাৰি পালে তীৰ্থ।" জীৱনলাল দাসৰ ঘৈণীয়েকৰ কাণত আৰু বুকুত এই কথাবোৰ যেন কাঁড় লগা দি লাগিছিল। তেওঁ মাটিতেই খোজ দি নে শূন্যতেই খোজ দি তেতিয়া আগবাঢ়িছিল, নিজেও কব নোৱাৰিছিল। বাহুত জুই দিয়া এবীহ বৰলে যেন তেতিয়া তেওঁক কাণে-মূৰে কামুৰি কামুৰি খেদি লৈ গৈছিল ঘৰলৈ।

চুৰেটাৰটো পোৱাৰ পিছত এদিন কেতেকী আৰু মাকে জীৱনলাল দাসৰ ঘৰলৈ আহে। আবেলি চাহ জলপান খাই দাস তেতিয়া বাহিৰৰ ফুলনিৰ মাজত আৰামী চকীখনত বহি বিশ্ৰাম লৈ আছিল। পদূলিৰ জপনাখন খুলি ভিতৰলৈ তেওঁলোক সোমাই অহাৰ লগে লগেই জীৱনলাল দাস উঠি গ'ল তেওঁলোকক আগবঢ়াই আনিবলৈ 'আহা, আহা' বুলি চিঞৰি। কেতেকীৰ মাকে ওৰণিখন দীঘলকৈ টানি লৈ কেতেকীৰ পিছে পিছে আহি থাকিল। কেতেকীৰ মুখত বিনম্ৰ হাঁহি। দাসে তেওঁলোকক বাট-চ'ৰাত বহিবলৈ দিলে। তাৰ পিছত ভিতৰলৈ গ'ল, গৈ ঘৈণীয়েকক খবৰ দিবলৈ। মাজৰ কোঠাত মালতীক পাই 'কেতেকীহঁত আহিছে, তেওঁলোকৰ লগত কথা পাতগৈ' বুলি তেওঁক বাট-চ'ৰালৈ পঠিয়াই দিলে। দাসে ঘৈণীয়েকক

পালে গৈ একেবাৰে পাক্-ঘৰত লুচি ভাজিবলৈ ময়দা বেলি থকা অৱস্থাত। মিচিকিয়া হাঁহি এটি মাৰি তেওঁ ঘৈণীয়েকক ক'লে, “মাকক লৈ কেতেকী আহিছে। তুমি মাত দিয়াহি।”

কথাষাৰ শুনি ঘৈণীয়েক যেন বিৰক্ত হৈ উঠিল। তেওঁ কৈ উঠিল, “আহিছে, মই কি কৰিব লাগে? মাতিছিলেই বা কোনে?” দাসৰ মুখৰ সকলো উজ্জ্বলতা লগে লগেই নাইকিয়া হৈ গ'ল। তেওঁ হতাশ হৈ পৰিল। তথাপি ঘৈণীয়েকৰ সমানে সমানে তেৰোঁ যদি ক্ৰোধ প্ৰকাশ কৰি দিয়ে, পৰিস্থিতিটো বেয়া হৈ পৰিব বুলিয়েই তেওঁ ধৈৰ্য্য ধৰিলে। কোমল সুৰত তেওঁ ক'লে, “আজৰি পালে অলপমান দেখা দিবা। ছোৱালীজনীৰ মাকজনীও আহিছে যেতিয়া।”

জীৱনলাল দাস পুনৰ ওলাই আহিল বাট চৰালৈ। মালতীক ক'লে, “যা পাকঘৰলৈ যা আৰু মাৰক ইয়ালৈ পঠাই দেগৈ।” মালতী উঠিল। দাসে ক'লে, “আপুনি অহা কাৰণে ভাল পালোঁ। এনেদৰে মাৰাক মাজে মাজে ফুৰিবলৈ লৈ আহিবা, বুজিছা কেতেকী?” কেতেকীয়ে সেই নম্ৰ হাঁহিটি মাৰি শলাগিলে। তাৰ পিছত কেতেকীক ক'লে, “পঢ়া-শুনা ভালকৈ কৰিছানে নাই? আজি কালি শিক্ষাই সকলো। শিক্ষা নহ'লে সংসাৰত চলিব নোৱাৰা, বিশেষকৈ তোমালোকৰ অৱস্থাৰ মানুহে। তোমাৰ পৰিয়ালখন তুমিয়েই সুচাৰুৰূপে চলাব পাৰিবা, যদিহে শিক্ষিতা হৈ ওলাব পাৰা। শিক্ষিতা হৈ ওলাব পাৰিলে তোমাক ডাঙৰ কৰিবলৈ আজি মাৰাই যিদৰে নিকাৰ ভুঞ্জিবলগীয়া হৈছে, আজি মাৰাই সমাজৰ যি উৎপীড়ন, লাঞ্ছনা সহ্য কৰিবলগীয়া হৈছে, সেইবোৰ একোৱেই নাথাকিব।” দাস অলপ ৰ'ল। তেওঁ লক্ষ্য কৰিলে, দীঘল ওৰণিৰ তলত মুখ লুকাই থকা মাকে মুখখন একাষলৈ ঘূৰাই দি উচুপিবলৈ লাগিছে। এনে দৃশ্য দেখি দাস ৰাৰুকৈয়েই বৈ গ'ল।

এনেতে সোমাই আহিল দাসৰ ঘৈণীয়েক। হাতত টি-ট্ৰেখন।



চাহ একো-কাপ আৰু লুচিৰ প্লেট একোখন কেতেকী আৰু মাকলৈ আগবঢ়াই দি খাবলৈ ক'লে। কৃত্ৰিম নম্ৰতা-সনা ৰুক্ষ মাত। তাৰ পিছত ৰুক্ষ ভাবেই গিৰীয়েকক সুধিলে, “আপুনিতো এতিয়া নাখায়?” গিৰীয়েকে টপৰাই কৈ উঠিল, “নিশ্চয় খাম। আনা। তোমাৰো একেলগে আনিবা। আটাইবোৰে একেলগেই খাওঁ।” ঘৈণীয়েক ভিতৰলৈ পুনৰ সোমাই গ'ল। ইপিনে বাট-চ'ৰাত দুজনৰ চাহ-জলপান সমুখত লৈ বহি থাকিল তিনিও। কেবা মিনিটো পাৰ হৈ গ'ল। কিন্তু দাসৰ ঘৈণীয়েক আহি নাপালেহি। কাপ দুটিৰ পৰা ধোঁৱাবোৰ উৰি উৰি গৈ নাইকিয়া হৈ পৰিল। তথাপি উভতি নাহিল জীৱনলাল দাসৰ ঘৈণীয়েক। অৱশেষত দাসে কেতেকীৰ পিনে চাই ক'লে, “তোমালোক দুয়োৱে আৰম্ভ কৰাচোন। আমাৰ আহিব লাহে লাহে।” কেতেকীয়ে ক'লে, নালাগে চাৰ, একেলগে খাম, আপোনালোকৰ মাও আহক।” এনেতে মাক সোমাই আহিল পুনৰ ট্ৰে'খন লৈ। কিন্তু তাত মাথোন গিৰীয়েকৰ বাবেহে চাহ-জলপান। তেওঁ সেইখিনি টেবুলত থৈ কেতেকীৰ পিনে চাই ক'লে, “তোমালোকে খোৱা। মোৰ ভিতৰত বহুত কাম।” তেওঁ ভিতৰলৈ লগে লগেই সোমাই গ'ল।

জীৱনলাল দাস যেন লাজ অপমানত মাটিৰ লগত এক হৈ যাব তেতিয়া। তেওঁ ঘৈণীয়েকৰ আচৰণৰ বাবে যিমান বিৰক্ত আৰু ক্ৰুদ্ধ হ'ল তাতকৈয়ো কেতেকীৰ মাক আৰু কেতেকীৰ প্ৰতি সহানুভূতিত আৰ্দ্ৰিত হৈ পৰিল বহু বেছি পৰিমাণে। বেচেৰীহঁত। সকলোৰে অৱহেলিতা সকলোৰে ঘৃণিতা বেচেৰী দুখুনীহঁত। কাৰোবাৰ অকণ আদৰ পালে, কাৰোবাৰ অন্তৰৰ অকণ মৰম পালে সিহঁতে কেনেদৰে হৈ পৰে ধন্য, কৃতজ্ঞ। কিন্তু সেই সামান্য আদৰ, সামান্য চেনেহ দেখুৱাবলৈ আমাৰ আহৰি নাই, আমাৰ অনুভূতি নাই। সমাজৰ দ্বাৰা অৱহেলিতা ইহঁতে ওৰে জীৱন পাব সমাজৰ পৰা মাথোন লাঞ্ছনা, যাতনা; কিন্তু কোনোদিন সিহঁতে নাপাব

অকণ সহানুভূতি, এবাৰি মৰমৰ মাত। সমাজৰ অসৎ প্ৰবৃত্তি চৰিতাৰ্থ কৰিবৰ বাবে সিহঁতে ৰৈ থাকিব লাগিব নিজৰ দুৱাৰ খুলি; কিন্তু অকণ সহানুভূতি অকণ চেনেহৰ ভিক্ষাৰী ইহঁতৰ বাবে সমাজৰ দুৱাৰ ৰব এনেদৰেই ৰুদ্ধ হৈ।

জীৱনলাল দাসে সেইদিনা নিজৰ ঘৰত তেওঁলোকৰ সৈতে আলাপ-আলোচনা কৰিবলৈ সকলো উৎসাহ হেৰুৱাই পেলালে। তেওঁ নীৰৱে বহি থাকিল। তেওঁৰ ভাব হ'ল মনৰ জোখাৰে যদি এখন সংসাৰ গঢ়ি তুলিব পৰা হ'লহেঁতেন—য'ত মানুহে নিজৰ বিবেকৰ ইঙ্গিত মতে কাম কৰি যাব পাৰে, আগবাঢ়ি যাব পাৰে। দাসে সেই মুহূৰ্ত্তত বৰ অস্থিৰ অনুভৱ কৰিলে নিজৰ অসহায় আৱদ্ধ এটি অৱস্থা দেখি। সেই মুহূৰ্ত্তত তেওঁ শুনিবলৈ পালে পিঞ্জৰাবদ্ধ যেন আপোন আত্মাৰ চিৎকাৰ। কেতেকীৰ মাকে সেই মুহূৰ্ত্ততেই কেতেকীক ক'লে, "উঠ কেতেকী। বহু সময় বহিলোঁ। আমি যাওঁ গৈ। মালতীহঁতক লৈ আমাৰ পিনে মাজে সময়ে গৈ থাকিলে আমি ভাল পাম বুলি ক।" মাক উঠিলেই। কেতেকীও উঠিল। দাসে আৰু তেওঁলোকক কিছু সময় বহিবলৈ কবলৈ উৎসাহবোধ নকৰিলে। তেওঁ মাথোন ক'লে, "ৰবা কেতেকী অকণমান। মালতীৰ মাকক মাত এবাৰ দি যোৱা।" প্ৰায় লগে লগেই মালতীৰ মাক ওলাই আহিল—এখন ওন্দোলা মুখ লৈ। মাকে মাত দিলে আৰু এদিন মালতীহঁতক লৈ 'তেখেতৰ লগত' যাবলৈ ক'লে। কেতেকীয়েও এফেকথাকেই কৈ বিদায় ল'লে। জীৱনলাল দাসে তেওঁলোকক পদূলিমুখলৈ আগবঢ়াই দিলে। পদূলিমুখ তেওঁলোক পোৱাৰ লগে লগেই মালতীয়ে একপ্ৰকাৰ দৌৰিয়েই কেতেকীৰ লগ লাগিল। তেওঁ দেউতাকক ক'লে, "দেউতা, মই কেতেকীক নামঘৰৰ সেইখিনিলৈ আগবঢ়াই দি আহোঁ।" জীয়েকৰ এই কথাত জীৱনলাল দাসৰ নিৰুৎসাহ মুখমণ্ডলত এক আনন্দৰ ৰেঙণি বিৰিঙি উঠিল। মালতী আৰু কেতেকী তেনেই ওচৰা-ওচৰিকৈ আলিবাটটোৰে খোজ কাঢ়ি গৈ থকা সেই



মধুৰ দৃশ্য, জীৱনলাল দাসে বহুত সময়লৈ চাই ৰ'ল পদূলিৰ পৰা।

বুঢ়াৰ মুখমণ্ডলত জিলিকি উঠা এই আনন্দৰ আভা তাতকৈয়ো বেছি স্পষ্ট আৰু সতেজ হৈ উঠিল ইয়াৰ কিছুদিন পিছৰে পৰা লাহে লাহে যেতিয়া তেওঁ দেখা পালে যে অলপতে হৈ যোৱা তেওঁৰ নাটকখনৰ অভিনয়ৰ পিছৰে পৰা কেতেকী আৰু তেওঁৰ ল'ৰা তপনৰ মাজত এটি বিশেষ সম্পৰ্ক ঘনিষ্ঠ হৈ উঠিব ধৰিছে। পৰম উৎসাহেৰে কেতেকী আৰু তপনৰ এই সম্পৰ্কৰ ক্ৰম-বিকাশ জীৱনলাল দাসে লক্ষ্য কৰিবলৈ ধৰিলে। কেতেকীৰ সেই অসাধাৰণ প্ৰতিভাৰ বিকাশ সচাঁকৈয়ে উজু হৈ উঠিব যদিহে কেতেকী আৰু তপনৰ মাজৰ এই সম্পৰ্ক পৰিণত হৈ উঠে। এনে এটি ভাব বুঢ়াৰ মনত খেলাৰ লগে লগেই তেওঁৰ সুপক্ক ভ্ৰূযুগলৰ তলৰ অতীব উজ্জ্বল, তিৰ্-বিৰ্ চকুযুৰি উদ্ভাসিত হৈ উঠিল। তেওঁ যেন কেতেকীক সেই মুহূৰ্ত্ততে আদৰি আনিবলৈহে উঠি গ'ল বহি থকা চকীখনৰ পৰা পদূলিলৈ।

ঠিক সেই মুহূৰ্ত্ততে পদূলিৰ জপনা খুলি সোমাই আহিল তেওঁৰ বৰ ল'ৰা তপন। হাতত কেইখনমান কিতাপ। কলেজৰ পৰা উভতি আহিল নিশ্চয়। দেউতাকক তেনে এক অস্বাভাৱিক অৱস্থাত পদূলি মুখলৈ ওলাই অহা দেখি তপনে সুধিলে, "কলৈ যোৱা, দেউতা?" দাসে ক'লে, "নাই কলৈকো নাযাওঁ। তোকেই বাট চাইছিলোঁ। দেৰি কৰিলি দেখোন? ক্লাচ শেষৰ পিনেহে আছিল নেকি?" তপনে ক'লে, "নাই ক্লাচ দুপৰীয়াতেই শেষ হ'ল। অৱশ্যে লগৰ সহকৰ্ম্মী এজন ছুটীত থকাত তেখেতৰ দুই বজাৰ অনাৰ্চ ক্লাচ এটিও ময়েই লৈছিলোঁ। তাৰ পিছত কেতেকীহঁতৰ ঘৰৰ পৰা এপাক মাৰি আহিলোঁগৈ।" শেষৰ কথাষাৰ যেন অলপ অপৰাধী অপৰাধী ভাৱত ক'লে তপনে। তপনৰ মনৰ পৰা এই ভাবটো আঁতৰি যাওক বুলিয়েই দাসে টপৰাই কৈ উঠিল, "ভালেই কৰিলি, কেতেকীহঁতৰ খবৰ লৈ আহিলি। পিছে কেনে আছে তেওঁলোক?" তপন উৎসাহিত হ'ল।

তেওঁ মিচিকিয়া হাঁহি এটি মাৰি কলে, "কেতেকীৰ সামান্য পানীলগা অসুখ, জ্বৰ আৰু কাঁহ। বাকী ভালেই আছে।"

"হয়? কেতেকীৰ জ্বৰ? এতিয়া কিমান জ্বৰ আছে? দৰৱ পাতি খাইছেনে নাই সুধিছিলি?" জীৱনলাল দাস অস্বাভাৱিক ধৰণে অস্থিৰ হৈ উঠি চাই থাকিল পুতেকৰ মুখৰ পিনে। তপনে দুখোজমান ভিতৰলৈ সোমাই আহি পুনৰ বৈ ক'লে, "ঔষধ খোৱা নাছিল, মানে ঔষধ খাবলৈ মাকৰ হাতত ধন নাছিল। মই ডাক্তৰৰ পৰামৰ্শ লৈ ঔষধ কিছু কিনি দি আহিলো।"

"ভাল কৰিলি।" দাসে লগে লগেই শলাগিলে। "তই মুখ-হাত ধুই চাহ-জলপান খাগৈ। মই এবাৰ খবৰ লৈ আহোঁ।" জীৱনলাল দাসে ক'লে আৰু ধুতি-পাঞ্জাবী, পাম্পচু পিন্ধিবলৈ ভিতৰলৈ গ'ল গৈ। বাট চ'ৰাৰ দুৱাৰ মুখৰ পৰা দাসৰ ঘৈণীয়েকে গিৰীয়েক আৰু পুতেকৰ মাজত হোৱা কথাখিনি শুনি আছিল। দাসে বাট চ'ৰাৰ ভিতৰত সাজ-পাৰ পিন্ধি ওলাই আঁহো বুলি যাব খোঁজোতে ঘৈণীয়েকৰ চকুৰ পিনে চকু গ'ল। জীৱনলাল দাসে দেখা পালে ঘৈণীয়েকৰ চকুত সেয়া যেন কোনো প্ৰবল ধুমুহাৰ মাজত বিদ্যুতৰ তাঁৰে তাঁৰে ঠেকা খাই উঠা বিজুলী চমকনি। তথাপি তেওঁ বৈ নগ'ল। নতুন সাজ-পাৰ পিন্ধি তেওঁ তুৰন্তে ওলাই আহিল আৰু বাট চ'ৰাৰ দুৱাৰ মুখতে অলৰ অচৰ ভাবে বৈ থকা ঘৈণীয়েকলৈ নোচোৱাকৈয়েই ক'লে, "মই আহিলোঁ। উভতি আঁহোতে ৰাতি হ'ব পাৰে। চিন্তা নকৰিবা।" এছাটি ধুমুহাৰ দৰেই দাস ওলাই গ'ল।

সভাৰ অন্তত নগৰৰ ৰাজহুৱা সভা-ঘৰটোৰ পৰা মানুহবোৰ হুৰমূৰ কৈ ওলাই আহিছিল। নাট্যকাৰ জীৱনলাল দাসৰ অলপতে চহৰত অভিনীত হৈ যোৱা শেহতীয়া নাটখন অসম সাহিত্য সভাৰ দ্বাৰা বছৰৰ শ্ৰেষ্ঠ গ্ৰন্থ হিচাবে পুৰস্কৃত হোৱা বাবে নগৰবাসীয়ে দাসক অভিনন্দন জনাবলৈ পতা সভা। সভাঘৰত মানুহ নধৰা হৈছিল। নগৰবাসীৰ অভিনন্দন পত্ৰত আৰু বক্তৃতাৱলীত ফুটি উঠা জীৱনলাল দাসৰ সাহিত্য



কীৰ্ত্তিৰ প্ৰসংশাত সভাঘৰ মুখৰিত হৈ পৰিছিল। সভাৰ চাৰিঘন্টা সময় দাসৰ বাবে আগবঢ়োৱা বিশেষ আসনখনত বহি থাকোঁতে কেনেকৈ কেতিয়া পাৰ হৈ গৈছিল, দাসে তাৰ উমানেই পোৱা নাছিল। সভা-ঘৰৰ পৰা ওলাই অহাৰ পিছতো কিছু দূৰলৈ নগৰৰ বৰ বৰ লোকসকলে দাসক আগবঢ়াই দিবলৈ আগবাঢ়ি আহিছিল। অৱশেষত দাসক এৰি মানুহবোৰ যেতিয়া নিজ নিজ ঘৰলৈ উভতিল, তেতিয়া জীৱনলাল দাসে পত্নীৰ সন্মতিক্ৰমে খোজ ললে নিজৰ ঘৰলৈ চহৰৰ এটি তেনেই নিৰ্জ্জন আন্ধাৰ ৰাস্তাৰে। জীৱনলাল দাস আৰু ঘৈণীয়েকৰ কাৰোৰেই মুখত তেতিয়া মাত নাছিল। অথচ জীৱনলাল দাসে বিচাৰিছিল তেতিয়া তেওঁৰ জীৱনৰ সেই এক গৌৰৱময় ক্ষণত গধূলিৰ সেই নিৰ্জ্জনতাত অনেক কথাই যেন পতা হওক তেওঁৰ আৰু তেওঁৰ সহধৰ্ম্মিণীৰ মাজত। কিন্তু কেবাবাৰো কেবা ধৰণেও দুয়াৰ অন্তৰৰ কথা পাতিবৰ বাবে চেষ্টা কৰিও ব্যৰ্থ হৈ মনে মনে থাকিব-লগীয়া হৈছিল জীৱনলাল দাস। ৰাস্তাৰ দুকাষৰ ডাঠ বাঁহনিয়ে সেই আন্ধাৰ গধূলিটো আৰু বেছি আন্ধাৰ কৰি তুলিছিল। দাসৰ অনুভৱ হৈছিল, তেওঁৰ বাবে এক চৰম আনন্দৰ সেই গধূলি তেওঁৰ পত্নীৰ মন যেন গধূলিটোতকৈয়ো আৰু বেছি অন্ধকাৰ হৈ আছিল।

তেনে অৱস্থাতে জীৱনলাল দাসে অনুমান কৰিলে, তেওঁলোকৰ আগে আগে নাতিদূৰত এদল মানুহে নিজ কথা-বতৰাত মগ্ন হৈ গৈ আছে। দাসে বুজি পালে সভাৰ পৰাই উভতি অহা এটি ডেকাৰ দল। লাহে লাহে তেওঁলোকৰ কথা দাসৰ কাণত স্পষ্ট হৈ পৰিল। নিশ্চয় তেওঁৰ লগে লগে আহি থকা ঘৈণীয়েকেও এই কথাবোৰ নুশুনাকৈ থকা নাই। এজনে ক'লে, "বুঢ়াৰ শেষ বয়সৰ এটি প্ৰবল আকাঙ্ক্ষা বোধ হয় আজি পূৰণ হ'ল—সেই যে কেতেকীয়ে তেওঁক মালাডালি পিন্ধাই দিলে।" অন্য এজনে লগে লগেই কৈ উঠিল, "অকল বুঢ়াৰেই আকাঙ্ক্ষা পূৰণ হোৱা নহয় পিছে দেই। সিজনীয়েও তাইৰ আশা পূৰণ কৰাৰ সুযোগ পালে।" জীৱনলাল দাসে কাণ থিয়

কৰি সেই মন্তব্য শুনিবলৈ ধৰিলে। তেওঁৰ কেনে লাগিছিল তেতিয়া তাক যেন প্ৰকৃত পক্ষে নিজেও বুজা নাছিল। মাথোন তেওঁৰ অনুভৱ হৈছিল, তেওঁৰ বুকুখনে যেন অস্বাভাৱিক ধৰণে ধপধপাবলৈ ধৰিছিল। তেওঁ নিজেই যেন তেওঁৰ বুকুৰ সেই অস্বাভাৱিক ধপ্ ধপ্‌নিৰ শব্দ শুনিবলৈ পাইছিল। অন্য এটি কণ্ঠস্বৰত তেওঁ শুনিলে, "এই চহৰখনত এই মানুহজনেই সততে যতমানে চাঞ্চল্যৰ সৃষ্টি কৰি আহিছে। এই ঐতিহ্যপূৰ্ণ আৰু মানুহৰ বাবে পৱিত্ৰ স্থান প্ৰাচীন চহৰখনত ডেকা কালত এৱেঁই হেনো প্ৰথমবাৰৰ বাবে সকলোৱে দেখাকৈ চাইকেলৰ হেণ্ডেলত মুৰ্গী আৰি দি ঘৰলৈ কিনি নিছিল খাবৰ বাবে। অকল সেয়েই নহয়, এই চহৰত এৱেঁই হেনো প্ৰথম নিজ ঘৰত সদৃশকৈ মুৰ্গী পুহিবলৈ লয়।" অন্য এজনে এই কথাত সমৰ্থন কৰি কোৱা শুনা গ'ল, "আৰু এইজন মানুহেই তেওঁৰ মৌজাদাৰ দেউতাকে গুপ্তভাৱে মদ খোৱাৰ প্ৰতিবাদ কৰি সদৃশভাৱে ঘৰত চাহৰ টেবুলৰ্তে ল'ৰা-ছোৱালীৰ আগত নিয়মিত মদ খাবলৈ লৈছিল। আজিও তেওঁ অভিনয় কৰিবলৈ গ'লে অভিনয়ৰ আগত, আৰু সকলোৱে জনাকৈয়ে কেই পেগ্ মান ব্ৰাণ্ডি পান কৰি লয়।" তৃতীয় জনৰ মতঃ "ডেকাকালত সেইবোৰ কথাৰে তেওঁ চাঞ্চল্যৰ সৃষ্টি কৰিছিল। কিন্তু এই বুঢ়া কালতো তেওঁ যে এতিয়া নিজৰ বৰ পুতেকৰ সৈতে একেজনী ছোৱালীৰ বাবে প্ৰেমৰ প্ৰতিদ্বন্দ্বিতাত নামিল সেইটো বহুত বেছি চাঞ্চল্যকৰেই নহয়, বিস্ময়কৰো। মানুহজন আমাৰ সকলোৰে এটি অধ্যয়নৰ বিষয় হোৱা উচিত। বুজিছ ?" "পুতেকৰ সৈতে প্ৰতিদ্বন্দ্বিতা ? কেতেকীৰ বাবে ?" বহুতে একেলগেই গিৰ্জনী মাৰি উঠিল। "কেতেকীৰ প্ৰেমত তপনো আৱদ্ধ নেকি ?" অধ্যাপক তপনলাল দাস ?" এই সকলোকে শুদ্ধ কৰি দিয়াৰ মানসেৰ অন্য এজনে গহীন সুৰত ক'লে, "পুতেকৰ লগত ঠিক্ প্ৰতিদ্বন্দ্বিতা নহয়। বুঢ়াৰতো বয়সৰ বাবে বজাৰ মন্দ। পুতেকক সেইবাবে অস্ত্ৰ হিচাবে লবলৈ বাধ্য হৈছে।" শেষৰ পিনে কোনে



আৰু কি কৈছিল দাসে ক'ব নোৱাৰে। এক অবৰ্ণনীয় প্ৰতিক্ৰিয়াই জীৱনলাল দাসৰ সমগ্ৰ শৰীৰ উত্তপ্ত কৰি তুলিছিল। দুই কাণেৰে মাথোন তেওঁ তেতিয়া যেন এটি হুম হুম শব্দ শুনিছিল আৰু তেওঁৰ বুকুত যেন কোনোবাই পুনঃ পুনঃ হাতুৰীৰে কোবোৱাদি কোবাইছিল। তেওঁ লৰি গৈ যেন সেই ডেকাদলটোৰ মাজত থিয় দিব আৰু তেওঁলোকৰ তেওঁৰ বিষয়ে থকা যত মন্তব্য মুখা-মুখিকৈ প্ৰকাশ কৰিব লাগে বুলি দাবী কৰিব। কিন্তু তেওঁ যিমানেই আগুৱাই যাব খুজিছিল, ঘৈণীয়েকৰ খোজ যেন তিমানেই পিছুৱাই গৈছিল। দাসে ঘৈণীয়েকক এৰি সেই আন্ধাৰত আগুৱাই যাব নোৱাৰিলে। ঘৈণীয়েকৰ মুখ মণ্ডলত তেতিয়া কেনে প্ৰতিক্ৰিয়াৰ আভাস ফুটি উঠিছিল, তাক চাবলৈ দাসৰ ধাউতি হৈছিল যদিও, ঘৈণীয়েকৰ পিনে চাবলৈ তেতিয়া তেওঁৰ সাহস নাছিল। গধূলি বাঁহনিৰ ভিলৰ সেই ডাঠ আন্ধাৰে ঘৈণীয়েকৰ পৰা ৰক্ষা পাবলৈ তেওঁক যেন সহায়েই কৰিছিল। ঘৈণীয়েকক "বেগাই খোজ দিয়া" বুলি কবৰো তেতিয়া তেওঁৰ সাহস নাছিল। এক অপৰাধী শিশুৱে মাকৰ ওচৰে ওচৰে নীৰৱে খোজ কাঢ়ি যোৱাৰ দৰে জীৱনলাল দাস মাথোন গৈ আছিল সেই আন্ধাৰ গধূলি ঘৈণীয়েকৰ কাষে কাষে।

ঘৰ পোৱাৰ বহুত পিছতো দাস আৰু ঘৈণীয়েকৰ মাজত কথা নাছিল। ৰন্ধা-বঢ়া, খোৱা-বোৱা, সকলো যন্ত্ৰৰ দৰে চলি গৈছিল। তেওঁলোক যেতিয়া শুবলৈ ওলাইছে, তেতিয়াহে আহি ওলাল তপন। ঘৰ পাঁয়েই তপন চিধাই দেউতাকৰ শোৱনি কোঠা পালেগৈ আৰু শোৱাৰ আয়োজন কৰা দেউতাকক ক'লে, "দেউতা, কেতকীক একেবাৰে ঘৰতেই থৈ আহিলোঁ, আধা বাটলৈ আগবঢ়াই থোৱাতকৈ।" দেউতাকে ক'লে, "ভাল কৰিলি" লগে লগে মাক সোমাই আহিল আৰু ক'লে, "বৰ ভালটো কৰিলি। ৰাতি দুপৰলৈ লোকৰ ছোৱালীৰ পিছত লাগি ফুৰা—এইটো কি ? তাতে কেনে ছোৱালী সেইজনী। তাইৰ মাকেই বা কি ? তয়েই নাজান নে দেউতাৰাই নাজানে ?

তইঁতে মোক শান্তিত থাকিব নিদিয় দেখিছোঁ।” তপনে খুব ঠাণ্ডা সুৰত কলে, “ৰবা না মা, তুমি ইমান খং কৰা কেলেই? কেতেকী বা মাক নিজেই বেয়া হৈছে নে সমাজে বেয়া হবলৈ বাধ্য কৰিছে?” পুতেকৰ মুখত এই কথা শুনি জীৱনলাল দাসৰ মুখমণ্ডল উদ্ভাসিত হৈ উঠিল। তপনে ক’লে, “দেউতা, কাইলৈ দুপৰীয়া মই কেতেকীক আমাৰ ঘৰলৈ মাতি আহিছোঁ।” তপনৰ মুখৰ পৰা এই কথাষাৰ ওলাবহে পালে, মাকে গৰ্জ্জি উঠিল, “কাৰ ঘৰলৈ? কাৰ ঘৰলৈ মাতি আহিছ সেইজনীক? তপনে দেখিলে, মাকৰ সমগ্ৰ মুখমণ্ডল বিকৃত হৈ পৰিছে এই আস্ফালনত আৰু তেওঁ পাগলী জনীৰ দৰে ঘূৰি ফুৰিছে কোঠাটোৰ ভিতৰত। “সেই ছোৱালীজনীৰ সৈতে তোৰ সম্পৰ্ক কি যে তই মাতি আহিবি তাইক আমাৰ ঘৰলৈ?” মাকৰ এই টেঁটু ফলা আস্ফালনত জীয়েক দুজনীও তেওঁলোকৰ পঢ়া কোঠাৰ পৰা ওলাই আহি সেই কোঠাটো পালেহি। আৰু বিস্মিত নেত্ৰে চাই ৰল সেই অস্বাভাৱিক দৃশ্যটোলৈ। মাকে হিতাহিত জ্ঞান শূন্য হৈ দুই হাত আজুৰি আজুৰি কবলৈ ধৰিলে, “ক তপন বাপেৰ-পুতেৰ দুয়োকে সুধিছোঁ, ক, সেইজনীৰ সৈতে সম্পৰ্ক কি তহঁত’ৰ? কিয় পাগল হৈছ দুইজনে সেইজনীৰ বাবে? ক, আজি কবই লাগিব তহঁত দুয়োৱে মোক। সিহঁত মাক-জীয়েকৰ ঘৰলৈ য়োৱাৰ দূৰৰ কথা, ঘৰলৈ সিহঁতক মাতি অনা দূৰৰ কথা, সিহঁতৰ ছাঁ গছকিলেও মানুহে গা ধোৱে। আৰু তহঁতৰ বাবে কি ঘিউ-মৌ পৰিছে তাত, তাকেই আজি মোক কব লাগিব। ক!” ঘৈণীয়েকৰ এই প্ৰশ্নত আৰু এই অৱস্থাত জীৱনলাল দাস নিৰ্ব্বিকাৰ হৈ তেওঁৰ বিছনাত চিত্ হৈ শুই আঠু দুটা ওপৰলৈ দাঙি পৰি আছিল। তপনে মিচিকিয়া হাঁহি এটা মাৰি ক’লে, “মা, কেতেকী আৰু তেওঁৰ মাক এই পুৰণি পৱিত্ৰ চহৰখনৰ মানুহবোৰৰ বাবে অস্পৃশ্য দিনৰ পোহৰতহে। ৰাতিৰ আন্ধাৰত সিহঁতৰ ঘৰখন হৈ পৰে এই চহৰৰ মানুহবোৰৰ বাবে তীৰ্থস্থান।” তপনৰ কথাত মাক আৰু বেছিকৈ জ্বলি উঠিছিল।



“মোৰ লগত চুপতি মাৰিবলৈ নাহিবি। যি সুধিছোঁ তাৰ উত্তৰ ভালকৈ দে। নহ’লে এইখন ঘৰলৈ আন সিহঁতকে। মোক উলিয়াই দে। এই ৰাতিয়েই মোক উলিয়াই দে। তোকো কৈছোঁ, দেউতাৰকো কৈছোঁ, মোক উলিয়াই দি তহঁত নিষ্কণ্টক হ এইখন ঘৰত।”

জীয়েক দুজনীয়ে এই দৃশ্য বোধহয় চাই থাকিব নোৱাৰিলে। সৰু জনীয়ে কান্দি পেলালে। ডাঙৰজনী মালতীয়ে আগবাঢ়ি আহি আল-ফুলকৈ মাকক সাৱটি ধৰিলে আৰু ক’লে, “আহা মা, তোমাৰ বৰ ভাগৰ লাগিছে। সভাৰ পৰা উভতি অহাৰে পৰা তুমি অকণো জিৰণি লোৱা নাই। তুমি শুই থাকাহি। মাকে জীয়েকৰ বুকুত মূৰ থৈ হুক্ হুকাই কান্দি দিছিল। মাকৰ কান্দোন শুনি সৰু জনীয়ে আৰু বেছিকৈ কান্দিছিল। মালতীয়ে ধীৰে ধীৰে মাকক লৈ গৈছিল মাকৰ বিছনালৈ। বিছনাত পৰি মাকে আৰু বেছিকৈ কান্দিছিল। জীয়েক দুজনীয়ে তেওঁৰ বিছনাতে বহি তেওঁৰ চকুলো মচি দিছিল তেওঁৰ গা-মূৰ পিহি দিছিল। সৰু পুতেক দুজন তেতিয়া একেটা কোঠাৰে ইখন বিছনাত টোপনিত লাল কাল।

পিছ দিনা। বহাগৰ এক নীৰৱ, নিজান, দুপৰীয়া। বাহিৰত প্ৰখৰ ৰ’দ। জীৱনলাল দাসে খোৱা-বোৱাৰ পিছত বাট-চ’ৰাৰ আৰামী চকীখনত বহি বিশ্ৰাম লৈছে। এনেতে তেওঁ দেখিলে, পদূলিৰ জপনাখন খুলি ভিতৰলৈ সোমাই আহিব ধৰিছে কেতেকী। সবল, কুমলীয়া এখন মুখ। এটি নিৰ্দ্দোষ চাৱনি। সমগ্ৰ মুখমণ্ডলত আজি তেওঁৰ ফুটি উঠা দেখা গৈছে আশাতীত কিবা এটা পোৱাৰ আনন্দৰ ৰেঙনি। তেওঁ বাট চ’ৰাত সোমাই জীৱনলাল দাসৰ ভৰি চুই প্ৰণাম জনালে আৰু তাৰ পিছত সুধিলে, “মা ক’ত, দেউতা?” দাসে ক’লে “মাৰা এতিয়া খাই বৈ শুইছে।’ তেওঁ অলপ শোৱক।

তুমি মালতী আৰু যুতিকাৰ কোঠালৈ যোৱা। আৰু নহ'লে, তপনো কিজানি টোপনি যোৱা নাই তাৰ কোঠাত।”

কেতেকী, মালতী আৰু যুতিকাৰ কোঠালৈকেই সোমাই গ'ল। অলপ পিছতে তিনিওজনী ছোৱালীৰ বং ৰহইছৰ বোল ভাহি আহি জীৱনলাল দাসৰ কাণত পৰিল। লগে লগে তেওঁৰ অন্তৰত বাজি উঠিল এক বিষন্ন আনন্দৰ অনুভূতি। তেওঁ আৰামী চকীখনত দেহটো অলস ভাবে এৰি দি দুই চকু মুদি দি উপভোগ কৰিবলৈ চেষ্টা কৰিবলৈ ধৰিলে সেই অপূৰ্ব্ব বিষন্ন আনন্দ। ক্ৰমশঃ তেওঁ ধৰিব পাৰিলে যে তপনো তেওঁৰ কোঠাৰ পৰা ওলাই আহি মালতী আৰু যুতিকাৰ কোঠাত সোমাইছেহি। চাৰিওজনৰ কিছু সময়ৰ বং ধেমালিৰ পিছত, দাসে অনুমান কৰিলে, চাৰিও কেৰম খেলাত লাগিছে। দাসে চকু যুৰি মুদি কিবা এক সংশয় মিশ্ৰিত আনন্দত আৰামী চকীখনত অলস হৈ পৰি থাকিল। কিছু সময়ৰ পিছত জীৱনলাল দাস যেতিয়া স্বাভাৱিক অৱস্থালৈ ঘূৰি আহিল আৰু চকু মেলিলে, তেতিয়া তেওঁৰ কাণত পৰিল পাক-ঘৰত কাপ-প্লেট-চামুচৰ খুট-খাট শব্দ। আৰু মালতী-যুতিকাৰ কোঠাত, মালতী আৰু যুতিকাৰ ঘুনুক-ঘানাক কথা আৰু সময়ে সময়ে খিল খিল হাঁহি। খন্তেক পিছতে তেওঁৰ কাণত পৰিল, পাক ঘৰত ঘৈণীয়েকৰ ক্ষতোন্মত্ত বাঘিনীৰ দৰে গৰ্জ্জন ঃ “তোমাক কোনে পঠিয়ালে আমাৰ পাক-ঘৰলৈ, কেতেকী ? তুমি আমাৰ কি হোৱা যে আমাৰ ঘৰলৈ যেতিয়াই তেতিয়াই আহিবা, শুবা, খেলিবা আৰু আনকি পাক ঘৰতো সোমাবাহি এনেদৰে ? কাৰ বাবে এনেদৰে তুমি সাহস পালা এইখন ঘৰত ? কোৱা, মনে মনে আছা কিয় ? কি অধিকাৰত, কাৰ সাহসত তুমি ইমানখিনি আগবাঢ়ি গৈছা এইখন ঘৰত ? দিয়া, কোৱা, বৰ নিমাতী জনী হৈ এতিয়া চাই আছা মুখৰ পিনে ? তেনেকৈ আনক ভুলাব পাৰিবা, মোক নোৱাৰা। কোৱা যি সুধিছোঁ তাকে কোৱা।” জীৱনলাল দাসে পাকঘৰৰ পৰিস্থিতিটো অনুমান কৰি অস্থিৰ হৈ উঠিছিল।



তেওঁ অজ্ঞাত সাৰেই বহাৰ পৰা উঠি থিয় হৈছিল। কিন্তু তেনেতে শুনিলে, ঘৈণীয়েকে ডাঙৰকৈ চিংকাৰ কৰি কান্দি উঠিল, “উঃ ভগৱান ! এইবোৰ দেখুৱাবলৈহে, মোৰ এই বয়সত এইবোৰ দেখুৱাবলৈহে, মোক জীয়াই ৰাখিছিলা।” ঘৈণীয়েকৰ কান্দোনৰ লগে লগে জীৱনলাল দাসৰ কাণত পৰিল কেতেকীৰ উচুপনি।

জীৱনলাল দাসে আৰু ধৈৰ্য্য ধৰি থাকিব নোৱাৰিলে। তেওঁ চকুৰ নিমিষতে পাক-ঘৰ পালেগৈ। তেওঁ দেখিলে, দুই হাতেৰে নিজৰ কপালত আৰু বুকুত ভুকুৱাই কন্দা মাকৰ হাত দুখনিত মালতী আৰু যুতিকাই ধৰি মাকক স্থিৰ কৰি ৰাখিবলৈ চেষ্টা কৰি আছে। ওচৰতে প্ৰবলভাবে উচুপি কান্দিছে, কেতেকীয়ে। দেউতাকৰ পিছে পিছে পাক-ঘৰলৈ সোমাই আহিল এক নিস্পন্দ শিলামূৰ্ত্তিৰ দৰে তপন।

অলপ পিছতে ছোৱালী দুজনীৰ খামোচৰ পৰা নিজকে এৰুৱাই অনাৰ চেষ্টা মাকে ত্যাগ কৰিলে! ছোৱালী দুজনীৰ বুকুত আৰু কান্ধত নিজকে এৰি মাকে আৰু বেছিকৈ কন্দাত লাগিল। একে সময়তেই কন্দাত লাগিল মাকৰ লগে লগে ছোৱালী দুজনীয়েও। তেওঁলোক দুয়ো লাহে লাহে মাকক তেওঁৰ শোৱনি কোঠালৈ লৈ গ'ল আৰু বিছনাত শুৱাই দিলে। বিছনাত পৰিয়েই মাকে গাৰুত মূৰটো গুজি অতি জোৰেৰে উচুপিবলৈ ধৰিলে। মাকৰ গাত পৰি একে ধৰণে উচুপিবলৈ ধৰিলে মালতী আৰু যুতিকাই। সৰু ল'ৰা দুটিয়ে দৌৰি মাকৰ কোঠালৈ সোমাই আহি কান্দোনত গগন ফালিলে।

তিনিটা প্ৰস্তৰ মূৰ্ত্তিৰ দৰে থিয় হৈ আছিল কেতেকী, তপন আৰু জীৱনলাল দাস পাক-ঘৰতেই। লাহে লাহে জীৱনলাল দাস পৰম নিৰ্ব্বিকাৰ ভাবে ওলাই আহিল আৰু বাট চ'ৰাৰ আৰামী চকিখনত বহি পৰিল। তপনে কেতেকীক ক'লে, “একো হোৱা নাই। মাৰ এইয়া এটি হিষ্টেৰিকেল্ ফিট্—এই হিষ্টেৰিয়াৰ পৰা মা আজি কিছুদিনৰ পৰা ভূগিয়েই আছে। তুমি মালতীহঁতৰ কোঠালৈ যোৱা

আৰু তাত বিশ্ৰাম লোৱাগৈ অলপ।" কেতেকীৰ চকুৰ পৰা ধাৰাসাৰে চকুলো ওলাই আহিল। তপন ওলাই গুচি আহিল তাৰ পৰা।

মাকৰ কান্দোন ক্ৰমে ক্ৰমে, কমি গৈ অৱশেষত বন্ধ হৈ গৈছিল। জীৱনলাল দাস চকীৰ পৰা পুনৰ ভিতৰলৈ গৈ ঘৈণীয়েকৰ কোঠাত দেখিলে, তেওঁ গাৰুটোত মুখখন গুজি পৰি আছে তাতেই। সৰু ল'ৰা ছুটিয়েও গগন ফলা কান্দোন এৰি উচুপাত লাগিছিল মাকৰ গাতে পৰি। নিজৰ কোঠাটোত তেওঁ কাৰোবাৰ উচুপনি শুনি সোমাই গৈ দেখে, যুতিকা তাতে সোমাই তেওঁৰ বিছনাত পৰি কান্দিবলৈ আৰম্ভ কৰিছে। তেওঁ ওলাই আহিল। কোঠাটোৰ পৰা ওলাই আহিয়েই শুনিলে তপনৰ কোঠাটোতো কান্দিছে অন্য কোনোবাজনী ছোৱালীয়ে। সোমাই গৈ দেখে, মালতীয়ে তপনৰ বিছনাৰ গাৰুত মুখখন গুজি ধৰি পাৰেমানে উচুপিছে। জীৱনলাল দাস নিৰুপায় হৈ পৰিল। সমগ্ৰ ঘৰখনতেই এই কি কান্দোনৰ ৰোল! তেওঁৰ উপলব্ধি হ'ল, তেওঁৰ উপলব্ধিৰ, তেওঁৰ নিয়ন্ত্ৰণৰ বহুতো ওপৰৰ এটি পৰিস্থিতিয়ে ঘৰখন এনেদৰে উগ্ৰ কৰি তুলিলেহি যে তেওঁৰ বাবে এইখন যেন অপৰিচিত এখন ঘৰ। তেওঁ মালতীক তপনৰ কোঠাত কান্দি থকা অৱস্থাতে এৰি ওলাই আহিল। এই অভাৱনীয় জটিল পৰিস্থিতিত কেতেকীয়েনো কি কৰিছে বুলি কেতেকীৰ সন্ধানত তেওঁ পাক-ঘৰ পালেগৈ। তাত গৈ দেখে, পাক ঘৰৰ ঠিক আগৰ ঠাইতে নিৰ্ব্বাক নিস্পন্দ এটি প্ৰস্তৰ মূৰ্ত্তিৰ দৰে কেতেকী থিয় হৈ আছে। জীৱনলাল দাস পাক-ঘৰলৈ সোমাই গ'ল। জীৱনলাল দাসৰ চকুত পৰিল কেতেকীৰ সমগ্ৰ মুখমণ্ডলত এক নিদাৰুণ আঘাতৰ ছাপ। অথচ কেতেকী তেতিয়াও স্থিৰ আৰু দৃঢ়। দেউতাক পাকঘৰত সোমোৱাৰ লগে লগে তপনো সোমাই আহিল পাক-ঘৰলৈ কেতেকীৰেই সন্ধানত। তপনৰ প্ৰবেশতো কেতেকী একেদৰে থিয় হৈ ৰ'ল অলৰ অচৰ হৈ। বজ্ৰাহত এক



যুৱতীৰ দৰে ৰৈ থকা কেতেকীৰ প্ৰতি এক তীব্ৰ সহানুভূতিত জীৱন-লাল দাসৰ অন্তৰ তেতিয়া উপচি পৰিল। তেওঁৰ অনুভৱ হ'ল, কেতেকীৰ তেওঁৰ ঘৰত এই যি লাঞ্ছনা আৰু বেদনা—তাৰ বাবে কেতেকীৰ ওচৰত তেওঁ জগৰীয়া। কিন্তু তেওঁ কি কৰিব? তেওঁৰ ঘৰত, তেওঁৰ সমাজত এই নিৰাশ্ৰয়, দৰিদ্ৰ নাৰীপ্ৰাণ এটিক লাঞ্ছনাৰ পৰা নিষ্ঠুৰতাৰ পৰা মুক্ত কৰিবলৈ, তেওঁ কি কৰিব? অজ্ঞাতসাৰেই জীৱনলাল দাসে তেওঁৰ হাতৰ বিচনীখন তপনৰ হাতত দিলে আৰু ক'লে, "কেতেকীক বিচি দে। বেচেৰীয়ে বৰ কষ্ট পাইছে। তেওঁক বিচি দে।"

জীৱনলাল দাস ওলাই আহিল ঘৰৰ পৰা বাহিৰলৈ। বাট চ'ৰাৰ খট্‌খটিত ভৰি দি জীৱনলাল দাসে দেখিলে, বাহিৰৰ বতৰটোৰ তেতিয়া এক সাংঘাতিক ৰূপ। এজাক দুৰ্জ্জয় সবল বতাহ সোঁ সোঁ কৰে বৈ গৈছে আৰু সেই বতাহৰ কোব খাই-খাই উৰি ফুৰিছে বহাগ মহীয়া উষৰ পৃথিৱীৰ ধূলি-বালি, গছ-পাত। বতাহৰ তীব্ৰ স্ৰোতত অস্থিৰ হৈ উঠিছে যতমানে তৰু-তৃণ, বন-লতিকা। সেই অস্থিৰ, দুৰ্বাৰ, প্ৰলয়ঙ্কৰী বায়ুস্ৰোতৰ মাজত অজ্ঞাতসাৰেই থিয় দিলেগৈ জীৱনলাল দাস। চকুত তেওঁৰ উদাত্ত, অবিচলিত দৃষ্টি, মুখত নিৰ্ব্বিকাৰ ভাৱ।

---

# এখন গাৱঁৰ কাহিনী

গাৱঁলীয়া আলিটোৰ ইটোফালে বস্তি। আলিবাটলৈ মুখ কৰি গাওঁবুঢ়াৰ ঘৰৰ সোঁপিনে ক্ৰমে মেলাচিকা, লাওডুম, হৰিমল আৰু অন্যান্যলোকৰ ঘৰ; তেনেদৰে গাওঁবুঢ়াৰ ঘৰৰ বাওঁপিনে ক্ৰমে ধূপা, লাঞ্জো, ওমাখোৰাহঁতৰ ঘৰবোৰ শাৰী শাৰীকৈ।

গাৱঁলীয়া আলিটোৰ সিটোফালে বহল, সেউজীয়া খেতিৰ পথাৰ। গাওঁবুঢ়াৰ, মেলাচিকাৰ, লাওডুমৰ, হৰিমলৰ, ধূপাৰ, লাঞ্জোৰ, ওমা খোৰাৰ—সকলোৰে নিজা নিজা একোডোখৰ খেতিৰ পথাৰ আলিবাটটোৰ সিটোফালে। সকলোৰে সৰু সৰু খেতিপথাৰবোৰ লগ লাগি এখন বহল, সেউজীয়া, প্ৰকাণ্ড খেতিপথাৰ। সেই প্ৰকাণ্ড, বিস্তৃত খেতি-পথাৰৰ সিটো মূৰৰ পৰা গাওঁখনলৈ চাই পঠিয়ালে কল-নাৰিকল তামোল গছে আৱৰি থকা গাওঁখনৰ শাৰী শাৰী খেৰী ঘৰবোৰ বৰ ধুনীয়া দেখি। ঠিক একেদৰে, গাওঁখনৰ আলিবাটত থিয় হৈ পথাৰখনলৈ চাই পঠিয়ালে অ'ত ত'ত গৰু-মহ-বগলী চৰি থকা কেতিয়াবা সেউজীয়া, কেতিয়াবা সোণালী পথাৰখন অতিকৈ সুন্দৰ দেখা যায়।

কিন্তু আৰু নাথাকে। এইবোৰ আৰু একোৱেই নাথাকে। চৰ যাব। চৰ গৈ আহিছে লাহে লাহে। এই গাওঁ, এই পথাৰ ক্ৰমে ক্ৰমে লোপ পাই আহিছে। ওচৰৰ চহৰখন এইপিনে আগুৱাই আহি আছে এক ভয়াবহ সৰ্পিণীৰ দৰে। তাইৰ গ্ৰাসত ক্ৰমান্বয়ে লোপ পাই আহিছে গাওঁবুঢ়াৰ এই সৰু, শুৱনি গাওঁখনি। গাওঁখনি লোপ পাই আহিছে। কোনেও আৰু ইয়াক ৰক্ষা কৰিব নোৱাৰে।

গাওঁবুঢ়াৰ মুখমণ্ডল ওপৰৰ আহাৰৰ আকাশখনৰ দৰে ম্লান আন্ধাৰ হৈ পৰে। গাওঁবুঢ়া খন্তেক থমকি ৰয়। তেওঁৰ ভৰি আৰু আগ বাঢ়িব নোখোজে। কিন্তু তেওঁ যাব লাগিব। তেওঁ আগুৱাই গৈ



চাব লাগিব—কেনেকৈ মণ্ডল, কাননগো, মাটি হাকিম আৰু বহুতো চহৰৰ পৰা আহি খেতি পথাৰখনৰ এটি বৃহৎ অংশ তেওঁৰ, তেওঁৰ গাৱঁৰ মানুহবোৰৰ খেতি পথাৰৰ এটি অংশ, চৰকাৰী কাৰখানা নে অফিচৰ বাবে শিকলি মাৰি জুখি লৈ যাব। তেওঁ সেই ঠাইত গৈ উপস্থিতেই থাকিব লাগিছিল। তেওঁক মাতিছিলো। কিন্তু, তেওঁ যাব নোৱাৰে সেই ঠাইলৈ, সেই কাম চাবলৈ। তেওঁৰ খেতিৰ মাটি, তেওঁৰ গাওঁখনৰ খেতিৰ মাটি, গৰু চৰোৱা পথাৰ অন্যই শিকলি মাৰি জুখি লৈ যোৱাটো তেওঁ চাব নোৱাৰে। তেওঁ সেই ঠাইলৈ যাব নোৱাৰে। তেওঁ নাযায়।

কিন্তু আচৰিত। খেতিৰ পথাৰ শিকলি মাৰি জুখি কাৰখানা পাতিবৰ বাবে, অফিচ ঘৰ সাজিবৰ বাবে তেওঁলোকৰ পৰা কাঢ়ি নিয়াটো তেওঁ নাচাওঁ বুলিও একেবাৰে আঁতৰি থাকিব নোৱাৰিলে কিয়? কিয় তথাপি আগুৱাই আহিব ধৰিছে তেওঁ আলিবাটত থিয় হৈ দূৰৈৰ পৰাই সেই দৃশ্য খন্তেক চাওঁ বুলি? তেওঁ সহ্য কৰিব নোৱাৰা, তেওঁৰ অন্তৰে মানিব নোখোজা সেই দৃশ্য তেওঁৰ অগোচৰতে হৈ যাওক বুলিয়েই মণ্ডল, কাননগো, মাটি হাকিমহঁত আহি গাওঁ সোমোৱা সময়তে তেওঁ ওলাই গৈছিল মৰাঠেংলাৰ খবৰ লবলৈ। মৰাঠেংলাৰ খবৰ লৈ, মৰাঠেংলাক তাৰ ৰুগ্ন অৱস্থাত অকণ শুশ্ৰূষা কৰি সময় কটাই তেওঁ আঁতৰি থাকিব খুজিছিল এই দৃশ্যৰ পৰা। মৰাঠেংলাৰ খবৰ লোৱা হ'ল। এসময়ত ঘৈণীয়েক পুতেক জীয়েকেৰে ভৰি থকা, খেতিৰ ধান, বাৰীৰ তামোল-পাণেৰে নদন-বদন হৈ থকা মৰাঠেংলাৰ ঘৰত মৰাঠেংলা আজি অকলে ৰোগৰ শয্যাত পৰি আছে। যোৱা বহুদিন ধৰি তাৰ জ্বৰ আৰু কাঁহ বুলি শুনি আছিল। দুদিন মানৰ পৰা সি তেজ-বমি কৰিবলৈ লৈছে। তাৰ নিজান ঘৰটোৰ এটি আন্ধাৰ কোঠাত ক্ষীণকায়, ক্ষীণস্বৰ, দুৰ্বল, ৰুগ্ন মৰাঠেংলা পৰি আছে। মৰাঠেংলা মৰিব। মৰাঠেংলাৰ খবৰ লোৱা হ'ল। দিনটোৰ আৰু ৰাতিটোৰ বাবে ভাত এচৰু ৰান্ধি দি তেওঁ ওলাই আহিল। খেতিৰ

পথাৰত মণ্ডল-কাননগো মাটি হাকিমে নামি খেতি পথাৰৰ এটি অংশ কাঢ়ি নিব ধৰাৰ দৃশ্য তেওঁৰ চকুৰ আগত বাৰে বাৰে ভাঁহি উঠিবলৈ ধৰিলে। তাৰ পৰা সম্পূৰ্ণ আঁতৰি থকাৰ চেষ্টা বৃথা বুলি তেওঁ বুজিলে। কব নোৱাৰোঁতে তেওঁৰ ভৰি লাহে লাহে আগুৱাই গ'ল গাৱঁৰ মূল আলিবাটটোৰ সেইখিনিলৈ, যিখিনিৰ পৰা মণ্ডল কাননগো মাটি হাকিমে শিকলি মাৰি মাটি জুখি থকা দৃশ্য দূৰৈৰ পৰা হ'লেও ভালকৈ দেখা যায়।

আলিবাটৰ কাষৰ আহঁত গছজোপাৰ ছাঁত থিয় হৈ গাওঁবুঢ়াই দূৰৈৰ সেই মানুহৰ জুমটোলৈ চাই পঠিয়ালে। চৰকাৰী জাননী পাই তেওঁত বাহিৰে গাওঁখনৰ যিবিলাকৰ আজি মাটি যাব, সেই সকলোবোৰেই কিজানি তালৈ গৈছে। আনকি গাওঁখনৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰো তালৈ গৈছে। মাটি এৰি দিবলৈ যোৱা ডাঙৰবোৰৰ মনৰ অৱস্থা কেনে তেওঁ নাজানে; কিন্তু দৌৰি দৌৰি পথাঁৰত ইফালে সিফালে কিৰিলি পাৰি ফুৰা সৌ সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ নিশ্চয় তামচাত ঠাই নাইকিয়া হৈছে। সিহঁতৰ গাৱঁলৈ চহৰৰ হাকিম আহিছে, চহৰৰ মানুহ আহিছে। সিহঁতৰ গাৱঁত, সিহঁতৰ পথাৰত কাৰখানা বহিব, অফিচ বহিব। সিহঁতৰ গাওঁ চহৰ হ'ব!

ডাঙৰবোৰৰ যদি নিজৰ খেতি পথাৰৰ দখল এৰি দি এতিয়া চকুপানী ওলাইছে, তাৰবাবে গাওঁবুঢ়াৰ এতিয়া আৰু কিবা কৰিবলৈ কোনো উপায় নাই। সৰুবোৰ যদি আনন্দত আত্মহাৰা হৈছে, তাতো কোনো উপায় নাই। সৰুবোৰ যদি আনন্দত আত্মহাৰা হৈছে, তাতো গাওঁবুঢ়াৰ কবলৈ আজি আৰু একো নাই। এসময়ত কিন্তু আছিল। গাৱঁৰ সকলোৱে তেতিয়া গাওঁবুঢ়াৰ বিবেক-বুদ্ধিৰ ওপৰতেই নিৰ্ভৰ কৰি নিৰাপদ বোধ কৰিছিল। বিপদৰ সময়ত গাওঁবুঢ়াৰ এটি পৰামৰ্শ লৈ, সংকটপূৰ্ণ মুহূৰ্তত গাওঁবুঢ়াৰ এটি আঙুলিৰ ইঙ্গিতলৈ, গাৱঁৰ প্ৰতিঘৰ, প্ৰতিজন মানুহেই পৰম আস্থাৰে বাট চাই আছিল। কিন্তু আজি? কোনে আজি তেওঁলৈ উভতি চাব? কাৰ বিপদত তেওঁ এটি নিৰ্ভয়বাণী শুনাব? কোনেবা তেওঁক পৰোৱাই কৰিছে?



তেওঁৰ মাটি চৰকাৰী কামত লাগে—চৰকাৰৰ ঘৰৰ পৰা তেওঁলৈ নোটিচ আহিল, ঠিক যিদৰে গাৱঁৰ অন্যান্যবোৰলৈকো নোটিচ আহিল। তেওঁ মাটি এৰি দিবলৈ বাধ্য হ'ল—ঠিক যিদৰে গাওঁৰ মেলাচিকা, লাঞ্জো, হৰিমল, ওমাখোৰা আদি সকলোৱেই মাটি এৰি দিবলৈ বাধ্য হ'ল। কাৰ কথাই বা আজি তেওঁ নামানি থাকিব পাৰিলে, কাক বা আজি তেওঁ এটি সুবুদ্ধিৰে সহায় কৰি দিব পাৰিলে? এৰা, সকলো গৈছে সেই ঠাইলৈ নিজৰ মাটিৰ দখল এৰি দিওঁ বুলি।

আজিৰ পৰা বৰ বেছিদিন নালাগে, মাথোন বিছ বছৰ আগতেই কথাবোৰ এনে নাছিল। এবাৰ ওমাখোৰাই তাৰ এই গাওঁৰ বস্তিৰ মাটি, খেতিৰ মাটি বহুত দাম পোৱা বাবে বঙালী মানুহ এজনলৈ বিক্ৰী কৰি ইয়াৰ পৰা বহুদূৰৰ এখন আওহতীয়া গাৱঁলৈ উঠি যাওঁ বুলি গাওঁবুঢ়াৰ পৰামৰ্শ বিচাৰিছিল। গাওঁবুঢ়াই তাক ততালিকে মানা কৰিছিল। দেশৰ বাহিৰৰ পৰা অহা মানুহক দেশৰ মাটি কোনোমতেই বিক্ৰী কৰা উচিত নহয়। ওমাখোৰাই তেওঁৰ উপদেশ মানি লৈছিল। ওমাখোৰা তেনেকৈয়ে এই গাওঁখনতে ৰৈ গৈছিল। অথচ ক'ত আজি সেই ওমাখোৰা? ওমাখোৰা, মেলাচিকা, লাঞ্জো, হৰিমল—সকলো আজি সৌ পথাৰত—চহৰৰ পৰা অহা মাটি হাকিমৰ দলটোৰ লগত। নিজৰ মাটিৰ দখল এৰি দি দি সিহঁতৰ এতিয়া কেনে লাগিছে চাগৈ!

আৰু খেলা, বোবা, চলো, ডুগ্ৰু—গাওঁখনৰ এইবোৰ মানুহেই বা আজি ক'ত? সিহঁতৰ ঘৰ, সিহঁতৰ বস্তি সেইবোৰেই বা আজি ক'লৈ গ'ল? খেলা, বোবা, চলো, ডুগ্ৰু—এইবোৰেও মাটি বেচিব খুজিছিল। গাওঁখনৰ খেতিৰ মাটি নোহোৱা দুখীয়া মানুহ আছিল এইবোৰ। চহৰৰ ভিতৰৰ কোনোবা মাৰোৱাৰী বেপাৰীয়ে খেলা, বোবা, চলো, ডুগ্ৰুহঁতে কোনোকালে নেদেখা হাজাৰ হাজাৰ টকা দি, সিহঁতৰ বস্তি মাটি কিনি তাত ধানৰ কল, কাঠৰ কল বহুৱাব খুজিছিল। লোকৰ মাটি খাই তাৰ ধানেৰে পোহ যাব নোৱাৰা খেলা, বোবা, চলো, ডুগ্ৰুহঁতে হাতেৰে সৰগ ঢুকি পোৱা দি পাইছিল। তথাপি সিহঁতে তেনে

সময়তো উপদেশ বিচাৰিছিল গাওঁবুঢ়াৰ পৰা। তেওঁ সিহঁতক মাটি বেচিবলৈ নিদিলে। দেশৰ বাহিৰৰ পৰা অহা মানুহৰ হাতত দেশৰ মাটি এৰি দিব নোৱাৰি। দুখীয়া খেলা, বোবাহঁতে তেওঁৰ উপদেশ মানিছিল। সেই দৰিদ্ৰ অৱস্থাতেই সিহঁত মৰি গ'ল। তাৰ পিছত সিহঁতৰ ল'ৰাহঁত হ'ল সিহঁতৰেই সেই ক্ষুদ্ৰ ক্ষুদ্ৰ সম্পত্তিৰ অধিকাৰী। আৰু এই ল'ৰাহঁতে,-তেওঁৰ গাৱঁৰ এই ল'ৰাহঁতে কি কৰিলে যোৱা দুই তিনি বছৰৰ ভিতৰত? জোতা-মোজা-পেন্ট পিন্ধিবলৈ শিকা, বুকুৰ জেপত ফাউন্টেন পেন আৰু চকুত কলা চছমা পিন্ধিবলৈ লোৱা খেলা, বোবা, চলো, ডুগ্ৰুহঁতৰ এই ল'ৰাহঁতে পিতাকহঁতৰ দৰে লোকৰ মাটিৰ ৰায়ত হৈ পেট পুহিবলৈ লাজ কৰা হ'ল। সিহঁতে সিহঁতৰ বস্তিবোৰ মাৰোৱাৰীক বেচিলে, পাঞ্জাৱীক আৰু বঙালীক বেচিলে। খেলা, বোবা, চলো, ডুগ্ৰুহঁতৰ বস্তিৰ কলগছ তামোলগছে আৱৰা খেৰীঘৰৰ ঠাইত উঠিল বৰ বৰ পকাঘৰ, বৰ বৰ কাৰখানা। চলো, ডুগ্ৰু, খেলা-বোবাহঁতৰ ল'ৰাহঁত এতিয়া এইবোৰ দোকান, এইবোৰ কাৰখানাৰ বনুৱা, গোমস্তা, কুলী। কোনেইবা এইবোৰ কৰোতে তেওঁক পৰোৱা কৰিলে!

গাওঁখন এনেকৈয়ে শেষ হৈ আহিছে। গাওঁখন এনেকৈয়ে শেষ হৈ যাব গৈ। খেলা-বোবা-চলো-ডুগ্ৰু ইহঁতকে ধৰি গাওঁখনৰ অনেক মানুহৰ মৃত্যু হ'ল। সিহঁতৰ পুতেকহঁতে সিহঁতৰ উত্তৰাধিকাৰী সকলে মাটিতকৈ লংপেন্ট ফাউন্টেনপেনৰ মূল্য বেছি বুলি ভাবি নিজৰ মাটি এৰি দিলে বিদেশী বেপাৰী, বিদেশী ভদ্ৰলোকৰ হাতত। ভুৰুকা কানীয়া আদি আন বহুতে আকৌ ইতিমধ্যেই মাৰোৱাৰী, পাঞ্জাৱীহঁতৰ পৰা মাটিৰ বাবে বহু বহু টকা পাই নিজৰ নিজৰ মাটি বেচি দূৰৰ কোনোবা আওঁহতীয়া গাৱঁলৈ আতৰি গ'ল। কোনেও তেওঁক মাটি বেচাৰ আগতে, গাওঁ এৰি যোৱাৰ সিদ্ধান্ত লোৱাৰ আগতে, এবাৰ কথাও নুসুধিলে। এবাৰ কথাও সোধাৰ আৱশ্যকতা বোধ নকৰিলে।



তাৰ বাবে গাওঁবুঢ়াৰ অন্তৰত দুখ আছিল। কিন্তু আজি আৰু নাই। ইয়াত কোনেও নাথাকে। গাওঁখন যাব। গাওঁখনৰ সকলো যাব। কাকো তেওঁ ৰক্ষা কৰিব নোৱাৰে। কাকো আৰু তেওঁ উপদেশ দি উপকাৰ কৰি দিব নোৱাৰে। যিবোৰে তেওঁক আজিলৈকে মানি আছিল, যিবোৰে তেওঁৰ উপদেশ আজিলৈকে বিচাৰি আহিছিল, সেইবোৰকেই বা তেওঁ কি কৰি দিব পাৰিলে। মেলাচিকা, লাওডুম, হৰিমল, ধূপা, লাঞ্জো, ওমাখোৰা—ইহঁতে, তেওঁৰ সমবয়সীয়া এই মানুহবোৰে কালি গধুলিলৈকেতো তেওঁৰ কথামতেই চলি আছিল, তেওঁৰ লগে লগেই আছিল, তেওঁৰ ছাঁটোৰ দৰে—পুৰণিকালৰ আদৰ্শ অনুসৰি। কিন্তু সিহঁতৰ বাবে তেওঁ কি কৰিব পাৰিলে? সৌচোন মেলাচিকা, ওমাখোৰা, লাওডুম, হৰিমল, ধূপা, লাঞ্জোহঁত পথাৰত চহৰৰ পৰা অহা মাটি হাকিমৰ দলটোৰ মাজত সোমাই নিজৰ নিজৰ মাটিৰ দখল এৰি দি আহিব ধৰিছে!

গাওঁখনক আৰু বচাব নোৱাৰি। গাওঁখন লোপ পাই যাব। মেলাচিকা, ওমাখোৰা, লাওডুম, হৰিমল, ধূপা, লাঞ্জোহঁত কেনিবা হেৰাই যাব। কাকো আৰু বচাব নোৱাৰি। গাওঁবুঢ়াৰ মন কিবা এক বুজাব নোৱাৰা বেদনাৰে ভাৰাক্ৰান্ত হৈ পৰিল। তেওঁ নিথৰ হৈ আঁহত-জুপিৰ তলতেই থিয় হৈ ৰ'ল। কিবা এটি যেন হেৰাই যাব ধৰিছে পৃথিৱীখনৰ পৰা—যিটো কোনো দিন আৰু বিচাৰি পোৱা নাযাব।

কথাৰ যদি ইমানতে ওৰ পৰিলহেঁতেন। এটা নহয় এটা নতুন ঘটনা ঘটিয়েই আছে এই গাওঁখনত প্ৰতিদিনে। সেইদিনা মাথোন লাওডুমৰ খেতিৰ মাটি চৰকাৰে নি তাত কাৰখানা খুলিলে। এতিয়া আকৌ কোনো এজন চৰকাৰী বিষয়াই তাৰ বস্তিৰ মাটিখিনিও কিনি ললে। চাকৰিৰ পৰা পেঞ্চন পোৱা বিষয়া। লাওডুমৰ ৰস্তিত তাৰ ভঙা-ছিঙা পঁজাঘৰকেইটা ভাঙি তাতে পেঞ্চন পোৱা চৰকাৰী বিষয়াই এতিয়া নিজৰ পৰিয়ালৰ পকা ঘৰ তুলিব। চৰকাৰী বিষয়াজনৰ

চহৰত নিজা ঘৰ মাটি নাছিল। তেওঁৰ ল'ৰা-ছোৱালী কেবাজনো স্কুল কলেজত পঢ়ে। এই গাওঁ আধা আধি চহৰ হৈ গ'ল। সোনকালেই চহৰৰ সকলোখিনি সা-সুবিধা ইয়াতেই পোৱা যাব বুলি চহৰৰ ইটোফালৰ কলেজখন তেনেই ওচৰ। ইটোফালৰ স্কুলবোৰো ইয়াৰ পৰা ওচৰ। সেয়েহে চহৰত ঘৰ-মাটি কৰিব খোজা অৱসৰ পোৱা চৰকাৰী বিষয়াজনে লাওডুমক সি আশা কৰাতকৈ বহুত দাম দিলে তাৰ বস্তি মাটিখিনিৰ বাবে। লাওডুমেও বেচাটোকেই ঠিক কৰিলে। গাওঁবুঢ়াৰ পৰামৰ্শ তথাপি লাওডুমে লবলৈ আহিছিল। গাওঁবুঢ়াই এইবাৰ না নকৰিলে। না কৰিব কেনেকৈ গাওঁবুঢ়াই? খেতিৰ ওপৰতে ইমানদিনে চলি অহা লাওডুমৰ খেতিৰ মাটি গ'ল। সি বস্তিখিনিৰে অকল চলিব কেনেকৈ? তাৰ ল'ৰা ছুটাৰ এটাৰো পঢ়া-শুনা চাকৰি পাব পৰাকৈ নাই। গাৱঁতে থকা পাঠশালা স্কুলটো ডাঙৰজনে পাচেই নকৰিলে। সি স্কুল এৰি বাপেকৰ দৰে খেতিতেই ধৰিছিল। কিন্তু খেতিৰ মাটিতো এতিয়া আৰু গ'ল। সৰুজনে আকৌ পাঠশালা পাছ কৰি এবছৰ চহৰৰ ইংৰাজী স্কুললৈকো অহা-যোৱা কৰিছিল। তাৰ পিছত স্কুল বাদ দিলে। বঙা-পখৰা চোলা, চুঙা-পেণ্ট, জোতা-জোতা আৰু ক'লা চছমা পিন্ধি সি ৰাস্তাই ৰাস্তাই ঘূৰি ফুৰাহে হ'ল। গতিকে লাওডুমে এতিয়া ইয়াত খেতিৰ মাটি নোহোৱাকৈ চলে কেনেকৈ? লাওডুমে তাৰ বস্তি মাটিখিনিও বেচি দিলে। সেই টকাৰে সি কৰবাৰ দূৰৈৰ গাৱঁত গৈ খেতিৰ মাটি বিচাৰিব। নতুন বস্তি পাতিব। লাওডুমে এই গাওঁ এৰি গুচি যাব। গাওঁবুঢ়াই লাওডুমক বিদায় দিব। বিদায় দিব লাগিব। বিদায় নিদি উপায় ক'ত।

বিদায় দিব লাগিব হৰিমলকো। বস্তি মাটি হৰিমলেও বেচিলে। পিছে অন্য গাৱঁত গৈ মাটি কিনি ভালকৈ চলাৰ আশা নাই হৰিমলৰ। সি অঘৰী হ'ব। হৰিমলৰ খেতিৰ মাটিখিনি যেতিয়া গ'ল, তেতিয়া সি চৰকাৰৰ পৰা পইচা বৰ কম পালে। তাৰ খেতিৰ মাটি তেনেই



কম আছিল। নিজৰ মাটিত খেতি থাকোতে খেতিৰ ধানৰ পৰা পোৱা চাউলৰ পৰা মদ কৰি সি বৰকৈ মদ খাইছিল। খেতিৰ মাটি গ'লত তাৰ বাবে চৰকাৰৰ পৰা পোৱা টকা কেইটামান যোৱা কেইমাহৰ ভিতৰতেই তাৰ মদ খাওঁতেই উৰি গ'ল। জীয়েকজনী বিয়া দিওঁতে তাৰ কম টকা যোৱা নাই। নিৰুপায় হৈ এতিয়া হৰিমলে তাৰ মাটি মাৰোৱাৰীৰ তাত বেচিলে। গাওঁবুঢ়াক সুধিছিল কেনে হ'ব। গাওঁবুঢ়াই নিৰৱে সন্মতি দিলে। সন্মতি দিবলৈ বাধ্য হ'ল। হৰিমলৰ ঘৰ-মাটি গ'ল। হৰিমলৰ মাটিত মাৰোৱাৰীয়ে এতিয়া প্ৰকাণ্ড গুদামঘৰ আৰু জাকজমক দোকানঘৰ খুলিছে হৰিমলে বস্তি মাটি বেচি পোৱা টকা ভাঙি ভাঙি চাউল কিনি ভাত খাইছে। মদ কিনি মদ খাই মনৰ দুখ পাতলাইছে আৰু গাওঁ এৰি ক'ত গৈ কি কৰিব ভাবিছে। সোনকালেই হৰিমল গুচি যাব লাগিব কৰবালৈ। হৰিমলৰ বাবে আৰু তাৰ পিতৃভেঁটিত, তাৰ জন্মস্থানত ঠাই নহব।

এজন এজনকৈ সকলো যাব। গাওঁখন চহৰ হব। এইফালে আগবাঢ়ি আহি থকা চহৰখন গাওঁখনৰ ভিতৰত সোমাই গৈ চহৰৰ এটা অংশ হৈ যাব। তাত সিহঁতৰ স্থান ক'ত? গাওঁখন চহৰ হবলৈ আৰু বাকীনো কি? সিহঁতৰ খেতিপথাৰত এতিয়া বৰ বৰ পকাঘৰ—বৰ বৰ যন্ত্ৰপাতিৰ সদাব্যস্ত কাৰখানা। দিনত মানুহৰ হৈ চৈ, যান-বাহনৰ হোঁ হোঁ শব্দ। ৰাতি হলে বিজুলী পোহৰৰ চকুত চাঁট মাৰি ধৰা তিৰবিৰণি। লাওডুমৰ বস্তিত, হৰিমলৰ বস্তিত চহৰীয়া মানুহৰ ৰং-বিৰঙৰ পকাঘৰ, বিজুলী চাকিৰ পোহৰ, মটৰ গাড়ীৰ আহ-যাহ। আগৰ কেচা আলিবাটৰ ঠাইত পকা ৰাস্তা, আন্ধাৰ আলিবাটৰ কাষে কাষে এতিয়া শাৰী শাৰী বিজুলী পোহৰ। সেউজীয়া ঘাঁহনি এতিয়া দেখিবলৈ নাই, সেউজীয়া পথাৰৰ বুকুত এতিয়া চিৰব্যস্ত দৈত্যকায় কাৰখানা আৰু অফিচ ঘৰ। নীল, শান্ত আকাশত চৰি ফুৰা বনৰীয়া পখীজাকৰ ঠাইত এতিয়া কাৰখানাৰ লেতেৰা ধোঁৱা। এৰা, গাওঁখন চহৰ হল। গাওঁখন চহৰৰ গৰ্ভত সোমাই পৰিল।

গাওঁখনত আৰু আছে কি? মেলাচিকা, ওমাখোৰা, লাঙ্গো, ধূপাহঁত এতিয়াও আছে। কিন্তু সিহঁত যেন আগৰ সেই মেলাচিকা, ওমাখোৰা, লাঙ্গো ধূপাহঁত আৰু নহয়। গাওঁবুঢ়াৰ আজি আৰু সিহঁতৰ চকুলৈ চাবলৈও বেয়া লাগে। সিহঁত প্ৰতিজনেই যেন এতিয়া পূৰ্বৰ সিহঁতৰ একো একোটি ছায়ামূৰ্তি মাথোন কোনো মৃতকৰ প্ৰেতৰ দৰে ঘূৰি ফুৰিছে এই গাৱঁৰ গছৰ তলে তলে, বনৰ ওপৰে ওপৰে। গাওঁবুঢ়াৰ পৰা সুবুদ্ধি বিচাৰিলে গাওঁবুঢ়াক অনৰ্থক দুখহে দিয়া হয় বুলি জানিয়েই বোধহয়, সিহঁত কোনেও আৰু এতিয়া গাওঁবুঢ়াৰ ওচৰ নাচাপে উপদেশ পৰামৰ্শ নিবিচাৰে। খেতিৰ মাটি সম্পূৰ্ণৰূপে হেৰুৱাই নাইবা তেনেই তাকৰীয়া খেতিৰ মাটি একোধানিৰে কেনেকৈ সিহঁত চলে, গাওঁবুঢ়াই তাৰ আভাস পায়, কাৰণ সেই সমস্যা তেওঁৰ নিজৰো। কিন্তু কোনেও তেওঁৰ ওচৰলৈ আৰু নাহে। গাওঁবুঢ়াৰো সিহঁতৰ ওচৰলৈ গৈ সিহঁতৰ চকুলৈ চাবলৈ দুখ লাগে।

ওমাখোৰাৰ কি হ'ল? সেই ওমাখোৰা যি ওমাখোৰাক তেওঁ বহু বছৰ আগেয়ে এই গাওঁ এৰি যাব নিদিলে এই গাওঁৰ তাৰ ঘৰ-মাটি বিদেশীৰ হাতত বিক্ৰী কৰি? ওমাখোৰাৰ পুতেকহঁতৰ দুজন মাথো খেতিয়ক হৈছিল, কিন্তু সিহঁতেও বেছিভাগ সময় মদ খায়েই পৰি থাকে। বাকীবোৰৰ কোনোটোৱে বনৰীয়া চৰাই চিটিকা ফান্দ বা ধেনু-কাঁড় লৈ চিকাৰ কৰি ফুৰে, কোনোটোৱে চাহাবী পোচাক আৰু কলা চছমা পিন্ধি ওচৰতে হৈ উঠা চাহদোকানে চাহদোকানে বহি ফুৰে। অন্যজনে আকৌ বাপেকৰ খেতিৰ মাটিৰ পৰা পোৱা পইচাৰে এটি হাতত লৈ ফুৰা ৰেডি'অ কিনি সেইটোকে শুনি হয় ৰাস্তাই ৰাস্তাই ঘূৰি ফুৰে নহয় তাৰ লগৰবোৰৰ লগত আইঁত জুপিৰ তলত বহি থাকে। ওমাখোৰাই তাৰ ইমানবোৰ ল'ৰা-ছোৱালীৰ পৰিয়ালটো পুহিব নোৱাৰি বস্তি মাটি বেচি দিলে এজন ব্যৱসায়ীৰ তাত। ব্যৱসায়ী জনে তাত প্ৰকাণ্ড পকাঘৰ তুলি দোকান খুলিছে। ঘৰটোৰ পিছফালে এটি পঁজাঘৰ ধৰাকৈ অলপ মাটি ৰাখি ওমাখোৰাই তাতে



পৰিয়ালটোৰ সৈতে মূৰ সুমুৱাই আছে। ওমাখোৰাৰ আগতে খেতি কৰা ডাঙৰ ল'ৰাজনক সিহঁতৰ মাটিত দোকান খোলা ব্যৱসায়ীজনে দয়া কৰি গোমস্তাৰ চাকৰি এটা দিছে—সামান্য দিনতীয়া বেতনৰ চাকৰি। তথাপি নকৰি উপায় নাই। তেনেকৈয়ে ওমাখোৰা এই গাৱঁতেই আছে। এৰা, ওমাখোৰাৰ মুখখনলৈ চাবলৈ গাওঁবুঢ়াৰ বেয়া লাগে। তথাপি ওমাখোৰা আছে—ঠিক যিদৰে আছে লাঙ্গোহঁত, ধূপাহঁত।

ভাবিলে গাওঁবুঢ়াৰ বুকুৰ কোনোবাখিনি খহি যাব খোজা যেন লাগে। তেওঁৰ চকুৰ দৃষ্টি অস্পষ্ট হৈ পৰে। ইহঁতৰ দুখ দেখিলে, ইহঁতৰ অৱস্থাৰ কথা ভাবিলে গাওঁবুঢ়াই চকুলোৰে বাট নেদেখা হব খোজে। কি দিন কি হ'ল, কি ঠাই কি হ'ল, ক'ৰ মানুহ কলৈ গ'ল! গাওঁবুঢ়াৰ অকস্মাৎ মনত পৰিল মৰাঠেংলালৈ। মৰাঠেংলাৰ অসুখ যোৱা কিছুদিনৰ পৰা বেছি হৈছে। তাৰ জ্বৰ, কাঁহ, তেজ-বমি সকলো বেছি হৈছে। মৰাঠেংলাৰ আকৌ এবাৰ খবৰ লব লাগিব। কিন্তু তাৰ খবৰ লবলৈ বহুদিন গাওঁবুঢ়াৰ যোৱাহে হৈ নুঠিল। যায়েই বা কেনেকৈ? গাওঁখনৰ মূল আলিবাটটোৰ পৰা ভিতৰলৈ সোমাই যোৱা বাটটোৰ দুয়োকাষে এসময়ত যি কেইঘৰ মানুহ আছিল এই গাওঁখনত, প্ৰায়বোৰেই ঘৰ মাটি বেচি বেচি আতৰি গ'ল। সেই চুবুৰীটোত এতিয়া অচিনাকি মানুহৰ ভালে কেইটা ঘৰ। অচিনাকি চহৰীয়া মানুহৰ ভালে কেইটা জাকজমক ঘৰ। কেইঘৰমান মানুহ আকৌ গুচি গ'ল ঘৰমাটি কোনোবা চহৰৰ মানুহৰ তাত বেচি। নতুন ঘৰ চহৰীয়া মানুহবোৰে এতিয়াও বন্ধা নাই। পূৰ্বৰ বস্তিৰ পজাবোৰ উৱঁলি যাব ধৰিছে। এখন যেন নীৰৱ নিস্তব্ধ এৰাবাৰী। সেইপিনে গ'লে মনটো কেনে লাগে গাওঁবুঢ়াই বুজাব নোৱাৰে। গাওঁবুঢ়াই সেইপিনে সহজতে যাব নোখোজে। কিন্তু যাব লাগিব। সেই চুবুৰীটোত যি দুই এঘৰ আগৰ মানুহ ৰৈছেগৈ তাৰ ভিতৰত গাওঁবুঢ়াৰ চামৰ মানুহ মৰাঠেংলাহে অকল। পৰিয়ালটোৰ মানুহবোৰ

এই একেটা ৰোগতে ঢুকাই ঢুকাই বাকীবোৰ মানুহ মৰাঠেংলা। গাওঁবুঢ়াই খবৰ লব লাগিব মৰাঠেংলাৰ।

কিন্তু অকলে সিপিনে গৈ আৰু ভাল নালাগে। মেলাচিকাকেই তেওঁ লগত লৈ যাব। কিন্তু যাব জানো মেলাচিকা তেওঁৰ লগত? পাব জানো মেলাচিকাক তেওঁৰ লগৰীয়াকৈ? তাৰ ওচৰচুবুৰীয়া কেইঘৰৰ ভিতৰত মেলাচিকাৰ অৱস্থাইটো আটাইতকৈ ভাল আছিল। কি হ'ল আজি সেই মেলাচিকাৰ অৱস্থা? বহুদিন সি মেলাচিকাক লগ পোৱা নাই। আগতে কেতিয়াবা লগ পালেও মেলাচিকাই তেওঁক যেন এতিয়া এৰাই চলিব খোজে। নাই, মেলাচিকাক লগ ধৰিব লাগিব। এই গাৱঁত, চহৰৰ গৰ্ভত সোমাই পৰা তেওঁৰ এই গাওঁত পূৰ্বৰ মানুহ আৰু কেইঘৰ ৰ'ল? যি কেইঘৰ ৰ'ল, সেই কেইঘৰ গাওঁবুঢ়াৰ অতি আপোন। গাওঁবুঢ়াৰ নিজৰ তেজ-মঙহ। তেওঁ কাকো এৰি দিব নোৱাৰে। সিহঁত কোনোবাই তেওঁক এৰিলেও তেওঁ সিহঁতক এৰিব নোৱাৰে। এৰা, তেওঁ যাব? মেলাচিকাক বিচাৰি উলিয়াই তেওঁ মেলাচিকাৰ সতে মৰাঠেংলাৰ খবৰ লবলৈ যাব। এতিয়াই, এই গধূলিয়েই।

মেলাচিকাৰ পদূলিত থিয় হৈ কেনে যে লাগিল গাওঁবুঢ়াৰ। গধূলি এনে সময়ত মেলাচিকাৰ বহল চোতালখনত ইয়াৰ পৰাই মৰণা মৰাৰ শব্দ শুনা গৈছিল এসময়ত। মেলাচিকাৰ প্ৰকাণ্ড পৰিয়ালটোৰ ডাঙৰ পুতেকহঁতৰ কোনোজনে মৰণাৰ গৰু খেদি থাকিব, কোনোজনে ধানৰ মুঠিবোৰ উখনিয়াই থাকিব। মেলাচিকাৰ বোৱাৰীয়েকহঁতৰ কোনো জনীয়ে মৰণাৰ চাৰিওফালে সিচঁৰিত হৈ পৰা ধানবোৰ সাৰি-পুচি দি থাকিব। এই সকলোবোৰতে চকু দি চোতালৰ একোণত বহি ধপাত হুপি থাকিব মেলাচিকা। ওচৰতে হয়তো গধূলিৰ সময় কটাবলৈ অহা তেওঁৰ ওচৰচুবুৰীয়া দুই এজন। গধূলিৰ মেলাচিকাৰ ঘৰৰ সেই পৰিবেশ এতিয়া কলৈ গ'ল? ইমান নীৰৱ হৈ আছে আজি মেলাচিকাৰ পদূলি।



চোতাল পাই গাওঁবুঢ়াই দেখিলে তেওঁ ভবামতে মেলাচিকাৰ চোতাল জনশূণ্য নহয়। চোতালত দুখন বেঞ্চ পৰা আছে; তাৰে এখনত তিনিজন মানুহ বহি আছে। এখনৰ এমূৰত সেয়া মেলাচিকা। কাৰো মুখত কিন্তু মাত নাই। কেনে অস্বাভাৱিক এই পৰিবেশ।

গাওঁবুঢ়া মেলাচিকাৰ ওচৰ পালেগৈ। আগৰ দৰে মেলাচিকাই কিন্তু উঠিপৰি লগা নাই গাওঁবুঢ়া তাৰ ঘৰলৈ যোৱা দেখি। নিতান্ত গম্ভীৰ আৰু নিৰ্লিপ্ত ভাবে মেলাচিকাই গাওঁবুঢ়া তাৰ ওচৰ পালত তেওঁক বহিবলৈ কলে ওচৰৰ চকীখনত। মেলাচিকাৰ ঘৰৰ এই বেঞ্চ দুখন অতি পুৰণি যদিও, তাৰ ঘৰত আগতে চকী নাছিল। নতুনকৈ সজোৱা চকীখনত তেওঁ বহিল আৰু মানুহ তিনিজনৰ ফালে চাই থাকিল। জোতা মোজা, পেন্ট পিন্ধা চহৰীয়া ডেকা। গাওঁবুঢ়াৰ তেওঁলোকক আগতে দেখা মনত নপৰিল। মেলাচিকাই তেওঁলোকক চিনাকি কৰিও নিদিলে গাওঁবুঢ়াৰ সৈতে। কাৰো মুখত মাত নাই। চাৰিও নিৰৱে বহি ৰ'ল চোতালৰ না-আন্ধাৰ, না-পোহৰতে। অলপ পিছতে গাওঁবুঢ়াই মেলাচিকাৰ সৰু গাভৰুজীয়েক জনীয়ে ভিতৰ চোতালত কাৰোবাক কোৱা শুনিলে, "তেওঁলোক ভিতৰলৈ আহিব পাৰে। মাতি আনগৈ।" লগে লগে মেলাচিকাৰ তৃতীয়জন ল'ৰা চোতালত ওলালহি আৰু মানুহ তিনিজনক এটি ইঙ্গিত দিলে। মানুহ তিনিজন ততালিকে উঠিল আৰু মেলাচিকাৰ তৃতীয় ল'ৰাজনৰ পিছে পিছে ভিতৰ চোতাল পালেগৈ। আগচোতালত মুখামুখি হৈ বহি ৰ'ল গাওঁবুঢ়া আৰু মেলাচিকা। এনে পৰিস্থিতি এটি মেলাচিকাৰ ঘৰত দেখা পাই তাৰ গাৱঁৰ তাৰ ওচৰচুবুৰীয়া—মেলাচিকাৰ ঘৰত দেখা পাই গাওঁবুঢ়া মৰ্মান্তিকভাবে আহত আৰু লজ্জিত হ'ল। তেওঁ মেলাচিকাৰ চকুলৈ চাবলৈ আৰু নোৱাৰিলে। কিংকৰ্তব্য বিমূঢ় হৈ গাওঁবুঢ়া আহি ৰ'ল মেলাচিকাৰ চোতালত, মেলাচিকাৰ সমুখত। মেলাচিকাই কিজানি গাওঁবুঢ়াৰ অৱস্থাৰ ভূ পাইছিল। সি বহাৰপৰা উঠিল আৰু ক'লে, "এচিলিম ধপাত লৈ আহোঁ। অলপ ৰবি।"

অলপ পিচতে ধপাত হুপি হুপি মেলাচিকা গাওঁবুঢ়াৰ ওচৰ পালেহি আৰু চিলিমটো গাওঁবুঢ়ালৈ আগবঢ়াই দিলে। গাওঁবুঢ়াই নিতান্ত গম্ভীৰভাৱেই মুখেৰে একো নামাতি চিলিমটো ল'লে আৰু হুপিবলৈ ধৰিলে। মেলাচিকা পুনৰ বেঞ্চখনতেই বহিল আৰু অপৰাধীৰ সুৰত কবলৈ ধৰিলে: "সংসাৰত ধেঁৱা-কোৱা দেখিছো। গৈ গৈ যিখিনি খেতিৰ মাটি ৰ'ল সেইখিনিকে চহালে কানোমতে খাবলৈ জোৰে। বাকী খৰছৰ বাবে টকা ক'ত পাবি? তাতে আকৌ এতিয়া চাউলত বাহিৰে ঘৰখনৰ চব বস্তু কিনিব লাগে। বস্তুৰ দামো জুইছাই। কেনেকৈ ঘৰখন চলে, তাৰ চিন্তাতেই পাৰ নাপাওঁ। ঘৰখনঁ কোনোমতে টুকটাককৈ চলক বুলিয়েই আগতে কোনোদিন ভাবিব নোৱাৰা ব্যৱসায়ো পো-জীহঁতে চলাবলৈ ল'লে। মই বাধা দিব পৰা নাই। বাধা দি সিহঁতক কি কৰিবলৈ ক'ম?"

গাওঁবুঢ়া তলমূৰকৈ বহি ৰ'ল। তেওঁৰ বুকুৰ কোনোবাখিনিত মেলাচিকাৰ কথাবোৰ গৈ যেন কাঁড় লগাদি লাগিছে। গাওঁবুঢ়াই চিলিমটো মুখৰ পৰা নমাই নি চোতালত থৈ দিছিল। মেলাচিকাই চিলিমটো তুলি লৈ ভিতৰলৈ গ'ল।

মেলাচিকাৰ চোতালত বহুতো সময়লৈ গাওঁবুঢ়া অকলেই বহি ৰ'ল। নিজান, নিতাল চোতাল। মেলাচিকা, মেলাচিকাৰ ঘৰৰ মানুহ, পো-জী, বোৱাৰী-নাতিৰে এসময়ৰ নদন-বদন মেলাচিকাৰ চোতাল আজি কেনে নীৰৱ-নিস্তব্ধ!

মেলাচিকা চোতাললৈ ওলাই আহিল। তাৰ অলপ পিছতেই ভিতৰ চোতালৰ পৰা ওলাই আহিল অচিনাকী চহৰীয়া ডেকা তিনিজন। ৰাগীত তিনিওজনে টলংপলং। তিনিওজনৰ হাতত তিনিখন মোনা। কোনোজনে হাততে লৈছে, কোনোজনে কান্ধত ওলোমাই। সিহঁতে আৰু আগৰ বহা ঠাইলৈ নাহি দূৰৰ পৰাই মেলাচিকাক মাত দি পদূলিমুৱা হ'ল। এজনে অদৃঢ় সুৰত একপ্ৰকাৰ চিঞৰিয়েই ক'লে "আমি আজি আহিলোহে ডাঙৰীয়া।" আন জনে একে সুৰতেই



কৈ উঠিল, "কাইলৈ আহোঁতে অলপ দেৰী হব দেই।" তৃতীয়জনে সিহঁতৰ পিছে পিছে আগবঢ়াই দিবলৈ ওলাই অহা মেলাচিকাৰ তৃতীয় ডেকা পুতেক জনক অস্থিৰ আৰু অস্পষ্টভাৱে ক'লে, "আহা তুমি তুখন ৰিক্সা মাতি আমাক তুলি দিয়া।" গাওঁবুঢ়াই সিহঁতৰ পিনে চকু থিয় কৰি চাই আছিল। তেওঁ লক্ষ্য কৰিলে, চহৰীয়া ডেকা তিনিজনৰ পিছে পিছে, মেলাচিকাৰ ডেকা পুতেকজন গৈ থাকিল। আৰু গাওঁবুঢ়াই লক্ষ্য কৰিলে, মেলাচিকাৰ সৰু গাভৰু জীয়েকজনী আগ চোতাললৈ ওলাই আহিছিল সিহঁতৰ পিছে পিছে; চোতালত গাওঁবুঢ়াক বহি থকা দেখাৰ লগে লগেই তৎক্ষণাৎ ছাঁটোৰ দৰে নাইকিয়া হ'ল।

গাওঁবুঢ়া নীৰৱে বহি থাকিল চোতালতে। নীৰৱে বহি থাকিল মেলাচিকাও। আগতে হোৱা হলে, ইমান সময়ে মেলাচিকাৰ ঘৈণীয়েক, জীয়েক সকলোৱে আহি গাওঁবুঢ়াক সোধপোচ কৰিলেহেঁতেন। আজি গাওঁবুঢ়া যেন এইখন ঘৰত অনাহূত, সন্দেহৰ পাত্ৰ।

গাওঁবুঢ়া উঠিল। তেওঁ মৰাঠেংলাৰ খবৰ লবলৈ মেলাচিকাৰ লগঁ বিচাৰিবলৈ আৰু কোনো উৎসাহ বোধ নকৰিলে। মেলাচিকায়ো তেওঁক আৰু অলপ বহিবলৈ এবাৰো নকলে। গাওঁবুঢ়া ওলাই আহিল। ৰাস্তাত থিয় হৈ দেখিলে, তেওঁলোকৰ খেতিপথাৰত উঠা কাৰখানাত, অফিচ ঘৰত অজস্ৰ বিজুলী বাতিৰ তিৰবিৰণি। লাওডুম, ওমাথোৰাহঁতৰ বস্তিত উঠা বৰ বৰ পকাঘৰত শাৰী শাৰী বিজুলী পোহৰ। সেই পোহৰত গাওঁৰ বাট—গাওঁবুঢ়াৰ গাওঁৰ বাট—পোহৰ হৈ উঠিছে। সেই পোহৰত পকা আলি বাটে বাটে খোজ কাঢ়ি গাওঁবুঢ়াই এক অদ্ভুত অস্বস্তি অনুভৱ কৰিলে। চাৰিওফালৰ পৰা অহা বিজুলী পোহৰবোৰ যেন দাও দাও কৰে জ্বলি উঠা জুই। সেই জুইৰ উত্তাপত গাওবুঢ়া যেন দেই গৈছে। সেই জুইয়ে যেন গাওঁবুঢ়াক পুৰিছে। অতি বেগেৰে আৰু তেনেই অস্থিৰ হৈ গাওঁবুঢ়াই খোজ আগবঢ়ালে মৰাঠেংলাৰ ঘৰৰ পিনে।

মূল আলিবাটটোৰ পৰা মৰাঠেংলাৰ ঘৰৰ পিনে সোমাই যোৱা আলিবাটটোৰে গাওঁবুঢ়া ঘূৰি সোমাই গ'ল। এই আলিবাটটোৰ দুয়োকাষে মানুহৰ ঘৰ পাতল। নতুনকৈ আহি টিনৰ ঘৰ, পকাঘৰ তোলা পৰিয়াল কেইটাৰ ঘৰৰ পৰা যি বিজুলীপোহৰ ৰাস্তালৈ আহিছে তাৰে ৰাস্তাটো সম্পূৰ্ণৰূপে পোহৰ হৈ উঠা নাই। আন্ধাৰতেই গাওঁবুঢ়াই যেন অলপ শান্তি পালে। তেওঁ স্বস্তি বোধ কৰিলে। গাটো যেন অলপ শাঁও পৰিল। ৰাস্তাৰ দুয়োপিনৰ এৰাবাৰীবোৰ পাৰ হৈ হৈ গাওঁবুঢ়াই গৈ পালে মৰাঠেংলাৰ ঘৰ। মৰাঠেংলাৰ পদূলীৰ পৰাই গাওঁবুঢ়াই শুনিবলৈ পালে মৰাঠেংলাৰ কাহ। পদূলীত থিয় হৈয়েই গাওঁবুঢ়াই দেখিলে, সৰু চোতালখনত থকা মৰাঠেংলাৰ সৰু একমাত্ৰ জুপুৰীটো আন্ধাৰত নিথৰ হৈ থিয় হৈ আছে। নিজান ঘৰটোৰ ভয়াবহ নিস্তব্ধতা ভঙ্গ কৰিছে মাথোন মৰাঠেংলাৰ ঘন বুকু ফাটি যোৱা কাহে। চোতালৰ পৰাই তেওঁ চিঞৰি মাত লগালে মৰাঠেংলাক, "মৰাঠেংলা! কেনে পাইছ? কাহটো বৰ বেছি হৈছে নেকি?" কাহি কাহিয়েই আধা ভঙা এটি মাতেৰে অতি কষ্টেৰে মৰাঠেংলাই ক'লে, "আহ, সোমাই আহ, ভাই গাওঁবুঢ়া। কাহত জীৱ যায়।"

মৰাঠেংলাৰ জুপুৰীটোৰ বাঁহৰ ভঙা দুৱাৰখন ঠেলা মাৰি খুলি গাওঁবুঢ়া সোমাই গ'ল ভিতৰলৈ। ভিতৰত সম্পত্তি বুলিবলৈ এমূৰে মৰাঠেংলা শুই থকা ফটা-চিটা কাপোৰেৰে ভৰা বাঁহৰ চাংখন আৰু আনমূৰে ৰন্ধাবঢ়া খোৱা পুৰণি ভঙা-ছিঙা সস্তীয়া সাজ-বাচন কিছুমান। বিছনাখনত চিত হৈ ওপৰলৈ আঠু তুলি পৰি আছে হাড়ে-ছালে লগা মৰাঠেংলা। ঘনে ঘনে তাৰ ঘুঁহুৰ ঘুহুৰ কৰে কাহ। গাওঁবুঢ়াই দুৱাৰখন খুলি মৰাঠেংলাৰ বিছনাৰ ওচৰ পোৱাৰ লগে লগে মৰাঠেংলাই মুখখন একাটিকৈ গাওঁবুঢ়াৰ মুখৰ পিনে চাব খুজিলে। কিন্তু লগে লগে মৰাঠেংলাৰ এটি ভীষণ কাহ উঠি গ'ল। সি কুচি মুচি বুকুত হাত দি শৰীৰৰ সমস্ত শক্তিৰে কাহিবলৈ ধৰিলে; যেন সেই শক্তিৰে তাৰ বুকুত



গোটখোৱা সেই ওলাই ওলাই শেষ নোহোৱা খেকাঁৰবোৰ একে কাহতে উলিয়াই আনি শেষ কৰি দিব। কাহি কাহি দাঁত-মুখ নিকটাই, বুকুত হাত দি চকু মুদি মৰাঠেংলা অৱশেষত বহি গৈছিল আৰু লগে লগে তাৰ মুখৰ পৰা তেজ ওলাই আহিছিল। মৰাঠেংলাই তেজ বমি কৰিছিল। গাওঁবুঢ়াৰ এই অভাৱনীয় দৃশ্য দেখি সমগ্ৰ শৰীৰ শিয়ৰি উঠিছিল।

মৰাঠেংলাৰ প্ৰতি সহানুভূতিত গাওঁবুঢ়াই অজ্ঞাতসাৰেই এখন হাতেৰে মৰাঠেংলাৰ বুকুত হেচি ধৰিছিল আৰু অন্য হাতখনেৰে কপালত ধৰিছিল। তেওঁ ক'লে, "দে, দে খেঁকাৰবোৰ লাহে লাহে উলিয়াই দে।" গাওঁবুঢ়াৰ উৎসাহত মৰাঠেংলাই আৰু কিছুসময় তেনেকৈ বহিয়েই কাহিবৰ চেষ্টা কৰিলে। খেঁকাৰ কিন্তু আৰু নোলাল। সি তেজ-বমি কৰি সাংঘাতিক ধৰণে ভাগৰি পৰিছিল। তেনেই অৱশভাবে সি বিছনাতে তাৰ গাটো পুনৰ এৰি দি শুই পৰিল। গাওঁবুঢ়াই ক'লে, "শো, শো, ভালকৈ শুবৰ চেষ্টা কৰ। তোৰ বৰ ভাগৰ লাগিছে।" মৰাঠেংলাই গাৰুত মূৰটো থৈ চকু দুটা মুদি দিলে আৰু আঙুলিৰে গাওঁবুঢ়াক ইঙ্গিত দিলে বিছনাতে বহিবলৈ। মৰাঠেংলাৰ গাত পুৰণি ফটা-চিটা ডাঠ কাপোৰ এখন উৰাই দি, গাওঁবুঢ়া মৰাঠেংলাৰ চৌকাৰ ওচৰলৈ গ'ল আৰু ছাই কিছু আনি মৰাঠেংলাৰ বমিবোৰৰ ওপৰত ছটিয়াই দি সেইবোৰ ঢাকি দিলে। মৰাঠেংলাৰ বিছনাত থকা বাঁহৰ বিচনি এখনেৰে তাৰ পিছত গাওঁবুঢ়াই শুই পৰা মৰাঠেংলাক অকণ বিচিলে।

এৰা, মৰাঠেংলা মৰিব। দুই এদিনতে সি মৰি যাব। সি নাবাচে। সি তেনেদৰে কাহি, তেজ-বমি কৰি কৰি আৰু বাচিব নোৱাৰে। সি মৰিব। চকু মুদি অৱশ হৈ পৰি থকা মৰাঠেংলাৰ মুখখনৰ পিনে চাই চাই গাওঁবুঢ়াৰ অন্তৰ মৰাঠেংলাৰ প্ৰতি এক গভীৰ স্নেহ আৰু সহানুভূতিৰে ভৰি পৰিল। মৰাঠেংলাৰ এসময়ৰ ঘৰ ভৰি থকা পৰিয়াল, ভঁৰাল উপচি থকা ধন, বাৰী ভৰি থকা তামোল-

পান—আজি ক'লৈ গ'ল? তাৰ এই বিৰাট চৌহদ আজি কিয় ধ্বংস-প্ৰায়, আজি কিয় নীৰব, নিৰ্জন? এৰা, চব গ'ল মৰাঠেংলাৰ। মৰাঠেংলাও যাব। মৰাঠেংলা নাথাকে।

গাওঁবুঢ়া লাহে লাহে বিছনাৰ পৰা উঠিল আৰু পিছ পিনৰ বাৰীৰ পৰা চকুৰা এটি আনি মৰাঠেংলাৰ ছাইৰে ঢাকি থোৱা বমিবোৰ তাতে লৈ গ'ল বাহিৰলৈ আৰু দূৰত পেলাই থৈ আহিল। তাৰ পিছত তেওঁ মৰাঠেংলাৰ পাকঘৰলৈ গৈ তাত চাউল কেইটামান পাই তাকে পানীত উতলালে আৰু নিসনীয়া অৱস্থাত কেৰাহীটোৰে সৈতে ভাতখিনি লৈ আহিল মৰাঠেংলাৰ ওচৰলৈ। তাৰ পিছত কাঁহি এখন আনি কেৰাহীৰ ভাতখিনি ঢাকি থলে। সেইখিনিতেই মৰাঠেংলাই চকুযুৰি সামান্য মেলি চালে। গাওঁবুঢ়াই ক'লে "ইয়াতে তোৰ ভাত থলোঁ। এইখন কাঁহী। গালৈ অলপ বল আহিলে উঠি খাবি। ভাতৰ ওপৰতে নিমখ দি থৈছো।" মৰাঠেংলাই লগে লগেই চকু মুদিছিল। ভাত, কাঁহী, নিমখ—এইবোৰ যেন তেতিয়া আৰু মৰাঠেংলাৰ বাবে নিৰৰ্থক—সি মোল নুবুজা, অৰ্থ নুবুজা সম্পূৰ্ণ এখন বেলেগ পৃথিৱীৰ বস্তু।

গাওঁবুঢ়াই পুনৰ বিচনিখন লৈ চকু মুদি তেনেই অৱশ, তেনেই অলসভাৱে শুই পৰা মৰাঠেংলাক অকণ বিচিলে। গাওঁবুঢ়াৰ চকুত পৰিল, মৰাঠেংলাৰ ভৰি হাত একো একোডালি এছাৰিৰ দৰে হৈছেঁ গৈ। তাৰ বুকুৰ হাড় ডাল-ডালকৈ ছালৰ তলত লেখিব পাৰি আৰু তাৰ চকুজুৰি আৰু গাল দুখনি অস্বাভাৱিক ধৰণে বহি গৈছে গাঁত হৈ। গাওঁ-বুঢ়াই বুজিলে মৰাঠেংলা আৰু বাচি উঠিব নোৱাৰে। মৰাঠেংলা মৰিব।

এক অস্বাভাৱিক বিৰাগ ভাব এটা লৈ গাওঁবুঢ়া ওলাই আহিল মৰাঠেংলাক তাত এৰি থৈ। চব গ'ল। চব শেষ হৈ গ'ল। এই গাওঁ, এই মানুহ এই মাটি, এই বাৰী চব গ'ল। কাকো আৰু ৰাখিব নোৱাৰি কোনোমতে। এৰাবাৰীৰ মাজে মাজে গাওঁবুঢ়াই আন্ধাৰে আন্ধাৰে খোজ দিলে মূল আলিবাটটোলৈ—তাৰ ঘৰৰ পিনে—চহৰৰ গৰ্ভত সোমাই পৰা তাৰ সেই গাৱঁৰ ঘৰৰপিনে।